# কটন গৌৰৱ নে অসম গৌৰৱ

ড° অৰূপ কুমাৰ হাজৰিকা



চন্দ্ৰ প্ৰকাশ
পানবজাৰ ঃ গুৱাহাটী

**COTTON GOURAV NE ASOM GOURAV"**– *A selfwritten collection of articles which were already published in ' **Dainik Agradoot**" every sunday (99 2000) on the life and philosophy of eminent Cottonians and those who were closely associated with the establishment of Cotton College written by **Dr Arup Kumar Hazarika** Lecturer department of Zoology Cotton College and published by Sri Rajendra Mohan Sarma on behalf of Chandra Prakash Guwahati 1 Phone 511946 Rs 60/-*

---

**প্ৰকাশক** শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পানবজাৰ গুৱাহাটী
দূৰভাষ ৫১১৯৪৬

**প্ৰথম প্ৰকাশ** ২৭ মে ২০০০

**মূল্য** ৬০ (ষাঠি) টকা মাথোন

**প্ৰচ্ছদ অলংকৰণ** প্ৰদীপ নাথ

**ডি টি পি** শিৱ শক্তি ট্ৰেডাৰ্চ
হেদায়েৎপুৰ গুৱাহাটী-৩

**মুদ্ৰক** বি ডি এণ্ড কোম্পানী
ছাত্ৰীবাৰী গুৱাহাটী-৮



কটন কলেজ ব্ৰহ্মপুত্ৰ উপত্যকাৰ উচচ শিক্ষাৰ একমাত্ৰ অনুষ্ঠান হৈ থকা লৈকে অসম আৰু কটনৰ অগ্ৰগতি সমাৰ্থক আছিল। ইয়াৰ মূল কাৰণ সাহিত্য-সংস্কৃতি ৰাজনীতি বিজ্ঞান ব্যৱসায়-বাণিজ্য সমাজসেৱা ইত্যাদিৰ প্ৰতিটোৰ ক্ষেত্ৰতে কটনিয়ানৰ অবদান অনুভৱ কৰা হৈছিল। তেতিয়াৰ কটনৰ অধ্যাপক-অধ্যাপিকা বুলিলেই যেন অসীম জ্ঞানৰ ভাণ্ডাৰ। কটনৰ ছাত্ৰ-ছাত্ৰী বুলিলে মেধা আৰু উদাৰতাৰ সমাহাৰ। কটন কলেজে তেনে এক পৰম্পৰা অটুট ৰখাৰ মূলতেই ইয়াৰ প্ৰতিষ্ঠাপক অধ্যক্ষ ছুদমাৰ্চন আৰু তেতিয়াৰ দক্ষ অধ্যাপক অধ্যাপিকাসকল। তাতোকৈ উল্লেখযোগ্য কথা এইটোৱে যে উপত্যকাটোৰ একমাত্ৰ কলেজ হোৱা হেতুকে মেধাবী ছাত্ৰসকলৰহে ইয়াত সমাবেশ ঘটিছিল। সেই হেতুকে এজন কটনিয়ানে ধুবুৰীৰ পৰা শদিয়ালৈ বিভিন্ন ঠাইৰ অলেখ বন্ধু বান্ধৱী বিচাৰি পাইছিল। ইয়েই সংকীৰ্ণ দৃষ্টিভঙ্গী আঁতৰাই এক ঐক্যৰ মঞ্চ গঢ়ি তোলাৰ বাবে অনুকূল পৰিবেশ সৃষ্টি কৰিছিল। সেই বাবেই তেতিয়াৰ কটনিয়ানে জনমত গঠনৰ ক্ষেত্ৰতো আগভাগ ল'বলৈ সক্ষম হৈছিল। আনকি স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰতো কটন কলেজৰ ভূমিকা আছিল অনন্য।

সুখৰ কথা যে কটনে গঢ় দিয়া বিশিষ্ট কেইগৰাকীমান ব্যক্তিৰ জীৱনালেখ্য ড অৰূপ কুমাৰ হাজৰিকাই অশেষ কষ্টেৰে যুগুতাই উলিয়াইছে। ধাৰাবাহিকভাৱে সেই লানি আলেখ্য 'দৈনিক অগ্ৰদূত'ত প্ৰকাশ পোৱাৰ সময়তে পঢ়ুৱৈৰ পৰা প্ৰভুত সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। এই নিবন্ধ লানিৰ এটি সংকলন প্ৰকাশ পোৱাটো অতি আনন্দৰ কথা কিয়নো পৰৱৰ্তী প্ৰজন্মক এই সংকলনটোৱে যথেষ্ট উৎসাহিত কৰিব বুলি আমাৰ দৃঢ় ধাৰণা। শ্ৰীহাজৰিকাই এতিয়াই সংশ্লিষ্ট তথ্যসমূহ উদ্ধাৰ নকৰা হ'লে হয়তো কালৰ বুকুত সেইবোৰৰ বহুলাংশে হেৰাই গ'লহেঁতেন।

পুথিখনি পঢ়ুৱৈ সমাজে আদৰি ল'লে ড হাজৰিকাৰ কষ্ট সাৰ্থক হ'ব আৰু দ্বিতীয় খণ্ডটো যুগুতাবলৈ উৎসাহ পাব।

গুৱাহাটী
২৭/৫/২০০০

কনকসেন ডেকা
সম্পাদক 'দৈনিক অগ্ৰদূত



'কটন গৌৰৱ নে অসম গৌৰৱ'ত সন্নিবিষ্ট প্ৰায দুকুৰি ব্যক্তিৰ বিষয়ে আমাৰ বিভিন্ন সাহিত্যৰাজিত কম বেছি পৰিমাণে আলোচনা হৈছে। এই বৰেণ্য ব্যক্তি কেইগৰাকীৰ বৰ্ণাঢ্য ঘটনাবহুল জীৱনৰ যিখিনি জানো বা জানিব পাৰিছো তাকে সহৃদয পঢ়ৈৰে ৰাইজক জনাবলৈ মানস কৰিছোঁ। গ্ৰন্থখনি পঢ়ুৱৈ সমাজলৈ আগবঢ়াই দিয়াৰ বাবে চন্দ্ৰ প্ৰকাশৰ স্বত্তাধিকাৰ শ্ৰীযুত ৰাজেন্দ্ৰ মোহন শৰ্মা দেৱৰ ওচৰত লেখক বিশেষ ভাৱে কৃতজ্ঞ।

মোৰ মাতৃ শ্ৰীমতী আৰতি হাজৰিকা পিতৃ শ্ৰীযুত বলিন হাজৰিকা আৰু মোৰ বাইদেউ ভন্টীহঁতে সদায় মোক দি অহা তেওলোকৰ উৎসাহ উদ্দীপনাৰ বাবে মই চিৰ কৃতজ্ঞ। ইয়াৰ উপৰিও মই মোৰ সহধৰ্মিণী লখিমী আৰু তেওৰ পিতৃ ডা অতুল বৰা আৰু মাতৃ শ্ৰীযুতা লাবণ্য বৰাৰ ওচৰতো ঋণী। তদুপৰি মই মোৰ ভিনিহীদেউ শ্ৰীযত ৰঞ্জিত হাজৰিকা ভগ্নীপতি শ্ৰীমান তাপস আৰু সহধৰ্মিনীৰ ভাতৃদ্বযক তেওলোকৰ সহায সহযোগিতাৰ বাবে এই ছেগতে কৃতজ্ঞতা যাচিলোঁ।

এই লানি প্ৰবন্ধ প্ৰথমতে প্ৰকাশ পাইছিল অগ্ৰদূত কাকতৰ দেওবৰীযা সংখ্যাবোৰত। তাৰ বাবে অগ্ৰদূতত কাকতৰ সম্পাদক শ্ৰীযুত কনকসেন ডেকা দেৱক কৃতজ্ঞতা যাচিলোঁ। ইযাৰ উপৰিও মোৰ সহকৰ্মী সকলৰ উৎসাহ উদ্দীপনাই মোক এই কামত যথেষ্ট পৰিমাণে অনুপ্ৰেৰণা যোগাইছিল।

কটন কলেজৰ অধ্যক্ষ অধ্যাপক দিলীপ কুমাৰ বৰুৱা কটন কলেজ শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ কাৰ্য্যবাহী সভাপতি আৰু উপসভাপতি ক্ৰমে ড ৰামচৰণ ঠাকুৰীযা আৰু অধ্যাপক কমলেশ চৌধুৰী আৰু শতবাৰ্ষিকী সমিতিৰ সাধাৰণ সম্পাদক ড সত্যেন্দ্ৰ কুমাৰ চৌধুৰীয়েও এই কামত মোক বিভিন্ন প্ৰকাৰে সহায সহযোগ আগবঢ়াই উৎসাহিত কৰিছিল। তেওলোক আটাইকেজনাৰে প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সদৌ শেষত কটন তথা অসমৰ নতুন প্ৰজন্মৰ যি সকলক লক্ষ্য কৰি এই গ্ৰন্থখনি ৰচনা কৰা হৈছে, ইযাৰ দ্বাৰা সেইসকল কিছু পৰিমাণে উপকৃত হোৱা বুলি জানিব পাৰিলেও আমাৰ এই শ্ৰম সাৰ্থক হোৱা বুলি বিবেচনা কৰিম।

ড° অৰূপ কুমাৰ হাজৰিকা
কটন মহাবিদ্যালয

# পাতনি

অসম তথা ভাৰতবৰ্ষৰ জাতীয় জাগৰণত অতুলনীয় বৰঙণি যোগোৱা কটন কলেজে আজি শতবাৰ্ষিকীৰ দুৱাৰদলিত ভৰি দিলেহি। পুব ভাৰতৰ এই ঐতিহ্যপূৰ্ণ শিক্ষা অনুষ্ঠানটো অসমবাসী ৰাইজে সেই সময়ৰ ইংৰাজ ৰাইজৰ পৰা পোৱা সহজলভ্য উপহাৰ নহয়। ইয়াৰ বাবে অসমবাসীক বহুবছৰৰ আবেদন-নিবেদন যুক্তি-তৰ্কৰ দৰকাৰ হৈছিল।

যদি আমি উভতি চাও দেখিবলৈ পাম যে অসমত শিক্ষা বিস্তাৰৰ প্ৰতি আগ্ৰহশীল আছিল তেতিয়াৰ কমিচনাৰ ডেভিদ স্কট। কোম্পানীৰ ৰাজত্বৰ আৰম্ভণিতে ১৮২৬ খৃ ত স্কটে উজনি নামনি অসমত স্থাপন কৰিছিল এঘাৰখন স্কুল।

গুৱাহাটীত প্ৰথম ইংৰাজী স্কুল হৈছিল ১৮৩১ খৃ ত। স্কুলখন স্থাপনৰ গুৰিতে আছিল খৃষ্টান মিছনাৰী মি ৰো আৰু এচিষ্টেনট কমিচনাৰ মি হোৱাইট।

১৮৩৫ খৃ ত স্থাপন কৰা গুৱাহাটী গৱৰ্ণমেণ্ট চেমিনাৰী অসমৰ প্ৰথম ইংৰাজী শিক্ষাৰ স্থায়ী অনুষ্ঠান। এইখনেই বৰ্তমানৰ গুৱাহাটী কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়।

১৮৬৬ খৃ ত গুৱাহাটী চেমিনাৰীত অসমৰ কলেজীয়া শিক্ষাৰ পাতনি হয়।

উনৈশ শতিকাৰে শেষ দশকৰ পৰা অসমত পূৰ্ণাঙ্গ কলেজ পতাৰ আন্দোলন আৰম্ভ হৈছিল। মাণিকচন্দ্ৰ বৰুৱা প্ৰভৃতি এই আন্দোলনৰ গুৰি ধৰোঁতা আছিল। অসমত কলেজ স্থাপন কৰা বিষয়ত বিভিন্ন জনৰ বিভিন্ন মত। তেতিয়াৰ অসমৰ চীফ কমিচনাৰ চাৰ হেনৰি কটনে ১৮৯৭ খৃ'ৰ ভুঁইকঁপে সৃষ্টি কৰা আৰ্থিক অনাটনৰ প্ৰতি লক্ষ্য ৰাখিয়েই কলিকতাত চৰকাৰী ছাত্ৰাবাস নিৰ্মাণ কৰাৰ কথা চিন্তা কৰিছিল। শেষত তেওঁ অসমত কলেজ পতাৰ বাবে অসমৰ ৰাইজৰ অভিমত বিচাৰি বিজ্ঞপ্তি প্ৰচাৰ কৰিলে। অসমৰ ৰাইজেও দৃঢ়

মত পোষণ কৰিলে অসমত কলেজ স্থাপনৰ সপক্ষে। ৰাইজৰ অভিমতৰ প্ৰতি সহাঁৰি জনাই কটন চাহাবে অসমত কলেজ স্থাপন কৰিবলৈ সংকল্প গ্ৰহণ কৰিলে। ইয়াৰ ফল স্বৰূপেই ১৯০১ খৃংষ্ট ২৭ মে' তাৰিখে কটন কলেজৰ শুভাৰম্ভ হয়। তেওৰ বৰেণ্যতাৰ প্ৰতি লক্ষ্য ৰাখিয়েই কলেজখনৰ নাম কটন কলেজ ৰখা হয়।

কলেজ পতাৰ শুভ মুহুৰ্ত্তত বংগদেশৰ কলেজত পঢ়া অসমীয়া ছাত্ৰৰ সংখ্যা আছিল ৩০৮ জন। ইয়াৰ ভিতৰত ৪২ জন ছাত্ৰই এফ এ আৰু ১৬ জন ছাত্ৰই বি এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। শিক্ষা বিভাগৰ অধিকৰ্তা ডক্টৰ ডবলিউ বুথৰ বছৰেকীয়া প্ৰতিবেদনত সেইকথা স্পষ্ট।

কলেজৰ শুভাৰম্ভ দিনাই অৰ্থাৎ ২৭ মে তাৰিখে কলেজৰ নৱনিযুক্ত অধ্যক্ষ ফ্ৰেডাৰিক উইলিযম চুদমাৰ্চন গুৱাহাটীলৈ আহি নৰ্থব্ৰুক গেটত জাহাজৰ পৰা পাৰত উঠিল। সেই সময়ত অসমৰ লগত বাহিৰৰ সংযোগ পথ আছিল একমাত্ৰ জাহাজ। ৰেলপথ সম্পূৰ্ণ হৈ উঠাগৈ নাছিল।

কটন কলেজৰ শুভাৰম্ভ উপলক্ষে সিদিনা হেনো গুৱাহাটী উখল-মাখল। গৌৰীপুৰৰ জমিদাৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা হেনৰি কটন মাণিক চন্দ্ৰ বৰুৱা প্ৰমুখ্যে ভালেমান গণ্যমান্য ব্যক্তিৰে ৰভাঘৰ ঠাহ খোৱা। হেনৰি কটন উদ্বোধনী সভাৰ সভাপতি। সভা আৰম্ভ হৈছিল ৰঘুনাথ চৌধাৰীৰ এটি স্বৰচিত গীতেৰে। তেওৰ লগত হাৰমনিযাম বজাইছিল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে।

ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ লগত আহিছিল তেওৰ ৰাজদৰবাৰৰ সংগীতজ্ঞ দল। কিন্তু দৰ্শকক বেছিকৈ মুগ্ধ কৰিলে চুদমাৰ্চনৰ লগত অহা গুৰ্খা চাপ্ৰাচীজনৰ বাঁহীৰ সুৰেহে। ই জানিবা চুদমাৰ্চনৰ ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰ আগজাননীহে।

১৭ জুনৰ পৰা কলেজত ছাত্ৰৰ নাম ভৰ্তি কৰা হ'ল। প্ৰথম বাৰ্ষিকৰ লগতে দ্বিতীয় বাৰ্ষিকতো ছাত্ৰ ভৰ্তি কৰিছিল। অসমৰ বাহিৰৰ বিভিন্ন কলেজত পঢ়া ৪৬ জন ছাত্ৰ দ্বিতীয় বাৰ্ষিকত ভৰ্তি হৈছিল। প্ৰথম বাৰ্ষিকৰ ছাত্ৰ সংখ্যা ৪৫ জন।

এযাই হ'ল কটন কলেজৰ জন্ম বেদনাৰ কথা। এই কটন কলেজ হৈছে অসমৰ মহা মহা মনীষীৰ মহৎ চিন্তাৰ মিলন ভূমি। হেনৰি কটন মাণিক চন্দ্ৰ বৰুৱা প্ৰমুখ্যে ব্যক্তিসকলৰ অপৰিসীম শ্ৰম আৰু কৃচ্ছ্ৰ সাধনাৰ ফল হৈছে আজিৰ অসমৰ আগশাৰীৰ কটন মহাবিদ্যালয। তেওলোকৰ লক্ষ্য আছিল

অসমৰ প্ৰতিজন ব্যক্তিৰ অন্তৰত জ্ঞানৰ বন্তি জ্বলোৱা। কটনিয়ানসকলক প্ৰকৃত শিক্ষা দান কৰি একোজন মহান মনীষী সৃষ্টি কৰি অসমী আইক সুন্দৰ কৰি তোলাত অৰিহণা যোগোৱা। কটন কলেজ স্থাপন হোৱাৰ আঁৰত লুকাই থকা ব্যক্তিসকলৰ যি লক্ষ্য সেই লক্ষ্য আগতলৈ মনত সাহস বান্ধি গভীৰ আত্মপ্ৰত্যয়েৰে এই পথত আগবাঢ়ি যাব লাগিব আজিৰ ছাত্ৰ সমাজ।

শতবাৰ্ষিকীৰ এই শুভক্ষণত আমি লিখি উলিয়াইছোঁ কটন গৌৰৱ নে অসম গৌৰৱ। শ্ৰীকনকসেন ডেকাৰ সম্পাদিত অগ্ৰদূত নামৰ কাকতত কটন গৌৰৱ নে অসম গৌৰৱ নাম দি এলানি জীৱনী প্ৰবন্ধ লিখিছিলোঁ ইয়াৰ গুৰিতে আছিল কনকসেন ডেকা চাৰ মোৰ মাতৃ আৰু মোৰ সহধৰ্মিনী লখিমী। এওলোকেই এই ধৰণৰ প্ৰবন্ধ লানি লিখাৰ বাবে উৎসাহ যোগাইছিল। মই লিখোঁতে সদায় ভাবিছিলোঁ এই ছেগতে হয় যদি এখন কিতাপ হওকগৈ। অগ্ৰদূতত এইলানি প্ৰবন্ধ প্ৰকাশহৈ থাকোতে সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকৰ পৰা বৰ সহাঁৰি পাইছিলোঁ। অসমৰ বিভিন্ন কোণৰ পৰা বিভিন্নজনে কিতাপখন প্ৰকাশ কৰিবলৈ উপদেশ দিছিল। যিয়েই নহওক অগ্ৰদূতত যি শিৰোনামাৰে প্ৰবন্ধ কেইটা ওলাইছিল সেই 'কটন গৌৰৱ নে অসম গৌৰৱ নামটোৰ মোহ এৰিব নোৱাৰিলো। এই গ্ৰন্থত স্থান পোৱা আটাই কেইগৰাকী ব্যক্তিয়েই কটন কলেজৰ লগত কিবা নহয় কিবা প্ৰকাৰে জৰিত হৈ আছে। তেওলোক সচাঁকৈয়ে কটন কলেজৰেই নহয় আমাৰ অসম মাতৃৰো সুযোগ্য সন্তান।

চন্দ্ৰ প্ৰকাশে কটন মহাবিদ্যালয়ৰ শতবাৰ্ষিকীৰ কথা চিন্তা কৰিয়েই হয়তো গ্ৰন্থখন প্ৰকাশ কৰিবলৈ লোৱাৰ বাবে তেওলোকৰ আন্তৰিক শলাগ লৈছোঁ। গ্ৰন্থখনিত সন্নিবিষ্ট হোৱা জীৱনালেখ্য কেইটা অ'ত ত'ত সিঁচৰতিহৈ আছিল। তাক থুপাই একলগ কৰি দিয়াৰ আমনিলগা কামখিনিৰ সৰহ ভাগ মোৰ সহধৰ্মিনী শ্ৰীমতী লখিমীয়ে কৰি দিলে। ধন্যবাদ নো কি বুলি জনাম!

১৩ জেঠ ১৯২২ শক
আঠগাও
গুৱাহাটী-১

ড° অৰূপ কুমাৰ হাজৰিকা
কটন মহাবিদ্যালয়

# কটন কলেজৰ
# কটন চাহাব



কটন কলেজত পঢ়িবলৈ পোৱা বা পঢ়াবলৈ পোৱা দুয়োটাই সৌভাগ্যৰ কথা বুলি ভাবোঁ। সৰুৰে পৰাই সকলোৱে আশা কৰাৰ দৰে মযো কটন কলেজত পঢ়িবলৈ বৰ হাবিয়াস কৰিছিলো। পিছে সেই সময়ত দেশৰ অৱস্থা বৰ ভাল নোহোৱাৰ বাবে শ্বিলঙলৈ এডমাণ্ডচ কলেজত পঢ়িবলৈ গ'লো। পাচত শিক্ষা সাং কৰি যেতিয়া গুৱাহাটীত কটন মহাবিদ্যালয়ত আয়োজন কৰা (অসম প্ৰশাসনিক মহাবিদ্যালয়ৰ পৰা আয়োজন কৰা) প্ৰশিক্ষণৰ শ্ৰেণী কৰোঁতে সদায়েই কটন চাহাবৰ প্ৰতিমূৰ্তিত সেৱা জনাইছিলো যে পঢ়িবলৈ নাপালেও যেন পঢ়াবলৈ পাওঁ। অৱশেষে সেই বছৰতেই, ১৯৯২ চনতে মই কটনত প্ৰবক্তা হিচাবে নিযুক্তি পাইছিলো। আজি কটন মহাবিদ্যালয়ৰ ৯৯ বছৰ পূৰ্ণ হ'ল এবছৰৰ ভিতৰত এটা নতুন শতিকাত ভৰি দিব। সেয়েই নতুন মেধা ছাত্ৰই কটন চাহাবৰ বিষয়ে জনা উচিত।

কটন কলেজ প্ৰতিষ্ঠাৰ গুৰিতেই আছিল মাণিক চন্দ্ৰ বৰুৱা আৰু ছাৰ্ হেনৰী কটন। এই চিন্তাশীল ব্যক্তিৰ নামতেই যে কটন কলেজ হ'ব লাগে সেই প্ৰস্তাৱৰ গুৰিত আছিল মাণিক চন্দ্ৰ নিজে।

মিষ্টাৰ হেন্‌ৰি কটনে লণ্ডনৰ কিংচ্ কলেজত (Kings College) শিক্ষা লাভ কৰি, ১৮৬৫ খ্ৰীষ্টাব্দত ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ পৰীক্ষাত উত্তীৰ্ণ হয়।

তাৰ অলপ পাচত, তেওঁ মিচ মেৰী ৰাইযানক বিযা কৰায, আৰু সেই চনৰ অক্টোবৰ মাহৰ সামৰণিত এই নৱ দম্পতী কলিকতা চহৰত উপস্থিত হযহি। মিষ্টাৰ কটনে ভাৰতবৰ্ষত ভৰি দিয়েই এটা মহা আপদীযা ধুমুহাৰ প্ৰকোপত পৰেহি। তেওঁ আহি পোৱাৰ দুদিনমানৰ পাচতে, ১৮৬৭ চনৰ ১ নৱেম্বৰত সেই প্ৰলযৰূপী মহা ধুমুহাই কলিকতা নগৰ একেবাৰে ধ্বংসপ্ৰায কৰে।

মিষ্টাৰ কটনে জয জযতে মিদনাপুৰত এচিষ্টান্ট ম্যাজিষ্ট্ৰেটৰ পদত চৰকাৰী চাকৰি আৰম্ভ কৰে। তাৰ পাচত তেওঁ চুৱদঙ্গা মহকুমাৰ অধিপতি বা চাবডিভিজনাল অফিচাৰ হযগৈ। ১৮৭২ চনত তেওঁ স্মল-কজ কোৰ্টৰ জজ ৰূপে কলিকতালৈ বদলি হয। আৰু সেই কালৰ ৰীতি অনুসৰি তেওঁ তেতিযা স্থানীয বাতৰি কাকতলৈ প্ৰবন্ধ, বাতৰি আদি লিখিবলৈ আৰম্ভ কৰে। তাৰ এবছৰৰ প্াচত, তেওঁ বংগ গৱৰ্ণমেন্টৰ এচিষ্টান্ট চেক্ৰেটৰী পদত নিযুক্ত হয। ১৮৭৪ চনত মিঃ কটনে বঙ্গ গৱৰ্ণমেন্টৰ জুনিযৰ চেক্ৰেটৰী আৰু কলিকতা-হাইকোৰ্টৰ ৰেজিষ্টাৰ বিষযৰ যুটীযা বাব যুটীযাকৈ চলোৱাৰ ভাৰ পায আৰু তেওঁ সেই পদত থাকোতেই, ১৮৭৫ খ্ৰীষ্টাব্দত প্ৰিন্স অৱ ওৱেলচ (পাচত সম্ৰাট-সপ্তম এডোৱাৰ্ড) ভাৰতবৰ্ষলৈ আহে। ইযাৰ পাচত ১৮৭৮ খ্ৰীষ্টাব্দত তেওঁ চট্টগ্ৰামলৈ মাজিষ্ট্ৰেট হৈ যায, আৰু তাৰ পাচত তেওঁ ১৮৮০ খ্ৰীষ্টাব্দত ৰেভিনিউ বোৰ্ডৰ চিনিযৰ চেক্ৰেটৰী হৈ আহে। ১৮৮৪ চনত মিঃ কটনক বঙ্গ প্ৰদেশত প্ৰচলিত ভূ-স্বত্বৰ নিযম প্ৰণালীৰ তথ্য অনুসন্ধান কৰি সেই বিষযে এখন চৰকাৰী নথি লিখিবলৈ ভাৰ দিযা হয। তেতিযাৰে পৰা তেওঁৰ কিতাপ ৰচনাত ধাউতি বাঢে আৰু তাৰ ফলস্বৰূপে, ১৮৮৫ চনত মিং কটনৰ সুপ্ৰখ্যাত গ্ৰন্থ 'নিউ ইণ্ডিযা (New India) প্ৰকাশিত হয।

মাহচেৰেকৰ পাচতে মিঃ কটন অসমৰ চীফ কমিচনাৰ হৈ আহে। এযে তেওঁৰ ৰজাঘৰীযা শেহতীযা বাব আৰু ইযাতে তেওঁৰ সুদীৰ্ঘ কৰ্মজীৱন বৃক্ষৰ বিবিধ কাৰ্য্যৰ ফল পকি সৰিবলৈ ধৰে।

তেওঁৰ শাসনৰ দ্বিতীয বছৰত ভযঙ্কৰ নৈসৰ্গিক বিপদ ১৮৯৭ চনৰ ১২ জুনৰ ভয়ঙ্কৰ ভূমিকম্পৰ বিষয় হেঁচাত পৰিব লগা হয। এই আপদীযা ভূমিকম্পই অসমৰ অনেক ঠাই, বিশেষকৈ শ্বিলং চহৰ উচ্ছন প্ৰায কৰে আৰু সেই মহাক্ষতি পূৰণ কৰিবলৈ ৰাজভঁৰালৰ পৰা বিস্তৰ অৰ্থ-ব্যয কৰিব লগীযা হোৱাত তেওঁৰ অসমৰ উন্নতি বিষয়ক মহৎ অনুষ্ঠানবিলাকত বিষমকৈ আঘাত পৰে।

অসম-শাসন কালত, মাননীয কটন বাহাদুৰে যিবিলাক প্ৰজাহিতকৰ মহৎ কাৰ্যত হাত দিছিল, তাৰ ভিতৰত গুৱাহাটীত 'কটন-কলেজ' স্থাপন আৰু কুলী-আইনৰ সংস্কাৰ সাধন এই দুটিক প্ৰথম আৰু দ্বিতীয় স্থান দিযা হৈছিল। অসমৰ দ্বিতীয শ্ৰেণীৰ আৰ্টচ কলেজ উঠি যোৱাৰ পাছৰ পৰা অসমীযা ছাত্ৰই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতা বা বঙ্গদেশৰ আন কোনো ঠাইৰ আৰ্ট কলেজত শিক্ষা লাভ কৰিবলগীযা হৈছিল। সেই কাৰণে আগৰ চীফ কমিছনাৰ বিদ্যানুৰাগী মিঃ ইলিযট বাহাদুৰে অসমীযা ছাত্ৰক প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'লেই বঙ্গ দেশত পঢিবলৈ মাহে ২০ টকা জলপানি দি সেই অৰ্থাভাৱ দূৰ কৰিছিল। কিন্তু তথাপিতো আপোন অভিভাৱকৰ তত্ত্বাবধানৰ অভাৱত বিদেশৰ কলেজত পঢি অসমীযা ছাত্ৰই সুফল পাব পৰা নাছিল, গতিকে সুদূৰদৰ্শী সুবিজ্ঞ কটন বাহাদূৰে সেই বিষযে অসমীয়া ৰাইজৰ সৈতে বহুল আলোচনা কৰি, অসমত পুনৰপি দ্বিতীয শ্ৰেণীৰ আৰ্টচ কলেজ স্থাপন কৰে। সেযে বৰ্তমানৰ প্ৰথম শ্ৰেণীৰ 'কটন কলেজ অসমত কটন কলেজ কটন চাহাবৰ কীৰ্তি-চিন। অসমত শাসন কাল অন্ত পৰাত, ১৯০২ চনত মাননীয কটন বাহাদূৰে ৰাজকীয বিষয বাবৰ পৰা একেবাৰে মেলানি মাগিলে অৱশ্যে তাৰ পাছৰ বছৰতে তেওঁক কে চি এচ আই, 'নাইট-উপাধিৰে' বিভূষিত কৰা হয। কিন্তু চৰকাৰী বিষযবাবৰ পৰা অৱসৰ ল'লে বুলিও ছাৰ হেনৰী কটন নিষ্কৰ্মা হৈ বহা নাছিল তাৰ পাচত তেও বিলাতলৈ গৈ ১৯০৬ চনত পাৰ্লেমেন্ট ৰাজসভাৰ মেম্বৰ নিৰ্বাচিত হয আৰু ১৯১০ চনলৈকে চাৰি বছৰ কাল সেই আসনৰ শোভা বঢায।

১৯১৪ চনত ছাৰ হেনৰি কটন ভাৰতীয কংগ্ৰেছ মহাসভাৰ সভাপতি হৈ আকৌ ভাৰতবৰ্ষলৈ আহে। সেই যাত্ৰাতে কটনে তেখেতৰ আদৰৰ শেহতীযা চাকৰিৰ ক্ৰীযাভূমি অসমতো পদাৰ্পণ কৰি গুণগ্ৰাহী অসমীযাৰ অন্তৰত তেওঁৰ সুখস্মৃতি দৃঢতৰ কৰি যাযহি, গুৱাহাটীত প্ৰতিষ্ঠিত কটন কীৰ্তিস্তম্ভ 'কটন কলেজ'ত আকৌ এভুমুকি মাৰি জননাযক কটন বাহাদূৰে পৰম পবিত্ৰ সুখ অনুভৱ কৰি গ'লহি।

এতিযা ছাৰ হেন্ৰি কটন পৃথিবীত নাই, কিন্তু ভাৰতত তেওঁৰ কাৰ্য্যকলাপ আৰু অসমত তেওঁৰ কীৰ্তিস্তম্ভ যুগমীয়াকৈ জিলিকি আছে। আজি এই শতবাৰ্ষিকীৰ প্ৰাক্-সমযত সকলো অসমীযাই আৰু বিশেষকৈ কটন কলেজৰ ছাত্ৰ আৰু শিক্ষকে সেই মহান জনক শ্ৰদ্ধাৰে সোঁৱৰাটো উচিত। □

# কটন মহাবিদ্যালযৰ প্ৰতিষ্ঠা আৰু
# মাণিকচন্দ্ৰ বৰুৱা



কটন কলেজৰ প্ৰতিষ্ঠাৰ দিন আছিল ১৯০১ খ্ৰীষ্টাব্দৰ ২৭ মে। এই প্ৰতিষ্ঠা দিৱসৰ দিনা ছাৰ হেনৰী কটনে এটি দীঘলীযা ভাষণ দিছিল। এই ভাষণৰ মূল বক্তব্য আছিল মাণিক চন্দ্ৰ আৰু কটন কলেজ। অসমৰ সেই উল্লেখযোগ্য দিনটোৰ উদ্বোধনী সভাত কবি ৰঘুনাথ চৌধুৰীযে গান গাইছিল আৰু হাৰমনিযাম বজাইছিল নবীন চন্দ্ৰ বৰদলৈযে। এটি মনোৰম দৃশ্য।

অসমৰ শিক্ষা-দীক্ষা বিস্তৃতি আৰু জাতীয় জাগৰণত কটন কলেজৰ অৱদান অদ্বিতীয় কিন্তু এই সকলোৰে মূলতে আছিল দূৰদৃষ্টিসম্পন্ন মাণিক চন্দ্ৰ বৰুৱা। ক'বলৈ গ'লে জনমত গঠন আৰু শিক্ষা-বিস্তাৰ মাণিক চন্দ্ৰৰ ৰাজনৈতিক আঁচনিৰ অপৰিহাৰ্য্য অংগ আছিল।

এতিযা ২০০১ চনত কটন মহাবিদ্যালযৰ শতবাৰ্ষিকী উদ্‌যাপন হ'ব। বহুতো মেধা ল'ৰা-ছোৱালী কটন মহাবিদ্যালযত আছে। তাৰে ৫০ শতাংশৰো অধিক ইংৰাজী মাধ্যমৰ পৰা অহা। তেওঁলোকে হযতো মাণিক চন্দ্ৰ বৰুৱানো কোন নাজানেই। ইযাৰ প্ৰমাণ মই নোপোৱাও নহয। এদিন উচ্চতৰ মাধ্যমিকৰ শ্ৰেণী লৈ থকা অৱস্থাতে হঠাৎ সুধিছিলো—তোমালোকে মাণিক চন্দ্ৰ বৰুৱাৰ নাম শুনিছানে? পিছে আলপিন এটা পৰিলে শব্দ হোৱা অৱস্থা হৈছিল। সেযেহে ভাবিলো কটন মহাবিদ্যালয প্ৰতিষ্ঠাপক মাণিক চন্দ্ৰ বৰুৱাৰ বিষযে অলপ লিখোঁ।

মাণিক চন্দ্ৰ বৰুৱাৰ প্ৰথম জীৱনী লেখক ছাত্ৰ তিনিজনে তেওঁলোকৰ কিতাপৰ এঠাইত মন্তব্য কৰিছিল—'তেওঁ কৰ্মক্ষেত্ৰত সোমাৱৰে পৰা মৃত্যুৰ সময়লৈকে অসমৰ উন্নতিৰ অৰ্থে এনে এঁকো কাম নাই য'ত মাণিক চন্দ্ৰ বৰুৱাৰ সংশ্ৰৱ নাছিল। আজি অসমত যি লোকমত গঠন আৰু ৰাজনীতিৰ আন্দোলন, শিক্ষা বিষযত যি অচিন্তনীয (সকলো অৱশ্যে ভালৰ দিশবোৰ) উন্নতি হৈছে, সেই সকলো বৰুৱাৰ প্ৰায ৩৫ বছৰ ব্যাপী উদ্যোগ আৰু সাধনাৰ ফল। সেযেহে বৰুৱাৰ জীৱনী আলোচনা কৰা মানে অসমৰ উন্নতিৰ বুৰঞ্জীৰ আলোচনা বুলি ক'লে বেছি কোৱা নহ'ব। অসমৰ বিবিধ প্ৰকাৰৰ উন্নতিৰ লগত জড়িত এই পুৰুষজনৰ জন্ম হৈছিল নগাঁৱত ১৮৫১ খ্ৰীষ্টাব্দৰ চাৰি ছেপ্টেম্বৰ তাৰিখে। মাণিক চন্দ্ৰ বৰুৱাই ১৮৬৮ চনত সেই সময়ৰ এণ্ট্ৰেঞ্চ পাছ কৰি গুৱাহাটীতে এফ এ পঢ়ে। সেই সময়ৰ ১৮৮৯ খ্ৰীষ্টাব্দত গুৱাহাটী ক্লাব নামেৰে এখন সভা প্ৰতিষ্ঠা হৈছিল। এই সভাৰ লক্ষ্য আছিল ছাত্ৰৰ চৰিত্ৰ গঠন, অধ্যযনৰ প্ৰতি মনোযোগ বঢ়োৱা, ৰচনা আৰু বক্তৃতাৰ অভ্যাস কৰোৱা। এই সভাৰ উজ্জ্বল ৰত্ন আছিল সুবক্তা জগন্নাথ বৰুৱা। মাণিক চন্দ্ৰ আৰু জগন্নাথ বৰুৱাৰ দৰে ছাত্ৰক ইংৰাজী ভাষাত বুৎপত্তি লাভ কৰিবলৈ সুযোগ দিছিল। এই বুৎপত্তি পিছলৈ জাতীয উন্নতিৰ সহাযক হৈছিলগৈ।

জগন্নাথ বৰুৱা আৰু মাণিকচন্দ্ৰ দুযো এফ্ এ পৰীক্ষাত প্ৰতিযোগিতামূলক জলপানি লাভ কৰি কলিকতাৰ প্ৰেচিডেঞ্চি কলেজত নাম লিখেগৈ। কলিকতা তেতিযা ভাৰতৰ ৰাজধানী আৰু শিক্ষা-সংস্কৃতি, ৰাজনৈতিক কেন্দ্ৰৰ সাৰুৱা ভূমি। এই পৰিবেশত অসমীযা চিন্তাশীল ছাত্ৰৰ মন আন্দোলিত নোহোৱাকৈ নাথাকিল। স্বদেশৰ উন্নতিৰ হকে জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ অলপ দিনৰ ভিতৰতে কেনে সজাগ হৈ উঠিল তাৰ প্ৰমাণ ওলাল। সেই সমযত গৱৰ্ণৰ জেনেৰেলৰ সাক্ষাৎ লাভ দুষ্কৰ কাম, বিশেষকৈ ছাত্ৰৰ কাৰণে। মাণিক চন্দ্ৰ আৰু জগন্নাথে 'হিন্দুপেট্ৰিযট' কাকতৰ সম্পাদক প্ৰখ্যাত ৰাজনীতিজ্ঞ কৃষ্ণ দাস পালৰ সহায লৈ গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকক সাক্ষাৎ কৰি পিছ পৰি থকা অসমৰ প্ৰাকৃতিক সম্পদৰ ব্যৱহাৰৰ অৰ্থে ৰেল লাইনৰ যে আৱশ্যক, এই কথালৈ তেওঁৰ মনোযোগ আকৰ্ষণ কৰে। এনে দুঃসাহসে মাণিক চন্দ্ৰ আৰু জগন্নাথৰ ভৱিষ্যৎ দেশহিতৈষী জীৱনৰ যেন সূচনাহে কৰিলে। এই ঘটনাৰ দুবছৰ পাছতে নৰ্থব্ৰুক চিলেটৰ পৰা খিলঙেদি গুৱাহাটীলৈ অসম ভ্ৰমণ কৰিবলৈ আহিছিল। তাৰ সোঁৱৰণ স্বৰূপে শুক্ৰেশ্বৰ ঘাটত নৰ্থব্ৰুক তোৰণ সাজি উলিওৱা হৈছিল।

সেই সময়ত অসমৰ চৌপাশে হাবি-জংঘল জনসংখ্যা কম, খেতিৰ অৱস্থা ভাল নহয় ঠায়ে ঠায়ে চন পৰি থকা অঞ্চলবোৰত চাহ বাগিচা পতাৰ চেষ্টা চলিছিল। দেশৰ স্কুল আৰু কাছাৰীত বঙালী ভাষাৰ খদমদম তাৰ উপৰি অসমৰ শাসন বংগদেশৰ লগত সাঙোৰ খোৱা। মুঠৰ ওপৰত অসমৰ অৱস্থা নাজল-নাথল। মানৰ আক্ৰমণত জুৰুলা হৈ ভালকৈ গা টঙাব নোৱৰা অসমে পিছলৈ যেন মাণিক চন্দ্ৰ বৰুৱাৰ চিকিৎসাতহে সবল ৰূপ ল'লে। অৱশ্যে শিক্ষা সাং কৰিয়েই বৰুৱাই দেশ সেৱাত মন দিয়া নাছিল। পিতৃৰ মৃত্যুৰ পাচত তেওঁ প্ৰথমে স্বাধীন জীৱিকাৰ কথাহে চিন্তা কৰিছিল আৰু সেই মতেই আগবাঢ়িছিল। এই স্বাধীন জীৱিকাৰ অন্বেষণেও একপ্ৰকাৰে তেওঁৰ ভৱিষ্যৎ কৰ্মপন্থাৰ সংকেত দিয়ে।

এতিয়া আমি আচল কথালৈ আহোঁ— সেয়া হ'ল কটন কলেজৰ প্ৰতিষ্ঠাত মাণিক চন্দ্ৰ বৰুৱাৰ ভূমিকা °—

মাণিক চন্দ্ৰৰ মন সৰুৰে পৰাই কোমল আৰু সহানুভূতিশীল আছিল। কলিকতাত পঢ়া কালতো তেওঁ জাতীয়তাবাদী চিন্তাৰ সংস্পৰ্শলৈ নহাকৈ থকা নাছিল।

১৮৭৩ চনৰ ১৯ এপ্ৰিলৰ এক আইনমতে অসমৰ স্কুল আৰু কাছাৰীত বঙালীৰ ঠাইত অসমীয়া ভাষা চলিবলৈ হুকুম হয়। ১৮৭৪ চনত দেশখনো বংগৰ পৰা ফালি আনি এজন চীফ কমিছনাৰৰ তলত স্থাপন কৰা হয়। সেই সময়ত অসম অতি পিছপৰা। অসমত জনমত বুলিবলৈ তেতিয়া একোৱেই নাছিল। দেশৰ উন্নতিত জনমতৰ মূল্য অসীম কিন্তু বাতৰি কাকতৰ সহায় নল'লে জনমত গঢ়া সহজ নহয়। তাৰ উপৰিও ইয়াৰ জৰিয়তে সুখ-দুখ প্ৰকাশ কৰিব পাৰে। বাতৰি কাকত হ'ল ৰাইজৰ চকুৰ পানী, মুখৰ হাঁহি। মাণিক চন্দ্ৰ বৰুৱাই ১৮৮২ চনত 'আসাম নিউজ' নামে সাতদিনীয়া কাকত এখন স্থাপন কৰি অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাক সেই কাকতৰ সম্পাদনাৰ বাব দিছিল আৰু ৰায়বাহাদুৰ অভয় শঙ্কৰ গুহক তাৰ সহকাৰী সম্পাদকৰ বাব দিছিল। তেওঁ ধনেৰে সহায় কৰাৰ উপৰি কাকতখনত লিখিছিলো। কাকতখন যাতে নিয়মীয়াকৈ ওলায়, তাৰ অৰ্থে 'আসাম প্ৰিণ্টিং কৰ্প'ৰেছন' নাম দি এটা প্ৰেছৰো ব্যৱস্থা কৰিছিল।

এই 'আসাম নিউজে'ই সেই সময়ত চলা বাদানুবাদৰ বঢ়িয়া আভাস দিছিল। অসমত তেতিয়া কলেজ নাই, গুৱাহাটী স্কুলৰ লগত এফ্ এ পঢ়িবলৈ যি ব্যৱস্থা আছিল সিও লোপ পালে—এইবিলাক কাৰণত মাণিক চন্দ্ৰ বৰুৱাৰদৰে দুই-চাৰিজন চিন্তাশীল লোকে গুৱাহাটীত কলেজ এখন পাতিবলৈ চৰকাৰৰ লগত যোগাযোগ কৰিবলৈ ধৰিলে। ডিব্ৰুগড়ৰ ৰাধানাথ চাংকাকতি সম্পাদিত Times of Assam' কাকতে এওঁলোকক নৈতিক সাহার্য্য আগবঢ়াইছিল। দুই-এক কাকতত কলেজ লাগে নে নালাগে—এই বিষয়ে বিপক্ষেহে যুক্তি দিয়া হৈছিল। এই ধৰণৰ এখন চিঠি ১৮৯৫ চনৰ ২২ জুলাই তাৰিখে ওলাইছিল 'Times of Assam য'ত অসমত কলেজ নালাগে বুলিহে যুক্তি দিয়া হৈছিল। চিঠিখনৰ সাৰাংশ এনে ধৰণৰ— দয়াশীল দূৰদৰ্শী চীফ কমিছ্নাৰে অসমত কলেজ পাতিব নিবিচাৰিলে কি হ'ব? কিন্তু তেওঁ অসমীয়া ল'ৰাই কলিকতাত পঢ়াৰ নিমিত্তে বৃত্তি স্থাপন কৰিছে। চিঠি লিখোতাজনৰ মতে অসমত কলেজ পাতিলে হেনো ৰাইজৰ পক্ষে সম্প্ৰতি বেযাহে হ'ব। তেওঁৰ মতে গুৱাহাটীত পঢ়িবলৈ অহা ল'ৰাৰো খৰচ হেনো ২০ টকাই হ'ব। সেয়ে ২০ টকা বৃত্তি লৈ কলিকতাত পঢ়িবলৈ যোৱা বেছি ভাল হ'ব। গুৱাহাটীত চাৰি বছৰ পঢ়ি হেনো যি শিকিব কলিকতাত এবছৰ পঢ়িযেই শিকিব। ইত্যাদি ইত্যাদি। অৱশ্যে অসমত নাইবা গুৱাহাটীত কলেজ নলগাৰ যুক্তি আগবঢ়োৱাসকলৰ ভিতৰ গঙ্গাগোবিন্দ ফুকন জগন্নাথ বৰুৱা আব্দুল মজিদ (পাচত কলিকতা হাইকোৰ্টৰ জাজ) আদি গণ্যমান্য ব্যক্তিও আছিল।

অসমৰ দাবী সাপেক্ষে ১৮৯৯ চনৰ মাৰ্চ মাহত মাণিক চন্দ্ৰই চীফ কমিছ্নাৰৰ ওচৰত এখনি স্মাৰক পত্ৰ দাখিল কৰে। তাত তেওঁ কৈছিল—'অসমেই এনে প্ৰদেশ য'ত কলেজ নাই। ক'বলৈ গ'লে ইয়াত উল্লেখযোগ্য উচ্চ শিক্ষানুষ্ঠান একো নাই। ইউৰোপিয়ান অধ্যক্ষ ৰাখি কলেজ এখন গুৱাহাটীত পাতি দিলে ভাল হয়।'

উজনি-নামনি দুয়োফালৰ সংযোগস্থল গুৱাহাটীতে এই কলেজ স্থাপন কৰা যুগুত বুলি কাৰণ দৰ্শায। দুই-চাৰিযে গুৱাহাটী অস্বাস্থ্যকৰ বুলি সমালোচনা কৰিছিল পিছে অসমৰ হিতাৰ্থে চিন্তা কৰা শাসনকৰ্তা কটনে শেষত কলেজ এখন পতাৰ যুক্তিযুক্ততা মানিবলৈ বাধ্য হৈ ১৮৯৯ চনৰ ২৯ ছেপ্টেম্বৰত অসম গেজেটত কলেজ পতাৰ সিদ্ধান্ত ঘোষণা কৰে।

কটন কলেজৰ পুৰণি অংশটো (ডাকঘৰৰ কাষত) য'ত আছে— আগেযে তাত পি ডব্লিউ ডি বিভাগৰ এটা অফিচ ঘৰ আছিল। সেই ঠাইডোখৰকে উপযুক্ত বুলি দেখুৱাই দিয়া হয় আৰু তাতেই ১৯০১ চনত কটনৰ নামতে কলেজৰ ভেঁটি স্থাপন হয়। কটনৰ নামতে কলেজৰো নাম হয়। অৱশ্যে এই প্ৰস্তাৱৰ গুৰিত আছিল মাণিক চন্দ্ৰ নিজে।

ইয়াৰ উপৰিও আগৰ কাৰ্জন হল আৰু বৰ্তমানৰ নবীন চন্দ্ৰ বৰদলৈ হল আগৰ আৰ্ল আইন মহাবিদ্যালয বৰ্তমানৰ বিষ্ণুৰাম মেধি আইন মহাবিদ্যালয আদি স্থাপনৰ মূল প্ৰেৰণা মাণিক চন্দ্ৰ বৰুৱাহে আছিল। কিন্তু এইবোৰৰ ক'তো মাণিকচন্দ্ৰৰ নামেৰে নামকৰণ কৰা নোহোৱাটো আমাৰ ৰাইজৰ অকৃতজ্ঞতাৰ পৰিচায়ক যেন লাগে। ■

# কটন গৌৰৱ

# ড° বাণীকান্ত কাকতি



কটন গৌৰৱ নে অসম গৌৰৱৰ এই শিতানত ড বাণীকান্ত কাকতিৰ কথা লিখাটো সমীচিন যেন লাগিল। শুনিছিলো কটন মহাবিদ্যালযৰ বর্তমানৰ বিশাল পুথিভঁৰালৰ গুৰিতেই হেনো ড সূর্যকুমাৰ ভূঞা আৰু ড বাণীকান্ত কাকতিৰ অৰিহণা অলেখ। সেযেহে আমাৰ ছাত্রই এই সুযোগ্য সন্তানজনৰ কথা জনা উচিত।

অসম মাতৃৰ সুযোগ্য সন্তান বাণীকান্ত কাকতি বিদ্যাযতনিক ক্ষেত্রত উত্তৰ পুৰুষৰ মানত এটি জীৱন্ত প্রেৰণা। মেধাবী ছাত্র হিচাপে তেওঁ শিক্ষাজগতত ৰাখি যোৱা কৃতিত্বৰ কথাকে চাব নে সাহিত্য জগতত ৰাখি যোৱা দৃষ্টান্তকে চাব নে গৱেষণাৰ জগতত ৰাখি যোৱা কৃতিত্বিলৈকে চাব দৰাচলতে বিদ্যাযতনিক বিশাল মণ্ডপৰ যেনিযেই চোৱা যায তেনিযেই কেৱল চকুত পৰে বাণীকান্ত কাকতিৰ অত্যুজ্জ্বল প্রতিভাৰ স্বাক্ষৰ। সঁচাকৈযেই উঠি অহা চামৰ বাবেই নহয বযসীযালসকলৰ বাবেও এইজনা অনুকৰণীয় পুৰুষ।

এইজনা পুৰুষৰ জন্ম হৈছিল বর্তমানৰ বৰপেটা মহকুমাৰ অন্তর্গত প্রধান সত্র তথা বৈষ্ণৱ ধর্ম-কৃষ্টিৰ কেন্দ্রস্থল বৰপেটা চহৰৰ পূব প্রান্তস্থিত খৰাৰভিঠা নামৰ এখন গাঁৱত। প্রাথমিক পৰীক্ষাত মাহিলি বৃত্তি এটা লাভ কৰি তেওঁ ১৯০৪ চনৰ পৰা বৰপেটা উচ্চ ইংৰাজী বিদ্যালযত পঢিবলৈ লৈছিল। সকলো

বিপৰ্য্যযৰ বিৰুদ্ধে সংগ্ৰাম কৰি, অতিশয দৃঢ় নিষ্ঠাৰে তেওঁ নিজৰ অধ্যযনত অগ্ৰসৰ হৈছিল আৰু ১৯১১ চনত কলিকতা বিশ্ববিদ্যালযৰ প্ৰৱেশিকা পৰীক্ষাত অসম উপত্যকাৰ সকলো পৰীক্ষাৰ্থীৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিছিল। তাৰ বাবে তেও এটা সোণৰ পদক আৰু প্ৰথম শ্ৰেণীৰ বৃত্তি লাভ কৰিছিল। তাৰ পাচত তেওঁ কটন মহাবিদ্যালযত ভৰ্তি হয আৰু ১৯১৩ চনত কলা বিষযত ইন্টাৰমিডিযেট পৰীক্ষাত উত্তীৰ্ণ হয। কলিকতা বিশ্ববিদ্যালযত এইবাৰো তেও প্ৰথম স্থান অধিকাৰ কৰে। বাণীকান্ত কাকতিৰ এই বিৰল কৃতকাৰ্য্যতাৰ বাবে অসমৰ সকলোৱে তেওঁক উষ্ণ সম্বৰ্ধনা জনায। উল্লেখযোগ্য যে তেওঁক সম্বৰ্ধনা জনাবৰ বাবে গুৱাহাটীৰ কাৰ্জন হলত এখন সভা বহিছিল য'ত সভাপতিত্ব কৰিছিল কৰ্ণেল পি আৰ টি গৰ্ডনে।

ঘৰৰ অৱস্থা বৰ টনকিযাল নোহোৱা সত্বেও ইযাৰ পাচত তেওঁ বি এ পঢ়িবলৈ কলিকতালৈ যাত্ৰা কৰে। শিক্ষাধিকৰ্তা হিচাপে কেইন্দ বছৰলৈ অসমৰ শিক্ষাৰ গুৰি ধৰোতা জে আৰ কানিংহাম আৰু অন্যান্য ভদ্ৰলোকে তেওৰ পঢাৰ খৰচ যোগান ধৰিছিল। ১৯১৫ চনত তেওঁ সন্মানসহ বি এ পৰীক্ষাত উত্তীৰ্ণ হয কিন্তু দ্বিতীয শ্ৰেণীৰ চতুৰ্থ স্থানহে লাভ কৰে। অৱশ্যে প্ৰেচিডেন্সি কলেজৰ ভিতৰত সৰ্বোচ্চ স্থান পোৱা হেতুকে সেই বছৰৰ টনী মেমৰিযেল বটা তেৱেঁই লাভ কৰে।

ইযাৰ পাচত বাণীকান্ত কাকতিযে ইংৰাজী সাহিত্য অধ্যযনৰ বাবে কলিকতা বিশ্ববিদ্যালযৰ স্নাতকোত্তৰ শ্ৰেণীত নামভৰ্তি কৰে। কিন্তু ইযাতো প্ৰতিকূল পৰিস্থিতিৰ সৈতে সংগ্ৰামৰ ওৰ নপৰিল। তাৰ উপৰি ১৯১৬ চনত তেওঁ বিবাহ পাশতো আবদ্ধ হয। যদিও তেওঁ পঢাত লাগিল ১৯১৭ চনত কিন্তু পৰীক্ষাত অৱতীৰ্ণ হ'ব নোৱাৰিলে। পাচৰ বছৰত পৰীক্ষাত বহি ইংৰাজী এ গ্ৰুপত এম এ পৰীক্ষাত পুনৰ ২য শ্ৰেণী লাভ কৰে।

১৯১৮ চনৰ নৱেম্বৰৰ পৰা কাকতি কটন কলেজৰ ইংৰাজী অধ্যাপক হিচাপে নিযুক্ত হয। ইতিপূৰ্বে এই কলেজত একমাত্ৰ অধ্যাপক আছিল সূৰ্য্যকুমাৰ ভূএগ। সেই বছৰৰে জুলাই মাহত তেওঁ ইংৰাজীৰ অধ্যাপক নিযুক্ত হৈছিল। ইযাৰ আগতে হেনো এই উচ্চ শিক্ষাৰ অনুষ্ঠানটোত ২/৩ শ্ৰেণী পোৱাৰ অজুহাতত থলুৱা এম এ, এম এছ চি প্ৰাৰ্থীসকলক নিযুক্তি দিয়া নহৈছিল। তেতিযা এই ব্যৱস্থাৰ বিৰুদ্ধে অসমত শক্তিশালী জনমত গঢ়ি

উঠিছিল আৰু সূৰ্য্য কুমাৰ ভূএগক নিযুক্তি দিবলৈ গৱৰ্ণৰক হেঁচো দিয়া হৈছিল। কটন কলেজত প্ৰৱেশ কৰিবলৈ ইয়ে কাকতিৰ পথ সুগম কৰিলে। কিন্তু দ্বিতীয় শ্ৰেণীত সন্তুষ্ট নহৈ তেওঁ ১৯২৬ চনত ইংৰাজীৰ বি এ.পত প্ৰথম স্থান দখল কৰি 'ক্ষেত্ৰ মোহন চেটাৰ্জী সোণৰ পদক অৰ্জন কৰে।

অধ্যাপক কাকতিয়ে বহু ছাত্ৰ থকা শ্ৰেণীসমূহত শিকোৱা, 'টিউটৰিয়েল' কামৰ বহী চাই শুদ্ধ কৰা, বছৰেকীয়া আৰু দুমহীয়া পৰীক্ষাবোৰৰ বহী পৰীক্ষা কৰা ইত্যাদি কলেজ শিক্ষকৰ নানা দায়িত্ব পালন কৰি যাব ধৰিলে। এইবোৰৰ ভিতৰত শেষৰ কামটোৰ গোটেই বছৰ ছাত্ৰক আৰু শিক্ষকসকলক 'তপস্যাত ব্যস্ত ৰখাটো সুদক্ষ অধ্যক্ষ চুডমাৰ্চন চাহাবৰ এটা উত্তম কৌশল আছিল। এইবোৰে শিক্ষক তথা ছাত্ৰক অতিশয় ব্যস্ত কৰি ৰাখিছিল আৰু বৰ্তমানৰ দৰে আমাৰ শিক্ষকসকলে ঘৰত টিউচন কৰাৰ সময়ো পোৱা নাছিল বা ইচ্ছাও কৰা নাছিল। ড কাকতিয়ে নিজৰ লেখাত ক'ৰবাত উল্লেখ কৰিছিল—এই ঘটনাৰ অৰ্থ বৰ্তমান আমাৰ শিক্ষকসকলৰ বাবে বৰ দৰকাৰ যেন লাগে। ঘটনাটো এনে ধৰণৰ— এদিন টিউটৰিয়েল শ্ৰেণী শেষ হোৱাৰ ঘন্টা বজাৰ পাঁচ মিনিট পূৰ্বে তেওঁ অনুশীলনী বহী শুদ্ধ কৰা কাম শেষ কৰি শ্ৰেণীত ল'ৰাবোৰক এৰি ওলাই অহাৰ বাটতে অধ্যক্ষ চুডমাৰ্চনক হঠাৎ দেখা পালে। তেওঁ তেওঁৰ সুবিদিত দীঘল দীঘল খোজেৰে আহি কাকতিক আগভেটি ধৰিলে। তেওঁ নিজৰ ঘড়ীটো কাকতিৰ আগত দাঙি ধৰি ক'লে— ঘন্টা শেষ হ'বলৈ এতিয়াও পাঁচ মিনিট বাকী আছে।' কাকতিয়ে শুধৰণিৰ কাম শেষ কৰা বুলি কওঁতে তেওঁ দীঘল দীঘলকৈ খোজ পেলাই অন্যফালে গতি কৰে। এই সৰু ঘটনাৰ পৰা অনুমান কৰিব পাৰি যে তেতিয়াৰ কটন মহাবিদ্যালয়ৰ অধ্যাপক সকলৰ বাবে কৰ্তব্য কিমান কঠোৰ আছিল। যিয়েই নহওক কাকতিয়ে হেনো কাৰোবাক পৰশি বা পৰীক্ষা কৰিহে ওচৰ চাপিবলৈ দিছিল। ড প্ৰফুল্ল দত্ত গোস্বামীয়ে তেওঁৰ ড° বাণীকান্ত কাকতিৰ সোঁৱৰণত লিখা প্ৰবন্ধটোত লিখিছে যে 'যদিও কাকতি ওখৰ পৰা চাপৰলৈ সকলোৰে লগত মিলিব পাৰিছিল তথাপি তেওঁ আছিল অলপ অৰ্থমুখী। দ্বিতীয়তে আগবয়সতে তেওঁ আৰ্থিক অনাটন, স্বাস্থ্যৰ দুৰ্বলতা আদিৰ পৰা ইমান ভুগিলে যে সেইবিলাকৰ সোঁৱৰণে তেওঁৰ মন কিছু পৰিমাণে তিতা কৰি ৰাখিলে। তৃতীয়তে তেওঁৰ মগজু ইমান উচ্চ স্তৰৰ আছিল যে যেই সেই মানুহৰ সংগ তেওঁ আমনিদায়ক পাইছিল। আনহাতে, তেওঁ আছিল মাটিৰ মানুহ, তেওঁ সাধাৰণ পিয়ন-চকিদাৰৰ লগতো ধেমালি কৰিছিল।'

চৌপাশে দেখিবলৈ পোৱা সাময়িক অস্থিৰতা আৰু মানুহৰ কৰ্তব্য আৰু দায়িত্বৰ প্ৰতি বিৰাগ লক্ষ্য কৰি তেওঁ এক আকৰ্ষণীয় মনোভাব ব্যক্ত কৰিছিল—

'ভীমৰ গদা ঘূৰাবলৈ হ'লে আগেয়ে ভীমৰ বল অৰ্জন কৰি ল'ব লাগিব।' এইটো যে মানুহে নুবুজে সেইটো নহয়। কিন্তু বৰ্তমান ডেকা-গাভৰু সকলৰ মাজত এই কৃত্ৰিম অধৈৰ্য্যই দেখা দিছে। তেওলোকে নিজৰ জীৱনৰ দায়িত্বৰ ফালে আওকাণ কৰি ৰাইজৰ মঙ্গলৰ দায়িত্বৰ কথাত বেছিকৈ মন দিয়ে। কিন্তু ৰাইজৰ মঙ্গল সাধনা যে ভীমৰ গদা শৰীৰত বল নহ'লে দাঙিব নোৱাৰি সেইটো পাহৰি যায়। ফলত হয় শক্তিৰ অপব্যৱহাৰ আৰু অকাল বৃদ্ধত্ব। আজিকালি ছাত্ৰৰ মাজত যিবোৰ আন্দোলন চলে তাৰ ভিতৰত দায়িত্বৰ ওপৰত চকু নাৰাখি নিজৰ বৰ্তমান কৰ্তব্য নকৰি কাল্পনিক স্বত্বৰ বাবে হাহাকাৰ কৰা দেখা যায় যেন কোনোবাই তেওলোকক ছাত্ৰৰ স্বত্বৰ পৰা বঞ্চিতহে কৰিছে। শাস্ত্ৰত আছে যোগ্য ভোগ্য বসুন্ধৰা।

এই ৰচনাখন লিখিবৰ ৩০ বছৰৰ ওপৰ হ'ল তথাপি ইয়াৰ সাম্প্ৰতিকতা লোপ পোৱা নাই।

বাণীকান্ত কাকতিয়ে ভাষাতত্ত্বৰ গৱেষণাৰ মাজেদি অসমীযা ভাষাৰ স্বকীযতা প্ৰতিষ্ঠা কৰিছিল সাহিত্যৰথী বেজবৰুৱা হেমচন্দ্ৰ গোস্বামী পদ্মনাথ গোহাঁঞি বৰুৱা আদি অসমীযা জাতীযবাদী সাহিত্যিকসকলে অসমীয়া সাহিত্য আৰু ভাষা বিকশিত আৰু বিস্তাৰিত কৰাৰ যি বৌদ্ধিক যুঁজ আৰম্ভ কৰিছিল সেই ৰণভূমিত ড বাণীকান্তও এজন বীৰ সৈনিক আছিল।

বাণীকান্ত কাকতিয়ে অসমীযা সমালোচনা সাহিত্য গঢ দিযে এক উন্নত ৰূপত। জোনাকী বিজুলী বাঁহী উষা আদিৰ সৈতে যুক্ত কোনো কোনো সাহিত্যিকে সাহিত্য-সমালোচনামূলক প্ৰবন্ধ ৰচিছিল কিন্তু ড কাকতিয়ে এক নতুন ৰূপত সমালোচনা সাহিত্য ৰচনা কৰিবলৈ লয়। পুৰণি বৈষ্ণৱ যুগ উভয় ক্ষেত্ৰৰ সন্দৰ্ভতেই তেও মনোৰম আৰু বুদ্ধিদীপ্ত সমালোচনামূলক সাহিত্যাকে ধৰি বিবিধ ৰচনা লিখি থৈ গৈছে। এই ক্ষেত্ৰত পুৰণি অসমীয়া সাহিত্য, 'সাহিত্য আৰু প্ৰেম' আৰু 'পখিলা এই তিনিখন পুথিৰ নাম অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পৰা হেৰাই নাযায়।

আজিৰ সাহিত্য সমাজত অলেখ নতুন নতুন বুদ্ধিদীপ্ত সমালোচনা অসমীয়া সাহিত্যত প্ৰকাশিত হ'বই লাগিছে। তথাপি ড° কাকতিৰ

সমালোচনামূলক ৰচনাসমূহৰ মৌলিকতা আৰু ৰসঘন মধুচক্ৰ যেন আজিও শুকাই যোৱা নাই। তেওঁৰ ৰচনাৰাজি সময়ৰ হিচাপত পুৰণি হ'ল যদিও মাধুৰ্য্য গুণত সেইৰোৰে এতিয়াও নতুন স্বাদ দিয়ে।

তেও ৰচনা কৰা 'সাহিত্যত করুণ ৰস' 'নামঘোষা 'নাৰী' 'হৃদয়' 'ডাবৰ 'কুমাৰহৰণ আদি প্ৰবন্ধত সমালোচক বাণীকান্ত কাকতি হৈ পৰিছে এগৰাকী উচ্চ ৰুচিপূৰ্ণ সাহিত্য ৰসিক আৰু সৌন্দৰ্য্য সন্ধানী কবি হৃদয়ৰ অধিকাৰী সাহিত্যিক। এইজন বাণীকান্তই যেন সাহিত্যৰ মধুপান কৰি আপোনা আপুনি বিলীন তেওৰ ভাষা এক কাব্যিক শিঞ্জন, এক কোমল মাধুৰ্য্য। উপমা চিত্ৰকল্প শব্দ-চয়ন আৰু ইংগিতময় ভাষাৰ সাৱলীল গতিত সমালোচনামূলক ৰচনাও হৈ পৰিছে এক অনিৰ্বাচনীয় কাব্যগন্ধী গদ্য। ড° কাকতিৰ আঙুলিৰ যাদুত ঠন ধৰি উঠা গদ্যৰ এক অভিনৱ শিল্প ৰূপ দেখিবলৈ পোৱা যায় তেওঁৰ প্ৰবন্ধমালাত।

যিযেই নহওক ড° কাকতিযে বিশেষকৈ অসমৰ ডেকা পণ্ডিতসকলৰ কাৰণে নিজৰ কৰ্মৰাজিৰে যি উজ্জ্বল দৃষ্টান্ত এৰি থৈ গ'ল সি কেতিয়াও মোলান পৰি নাযায। যেতিযালৈকে অসমীযা ভাষা জীয়াই থাকিব তেতিযালৈকে বিজ্ঞানসন্মত ভাষাতত্ত্বৰ ভেটিত অসমীয়া ভাষাক প্ৰতিষ্ঠা কৰি যোৱা অসমৰ এইজনা ভাষাতাত্ত্বিক পণ্ডিতৰ স্মৃতিত ভৱিষ্যৎ বংশধৰ আৰু কটন কলেজৰ পৰিয়ালবৰ্গই মূৰ দোৱাই থাকিব। ❑

## নীৰৱ সাধক
# ড° প্ৰফুল্ল দত্ত গোস্বামী



কটন গৌৰৱ নে অসম গৌৰৱৰ এইবাৰ লিখিবলৈ লৈছো ড° প্ৰফুল্ল দত্ত গোস্বামীৰ কথা মানুহজনৰ নাম স্কুলত পঢ়াৰ কালৰে পৰাই আই-বোপাইৰ মুখত শুনি আহিছো। পিছে তেওঁৰ বিষয়ে বৰকৈ নাজানিছিলো। এদিন প্ৰয়াত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই তেওঁৰ ঘৰলৈ লৈ গৈছিল ১৯৯৪ চনৰ জুন মানত হ'ব পায়। তেতিয়া গোস্বামী নৰিয়াত। গৈ মানুহজন লগ-পাই মনতো বৰ ভাল লাগিল বহুতো ভাল ভাল কথা কৈছিল। পাচত তেওঁৰ পুত্ৰ ভাস্কৰ দত্ত গোস্বামীয়ে ড গোস্বামীৰ 'মনৰ পখী উভতি উৰে বুলি কিতাপখন দিছিল কিতাপখন নামতহে আত্মজীৱনী Encyclopadia বুলি ক'লেও ভুল নহয়। এই ব্যক্তিজন কটন কলেজৰেই ছাত্ৰ আছিল আৰু কটন কলেজত শিক্ষকতাও কৰিছিল। এক কথাত কটন কলেজৰ প্ৰত্যেকজন কটনিয়ানে বহল অসমীয়াৰ বাবে গৌৰৱ। সেয়েহে এই সকল ব্যক্তিৰ অতীত আৰু ঐতিহ্য ৰোমন্থনত নতুন প্ৰজাতিয়ে নতুন পথ বিচাৰি পাব যেন লাগে।

লোক সংস্কৃতিৰ একনিষ্ঠ গৱেষক ড° প্ৰফুল্ল দত্ত গোস্বামী পৰম্পৰা বিৰোধী সাহিত্যিক আছিল। তেখেতৰ ৰচনাত সাহিত্যৰ প্ৰচলিত বান্ধোনৰ সলনি প্ৰকাশ পাইছে তীব্ৰ কৌতুহলী আৰু অভিজ্ঞতা সঞ্চয়ী পণ্ডিতৰ অনুভূতিৰ দ্বিধা শূন্য প্ৰকাশ। ড° গোস্বামীৰ লেখা সদায়েই ঋজু পৰিমিত আৰু স্বচ্ছ।

বিষয়বস্তুৰ বৈচিত্ৰও তেখেতৰ ৰচনাকৃতিৰ অন্যতম বৈশিষ্ট্য। ড° গোস্বামীৰ অধ্যয়ন স্পৃহা, অভিজ্ঞতা সঞ্চয় আৰু জীৱনক উপভোগ কৰাৰ প্ৰবৃত্তিৰ যি বিশেষত্ব, তাৰ প্ৰকাশ তেখেতৰ ৰচনাসমূহৰ দেহ আৰু আত্মা।

আন ছাত্ৰৰ দৰে ড° গোস্বামীও কবি হ'বলৈ মন মেলিছিল ষষ্ঠ শ্ৰেণীতেই তাকো বঙালী পদ্য এফাকিক অসমীয়া ৰূপদি। সম্ভৱ সেয়ে আছিল তেওঁৰ প্ৰথম ৰচনা। তেজপুৰৰ পৰা আহি গুৱাহাটীৰ কটন কলেজিয়েটত নাম লিখাৰ পাচত সহপাঠী দুই-চাৰিৰ লগ লাগি হাতে লিখা এখন আলোচনী উলিযাইছিল।

কটন কলেজত আই এ পঢ়ি থকা সময়তে ড° গোস্বামীৰ ৰঘুনাথ চৌধাৰীৰ লগত চিনাকি হৈছিল। ৰঘুনাথ চৌধাৰীৰ পৰাহে হেনো তেওঁৰ পিতৃৰ কথা ভালকৈ জনিব পাৰিছিল। কটন কলেজৰ পৰাই সন্মান সহ ইংৰাজীত বি এ পাছ কৰি শ্বিলঙৰ লাবান হাইস্কুলত শিক্ষক হিচাপে যোগ দিছিল। তেতিয়া ১৯৪১ চন। তাৰ পাছতেই তেওঁ হেনো ছেক্ৰেটৰিয়েটত চাকৰি পাইছিল। এই চাকৰি পোৱাৰ পাছতো তেওঁৰ মানসিক দ্বন্দ্ব শেষ হোৱা নাছিল। সেয়ে এই চাকৰিত ধৰি নাথাকি কলিকতাত (১৯৪৩-৪৪) ইংৰাজীত এম এ পঢ়িবলৈ যায। তেওঁ ১৯৪৪ চনৰ আগষ্ট মাহত ইংৰাজীত এম এ পৰীক্ষা দিযে। গোস্বামীযে পৰীক্ষাৰ কাৰণে এখন গৱেষণা পত্ৰ দাখিল কৰিছিল, তাৰ বাবে সোণৰ পদকো লাভ কৰিছিল।

তেওঁৰ এম এ পৰীক্ষাৰ খবৰ ওলোৱাৰ আগতেই ১৯৪৪ চনৰ ২৫ নৱেম্বৰত জগন্নাথ বৰুৱা কলেজত যোগ দিযে। এই কলেজত পাঁচ মাহ কাম কৰি জুলাই মাহত কটন কলেজলৈ আহে। কটন কলেজত তিন বছৰ ছমাহ (১৯৪৪-৪৮) কাম কৰি ১৯৪৮ চনৰ ১৫ নৱেম্বৰত গুৱাহাটী বিশ্ববিদ্যালযলৈ যায। প্ৰথমে তেওঁ বি টি আৰু কমাৰ্চৰ ইংৰাজী লেকচাৰাৰ হিচাপে সোমাইছিল। ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালযত ইংলিছ লেঙ্গুৱেজ বিভাগৰ আৰম্ভণি হয আৰু তেখেতে এই বিভাগত ৰিডাৰ আৰু বিভাগীয় প্ৰধান হিচাপে যোগ দিযে। ১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালযে ফোকলোৰ আৰু জনজাতীয় কৃষ্টি সম্পৰ্কে অস্থাযী আঁচনি এটা স্থাপন কৰে। ড বিৰিঞ্চি কুমাৰ বৰুৱাই প্ৰথমতে ইযাৰ কাম চলায। ড° বৰুৱাৰ ১৯৬৪ চনত মৃত্যু হোৱাত ড° গোস্বামীযে ইযাৰ দাযিত্ব লয়। ১৯৭২ চনত লোক সংস্কৃতিৰ স্থায়ী বিভাগ এটা সৃষ্টি হোৱাত ড° গোস্বামীক তাৰ 'প্ৰফেছৰ' পতা হয। এই বিষয়ত প্ৰফেছৰ' বাব পোৱা ভাৰতৰ তেখেতেই প্ৰথম অধ্যাপক। উক্ত বিভাগত কাম

কৰি থাকি ১৯৮১ চনৰ ২৮ ফেব্ৰুৱাৰীত তেওঁ অৱসৰ গ্ৰহণ কৰে।

১৯৫৩ চনৰ জুলাই মাহত ড° গোস্বামীয়ে তেওঁৰ গৱেষণা গ্ৰন্থ 'Studies in Folklore of Assam গুৱাহাটী বিশ্ববিদ্যালয়ত দাখিল কৰে। এই বিশ্ববিদ্যালয়ত দাখিল কৰা এইখনেই প্ৰথম Thesis। এই গ্ৰন্থখন Ballad and Tales of Assam নামেৰে ১৯৬০ চনত গুৱাহাটী বিশ্ববিদ্যালযে ছপা কৰি উলিয়ায়। ড° গোস্বামীৰ গৱেষণা গাইড আছিল ড বিৰিঞ্চি কুমাৰ বৰুৱা। এইখনৰ বাবে ১৯৫৫ চনত তেখেতে ডি ফিল উপাধি লাভ কৰে আৰু ১৯৬০ চনত প্ৰথমে গ্ৰন্থাকাৰে প্ৰকাশিত হোৱাৰ পাচত এইখনেই কঢ়িযাই আনে অকল সৰ্বভাৰতীয়ই নহয় আন্তৰ্জাতিক স্বীকৃতিও। ইযাৰ মাজতেই তেখেতে এটা উচ্চতৰ পাঠ্যক্ৰম গ্ৰহণ কৰিবলৈ ইংলণ্ডলৈ যায়। সেই পাঠ্যক্ৰম সমাপ্ত কৰা নহয়গৈ যদিও সেই সুযোগতে তেওঁ ইউৰোপৰ আন আন দেশ ভ্ৰমণ কৰে। ইতিমধ্যেই বিশ্ববিদ্যালয়ত আৰম্ভ কৰা জনজাতীয় সংস্কৃতি আৰু লোক সংস্কৃতি গৱেষণা প্ৰকল্পৰ দাযিত্ব তেখেতৰ হাতত ন্যস্ত হয়। ১৯৬৬ চনত তেখেত আমেৰিকান ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ বিখ্যাত লোক সংস্কৃতি প্ৰতিষ্ঠানত (Folklore Institute) ভিজিটিং প্ৰফেছৰ হিচাপে নিমন্ত্ৰিত হৈ যায়। আৰু দুমহীয়া অধ্যাপনাৰ দাযিত্ব সম্পন্ন কৰি স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰাৰ পথত জাপান দেশ চাই আহে।

১৯৮১ চনত তেখেতে অৱসৰ গ্ৰহণ কৰে যদিও বিদ্যাযতনিক ক্ষেত্ৰত বিশ্ববিদ্যালযৰ লগত আৰু বিশেষকৈ লোক সংস্কৃতি গৱেষণা বিভাগৰ লগত তেখেতৰ ঘনিষ্ঠ সম্পৰ্ক সদায় চলাই ৰাখিছিল। Floklore Society of Assam বা অসমৰ জনকৃষ্টি সমাজৰ (ড° গোস্বামী Floklore অৰ প্ৰতিশব্দ হিচাপে জনকৃষ্টি' শব্দটো ব্যৱহাৰ কৰাৰহে পক্ষপাতী) তেখেত প্ৰতিষ্ঠাপক সভাপতি।

আন বহুতো স্ফুটনোন্মুখ সাহিত্য সেবীৰ দৰে ড° গোস্বামীৰো প্ৰথম সাহিত্য প্ৰসাৰ স্থল স্কুলীয়া (আগতে কোৱাৰ দৰে) সেই হাতে লিখা আলোচনী। কলেজীয়া অৱস্থাত তেখেতে অধিক নিষ্ঠাৰে লেখা-মেলা কাম লাগে আৰু তেওঁৰ প্ৰথম ফালৰ ৰচনাসমূহ প্ৰকাশ পায় 'জয়ন্তী আলোচনীত। ১৯৩৮ চনত ৰঘুনাথ চৌধাৰীৰ নেতৃত্বত গঠিত হয় প্ৰগতি সমাজ যাৰ ঘোষিত উদ্দেশ্য আছিল 'জাতীয় সাহিত্যৰ উৎকৰ্ষ'। এই নিমিত্তে আলোচনাৰ মাজেদি নতুন সমাল সৃষ্টি কৰা ড° গোস্বামী এই সমাজৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰে

আৰু ইয়াৰ সম্পাদনাৰ দায়িত্ব বহন কৰে। ইয়াৰ অন্যান্য সদস্যসকলৰ ভিতৰত আছিল স্বৰ্গীয় ভৱানন্দ দত্ত, স্বৰ্গীয় চক্ৰেশ্বৰ ভট্টাচাৰ্য, চৈয়দ আব্দুল মালিক, মহেশ চন্দ্ৰ দেৱ গোস্বামী, অতুল চন্দ্ৰ বৰুৱা প্ৰমুখ্যে ব্যক্তিসকল। এই সাহিত্যিক আৰু মননশীল বাতাবৰণত ড° গোস্বামীয়ে অকল সাহিত্য সৃষ্টিৰ বাবে উদ্দীপনাই যে লাভকৰে এন নহয়, প্ৰগতিবাদী ধ্যান -ধাৰণাৰ প্ৰতিও আকৃষ্ট হয়। বামপন্থী ৰাজনীতিৰ দ্বাৰা প্ৰভাবিত নহ'লেও প্ৰগতিশীল আখ্যাযুক্ত কোনো কোনো সংগঠনৰ লগত তেখেতৰ সম্পৰ্কও গঢ়ি উঠিছিল। কলিকতাত পঢ়া অৱস্থাত দেশৰ সমসাময়িক দুৰৱস্থাই জন্ম দিয়া সাম্ৰাজ্যবাদ বিৰোধী আৰু গণমুক্তি মুখী ভাবধাৰাৰ লগতো তেখেতৰ পৰিচয় ঘটে। সম্ভৱতঃ ড° গোস্বামীৰ গতানুগতিকতা বিমুখ আৰু অপ্ৰথানিৰ্ভৰ মানসিক গঠনৰ উৎস ইয়াতেই বিচাৰি পাব পাৰি।

তাৎপৰ্যপূৰ্ণ কথা যে সাহিত্যৰ ছাত্ৰ ডেকা গোস্বামীৰ প্ৰথম দুটা প্ৰকাশিত ৰচনাৰ শিৰোনামা আছিল বিহু আৰু যোজনা বা পটন্তৰ। হয়তো এইয়া আছিল এক কাকতালীয় স‌ংযোগ কিন্তু তাতেই যেন নিহিত আছিল ভৱিষ্যৎ সম্ভৱনাৰ আমোঘ ইঙ্গিত। লোক সংস্কৃতি চৰ্চাৰ প্ৰতি যি আগ্ৰহৰ যি বীজ ড গোস্বামীৰ বৌদ্ধিক সত্তাত সেই সংস্থাপিত হৈছিল সিযেই অঙ্কুৰিত হৈ সময়ত শাখা-প্ৰশাখাৰে বিস্তাৰিত এক বৃহৎ বৃক্ষলৈ ৰূপান্তৰিত হয়। সেই বৃক্ষৰ পুষ্প পল্লৱৰ শোভাই গুণগ্ৰাহীজনৰ মনোহৰণ কৰিছে, জ্ঞানান্বেষীজনে জুৰ লৈছে তাৰ সুশীতল ছাঁত আৰু নিষ্ঠাবান অনুগামীজনৰ বাবে তাতেই ৰক্ষিত হৈ আছে ৰসপূৰ্ণ ফলৰ সম্ভাৰ।

আলোচনাৰ সুবিধাৰ বাবে ড গোস্বামীৰ লেখাসমূহ এনে ধৰণেৰে ভগাব পাৰি—

(১) সৃষ্টিমূলক আৰু সমালোচনা জাতীয়

(২) জীৱনীমূলক আৰু ইতিহাসভিত্তিক

(৩) ভ্ৰমণ কাহিনী আৰু স্মৃতিচাৰণ আৰু অন্যান্য।

(৪) বিদ্যায়তনিক আৰু গৱেষণা ধৰ্মী আৰু অন্যান্য।

ড° গোস্বামীয়ে যদিও দুখন উপন্যাস আৰু এমুঠি মান চুটি গল্পহে লিখিছে তথাপি অসমীয়া গল্প কাহিনীৰ ইতিহাসত তেখেতৰ স্থান সুনিশ্চিত। শেষ ক'ত (১৯৪৯) আৰু কেঁচা পাতৰ কঁপনি (১৯৫২) —তেখেতৰ এই দুয়োখন

উপন্যাসেই ক্ষীণ কলেবৰৰ। কিন্তু অসমীযা উপন্যাসৰ পাঠক-সমালোচক উভচয়ৰ মনত নতুনত্বৰ সোৱাদ দিছিল। অকল সেযে নহয অসমীয়া উপন্যাসৰ বিকাশৰ লেখ লওঁতে আজিও সম্ভ্ৰমেৰে এই দুখনৰ নাম লোৱা হয়।

বিলাতী হোজা (প্ৰথম প্ৰকাশ ১৯৪৮), তেখেতৰ অধিক জনপ্ৰিয কাহিনী সংগ্ৰহ। কিন্তু ইযাৰ কাহিনী চুটি গল্পৰ শাৰীত নপৰে সেইবোৰ বৰং শিশুৰ মনোৰঞ্জনকাৰী ধেমেলীযা সাধুহে। এই যুগৰসাহিত্য (১৯৪৭) আৰু সাহিত্য আৰু জীৱন (১৯৫৫) নামৰ দুখন সমলোচনামূলক গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি গোস্বামীযে বিশ্ব সাহিত্যৰ দুখন শ্ৰেষ্ঠ গ্ৰন্থৰ অনুবাদো কৰিছিল ° এখন চোফোক্লিচৰ এন্টিগোন (১৯৬৭) আৰু আনখন মেকিযাভিলিৰ ৰাজা (১৯৬৪)। তেখেতৰ সম্পাদনা কৰা অন্যান্য সাহিত্য কৃতিসমূহ হ'ল ৰুক্মিণীহৰণ নাট (১৯৪৮) কামিনী কান্তৰ চৰিত্ৰ (১৯৬০) আৰু কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী (১৯৮০)।

বৃত্তিগত দিশৰপৰা চাবলৈ গ'লে ড গোস্বামী লোক সংস্কৃতিবিদ অৰ্থাৎ ফোকলোৰিষ্ট। সেই দিশত তেখেতক বিশ্ববিখ্যাত লোক বুলিলেও নহ'ব সেই বিষযক বিদ্যাযতনিক ক্ষেত্ৰত এজন বিশেষজ্ঞ বুলিলেহে হ'ব। তেখেতৰ হেনো নগৰাঞ্চলৰ অভিজ্ঞতাৰ তুলনাত গ্ৰামাঞ্চলৰ অভিজ্ঞতা যথেষ্ট বেছি আছিল। ভাষাৰ ক্ষেত্ৰটো সেই কথাই সত্য। সেইবাবে তেখেতৰ ৰচনাৰ ভাষাত ঘৰুৱা পৰিবেশত দৈনন্দিন জীৱনৰ সৰু-ডাঙৰ সকলো বযসৰ লোকৰ মাজত প্ৰচলিত অসমীযা ভাষাৰ প্ৰযোগ দেখা যায। তেওঁৰ উপমা পটন্তৰ, যোজনা খণ্ড বাক্য আদিও সকলোৰে পৰিচিত সন্ধি সমাস যুক্ত সংস্কৃতীয শব্দাদিৰ প্ৰযোগ বৰ কম। সম্ভৱতঃ এই বিলাক কাৰণতেই তেখেতৰ প্ৰাযবিলাক গদ্য ৰচনাই সুখ পাঠ্য হৈছে। যি কোনো পাঠকে বিনা আযাসে তেখেতৰ ৰচনা উপলব্ধি কৰি পঢ়ি আমোদ পায।

ড গোস্বামীৰ ব্যক্তিত্ব আৰু কৃতিত্বৰ বিষযে আৰু বহুখিনি ক'বলগীযা আছে। এটা সৰু প্ৰবন্ধৰ মাজতে তেওঁৰ বিশাল কৰ্মৰাজি লিখি প্ৰস্তুত কৰা সম্ভৱ নহয। যিযেই নহওক এইজন ব্যক্তিক আমাৰ কটন কলেজৰ ছাত্ৰ আৰু শিক্ষকসকলে শতবাৰ্ষিকীৰ এই প্ৰাক্‌মুহূৰ্তত শ্ৰদ্ধাৰে সোঁৱৰিছো। □

# স্বাধীনতা সংগ্ৰামী কটনৰ ছাত্ৰ

# লোকপ্ৰিয় গোপীনাথ বৰদলৈ



১৯০৭ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি গোপীনাথ বৰদলৈয়ে গুৱাহাটী কটন কলেজত নাম লিখিছিল সেই সময়ৰ আই এৰ আৰ্টছ (কলা) শাখাত। ১৯০৯ চনত ইয়াৰেই পৰা প্ৰথম বিভাগত আই এ পাছ কৰি কটনত সন্মানসহ বি এ পঢ়াৰ সুবিধা নথকা হেতুকে কলিকতালৈ পঢ়িবলৈ যায়। তাত বুৰঞ্জীত অনাৰ্ছ লৈ স্কটিছ চাৰ্চ্চ কলেজত ভৰ্তি হয়। সেই সময়ৰ চীফ কমিছনাৰ ছাৰ হেনৰি কটনৰ উদ্যোগত হোৱা বাবেই তেওঁৰ নামতেই কলেজ পতা হৈছিল। তেতিয়া কটন কলেজ দ্বিতীয় শ্ৰেণীৰ কলেজ আছিল অৰ্থাৎ আই এ লৈহে পঢ়োৱা হৈছিল। কলেজৰ হেনো ঘৰ আছিল মাথোন এটা, তাতেই প্ৰথম আৰু দ্বিতীয় বাৰ্ষিক শ্ৰেণী বহিছিল। ছাত্ৰসকল থাকিবৰ বাবে মাথো 'খেৰৰ দীঘলীয়া ঘৰ এটাহে আছিল। প্ৰতি কোঠাতে চাৰিজনকৈ ছাত্ৰ থকাৰ বন্দোবস্ত আছিল। কলেজৰ অধ্যাপক আছিল মুঠেই পাঁচজন— মিঃ চুডমাৰ্চেন (অধ্যক্ষ), অধ্যাপক চুনিলাল দে, অধ্যাপক ৰজনীকান্ত বৰাল অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ, মৌঃ এ ওৱাহেদ (ছাদুল্লা মন্ত্ৰীসভাৰ দিনত শিক্ষা বিভাগৰ মন্ত্ৰী হৈছিল। তেওঁৰ ঠাইত পাচত আন এজন পাৰ্চীৰ অধ্যাপক আহে।) এয়ে আছিল সৰ্বমুঠ অধ্যাপক মণ্ডলী। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই বিজ্ঞানৰ শ্ৰেণী খোলাৰ প্ৰস্তাৱ নামঞ্জুৰ কৰাত সেই বছৰ অৰ্থাৎ ১৯০৭ চনত কটন কলেজত

অকল ইন্টাৰমিনিডয়েট শ্ৰেণীত কলা বিদ্যা শিক্ষাৰহে ব্যৱস্থা আছিল। কে'বাজনো ছাত্ৰই বিজ্ঞান শিক্ষাৰ উচ্চ আশা লৈ আন আন ঠাইলৈ গ'ল। অসমৰ প্ৰয়াত প্ৰাক্তন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়েও কলিকতালৈ গৈ আই এছ চি মহলাত নাম ভৰ্তি কৰিলেগৈ। গোপীনাথ আন আন ছাত্ৰৰ লগত ইংৰাজী, বুৰঞ্জী, লজিক আৰু ৰসায়ন বিজ্ঞান লৈ কটন কলেজত পঢ়িবলৈ আৰম্ভ কৰিলে। এই বছৰতে বিশ্ববিদ্যালয়ে ইন্টাৰমিডিয়েট শাখাত অসমীয়া ভাষাও পাঠ্য স্বৰূপে পৰিগণিত কৰে। কটন কলেজত পোন প্ৰথম অসমীযা শিক্ষক নিযুক্ত হয় বৰপেটাৰ স্বৰ্গীয় হৰিপ্ৰসাদ বৰুৱা। গোপীনাথে নিজৰ ঘৰত থাকি কলেজলৈ অহা-যোৱা কৰিবলৈ ধৰিলে। ছাত্ৰসকলৰ লগত তেওৰ ব্যৱহাৰ বৰ অমাযিক আছিল। সেই কাৰণে কলেজৰ সকলো অনুষ্ঠানতে তেও যাতে যোগ দিয়ে তাৰ বাবে তেওৰ লগৰীযাসকলে সদায় তেওক মাতি আনিছিল। কলেজ ছাত্ৰাবাসৰ ছাত্ৰসকলে সেই সময়ত দুটা উৎসৱ বৰ সমাৰোহেৰে পালন কৰিছিল। এটা জন্মাষ্টমী আনটো শ্ৰীশ্ৰীসৰস্বতী পূজা। এই দুযোটা অনুষ্ঠানতেই গোপীনাথে হেনো যোগ দিবাই লাগিব।

সেই সমযৰ কটন কলেজৰ অধ্যক্ষ চুডমাৰ্চন চাহাবৰ তত্বাৱধানত কলেজৰ বছৰেকীযা পৰীক্ষাবোৰ বৰ টান হৈছিল। (কটন কলেজৰ বছৰেকীয়া পৰীক্ষা অৱশ্যে এতিয়াও কম টান নহয়) আৰু ছাত্ৰ সংখ্যা কম হোৱা হেতুকে চুডমাৰ্চেন চাহাব আৰু আন আন অধ্যাপকসকলে সকলো ছাত্ৰকে ভালকৈ জানিছিল আৰু কোনো ছাত্ৰই ফাকি ফুকা দিব নোৱাৰিছিল। দ্বিতীযা বাৰ্ষিক শ্ৰেণীলৈ উঠাৰ পাচত ৰসায়নৰ প্ৰেকটিকেল পৰীক্ষা আৰম্ভ হয়। তাৰ বাবে এজন কাৰ্যকাৰক (Demonstrator) লগা হ'ল। মহম্মদ ছাদুলাই (পিছলৈ ছাৰ) সেই সমযত ৰসাযন শাস্ত্ৰত এম এ পাছ কৰিছিল। (সেই সমযত কলাৰ লগতো ৰসায়ন বা জীৱবিদ্যা পঢ়িব পাৰিছিল) তেওক মাহেকত ৭৫ টকা দি উক্ত পদত নিযোগ কৰা হৈছিল। সেই সময়ত মহম্মদ ছাদুল্লাৰ তলত ৰসায়ন শাস্ত্ৰত প্ৰেক্টটিকেল কৰি ছাত্ৰসকলৰ হেনো বৰ আনন্দ হৈছিল। Test tube ধৰি 'নাইট্ৰিক এচিদৰ ৰিং টেষ্ট কৰি ছাত্ৰ গোপীনাথৰ কি আনন্দ। ক'ত যে Test tube অসাৱধান ছাত্ৰসকলৰ হাতত সেই সময়ত ভাঙিছিল।

গোপীনাথে প্ৰেকটিকেল ট্ৰেইনিং পাইছিল মহম্মদ ছাদুল্লাৰ দৰে এজন কৃতবিদ্যা লোকৰ হাতত। জীৱনৰ পিছ ডোখৰত ৰাজনৈতিক ক্ষেত্ৰত এক সম্পূৰ্ণ সুকীয়া মতবাদ পোষণ কৰি ছাৰ মহম্মদ ছাদুল্লা আৰু গোপীনাথ বৰদলৈ

সদায়েই প্ৰতিদ্বন্দ্বী শিবিৰত থাকিব লগীয়া হৈছিল যদিও মৃত্যুৰ আগমুহূৰ্তলৈকে উক্ত দুয়োগৰাকী ৰাজনীতিজ্ঞৰ মাজত গুৰু ছাত্ৰৰ সম্প্ৰীতি অটুট আছিল।

বৰদলৈয়ে ১৯১৯ চনত বিবাহিত জীৱনৰ লগে লগে শিলপুখুৰীত ঘৰ বাৰী পাতি পাৰিবাৰিক জীৱনৰ অনাবিল সুখ সৰহদিন ভোগ কৰিবলৈ নাপালে। ১৯২০ চনৰ ছেপ্টেম্বৰ মাহত কলিকতাত বহা কংগ্ৰেছ অধিবেশন আৰু নাগপুৰত বহা নিখিল ভাৰত কংগ্ৰেছ মহাসভাত 'অহিংস অসহযোগ' প্ৰস্তাব গৃহীত হোৱাৰ লগে লগে গোটেই দেশতে এই কথা লৈ তোলপাৰ লাগি উঠিল। কংগ্ৰেছ মহাসভাৰ যোগে সেই আন্দোলনৰ প্ৰৱৰ্তক হ'ল পুণ্যস্মৃতি মহাত্মা গান্ধী। তেতিয়াও সেই উপাধি অৱশ্যে সিমান প্ৰচলন হোৱা নাছিল। বৰদলৈয়ে এই বাণী কাণত পৰা মাত্ৰে যেন অন্তৰত তাৰ স্পন্দন অনুভৱ কৰিলে। বৰদলৈৰ নিজৰ ভাষাত ক'বলৈ হ'লে শ্ৰীকৃষ্ণৰ বংশী ধ্বনি শুনি ব্ৰজ গোপীসকল আকৃষ্ট হোৱাৰ দৰে ভাৰতৰ অগণন নৰনাৰী যেন এই আহ্বানত আকৃষ্ট হৈ উঠিল। মহাত্মা গান্ধীৰ প্ৰস্তাৱৰ যোগে জাতিৰ প্ৰতি আহ্বানৰ ঘাই কথা আছিল— যি শাসন পদ্ধতিয়ে মানুহক প্ৰকৃত মৰ্যাদা লাভৰ পথত বাধা জন্মায় ন্যায় বিচাৰ দিবলৈ অপাৰগ জাতীয়ৰ ঘোৰ পৰিপন্থী ব্যৱস্থাৰহে বৰ, পোষকতা কৰে যাৰ বিধানত গঢ়ি উঠা অনুষ্ঠানবোৰ বৰং জনকল্যাণৰ নহৈ চিৰ দাসত্ব মনোভাৱৰহে পৰিপোষক তেনে বিধানৰ লগত কোনেও সহযোগিতা কৰিব নাপায়। এইদৰে অসহযোগ কৰোতে যেন কোনো অৱস্থাত কোনেও যেন কোনো কাৰণতে হিংসা ভাৱৰ আশ্ৰয় নলয়। কাৰণ খণ্ডক খণ্ডেৰে দমন কৰিব নোৱাৰি-প্ৰেমেৰেহে পাৰি।

যিয়েই নহওক গণ আন্দোলন অসমতো আৰম্ভ হ'ল। গণ আন্দোলনৰ স্বভাৱেই হ'ল যে প্ৰথমে এজনৰ দ্বাৰা উদ্ভৱ হৈ তেওঁৰ সমৰ্থনকাৰী মুখ্য অলপ সংখ্যক লোকৰ সমৰ্থনত সি ক্ৰমে প্ৰসাৰিত হয়। এই অলপীয়া মুখ্য সকলৰ ভিতৰত অন্যতম আছিল গোপীনাথ বৰদলৈ। তেওঁ আৰম্ভণিৰে পৰা এই আন্দোলনত যোগ দিওঁতে প্ৰধানত দেশভক্ত তৰুণৰাম ফুকনৰ সোঁহাত স্বৰূপে থাকিয়েই কাম কৰিছিল। ১৯২১ চনৰ ছেপ্টেম্বৰ মাহত মহাত্মা গান্ধীক প্ৰথমবাৰৰ বাবে গোপীনাথ বৰদলৈয়ে স্বৰ্গীয় তৰুণ ৰাম ফুকনৰ ঘৰত লগ পাইছিল, তেওঁক দেখাৰ পাচত গোপীনাথ যেন সম্পূৰ্ণ নতুন মানুহ হৈ উঠিল। মহাত্মাৰ মহতী আদৰ্শৰ দীক্ষা গ্ৰহণ কৰি একেবাৰে শিষ্যত্ব গ্ৰহণ কৰিলে আৰু জীৱনৰ শেষ মুহূৰ্তলৈকে তাত দৃঢ়ভাৱে থাকিব পাৰিলে।

বৰদলৈয়ে হেনো ঘৰৰ মানুহবিলাকৰ মন বুজিবলৈ আৰু দেশপ্ৰেমত উদ্বুদ্ধ হ'বলৈ তেওঁৰ জেলবাস হোৱাৰ আগতে সকলোকে এদিন ওচৰলৈ মাতি আনি সুধিছিল, 'মই দেশৰ কামত কাৰাগাৰলৈ যাবলৈ ওলালে বা যাব লগা হ'লে আৰু গ'লে তোমালোকে ভাল পাবানে বেয়া পাবা?' সকলোৱে প্ৰায় একবাক্যে টপাৰাই মত দিলে 'ভাল পাম'। শ্ৰীযুতা বৰদলৈয়ে অন্তৰত দুখ পাইছিল যদিও মুখ ফুটাই নিৰ্ভয়ে কৈছিল 'ভালতো পামেই, সময়ত আমিও জেললৈ যাম'। মহাত্মা গান্ধীৰ লগত দুবাৰ দেখা হোৱাত তেওঁৰ লগত আলোচনা কৰি তেওঁৰ আদৰ্শ গ্ৰহণ কৰি বৰদলৈ যেন এজন নতুন মানুহলৈ পৰিণত হৈছিল— আগতকৈয়ো বেছি ধীৰ, শান্ত আৰু সৰল উদাৰমন বিশেষত, কায মনোবাক্যে অহিংস। মুঠতে তেওৰ ম্যাদ কাল এবছৰ পূৰা মাত্ৰাই খাটি, সময় মতে জেইলৰ পৰা ওলাই আহিল। অহিংস বাদৰ আদৰ্শ এই বন্দী জীৱনতো তেওঁ দেখুৱাব পাৰিলে।

১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছৰ ৪১ তম অধিবেশনত গোপীনাথ বৰদলৈয়ে সক্ৰিয ভূমিকা অৱলম্বন কৰে। তাৰ পাচত মিউনিছিপেলিটী আৰু লোকেল বোৰ্ডত যোগ দিয়ে। ১৯৩২ চনত বৰদলৈয়ে গুৱাহাটী মিউনিছিপেল ব'ৰ্ডৰ চেযাৰমেন হয আৰু তাৰ পাচত কংগ্ৰেছৰ আন্দোলনত সক্ৰিয ভূমিকা গ্ৰহণ কৰিব নোৱাৰা কংগ্ৰেছ কৰ্মী আৰু দেশহিতৈষী লোক কেইজনমানৰ সৈতে আগৰ অসম এছ'চিযেশ্যনখনকে পুনৰ জীৱিত কৰি অসমৰ কাৰণে সুকীযা বিশ্ববিদ্যালয আৰু হাইকৰ্ট পতা আৰু পাৰিলে তেতিযা অসমৰ অন্তৰ্ভুক্ত হৈ থাকি অসমৰ স্বাৰ্থত পদে পদে বাধা সৃষ্টি কৰি অহা ছিলেট জিলাখন অসমৰ পৰা পৃথক কৰাৰ পোষকতা কৰে।

কংগ্ৰেছৰ কোৱালিশ্যন মন্ত্ৰী সভা গঠন কৰাৰ সময়ত কংগ্ৰেছ সভাপতি সুভাষ চন্দ্ৰ বসুৱে শ্বিলংলৈ আহি সহায কৰিছিল। বৰদলৈয়ে দাযিত্ব লৈয়ে তেওঁৰ কল্পিত কামবোৰ হাতত ল'লে। ১৯৩৯ চনত মহাত্মা গান্ধীয়ে বৰদলৈক অসমত কানি নিবাৰণী কামৰ অগ্ৰগতিৰ সম্পৰ্কে সুধি পঠালে উত্তৰ স্বৰূপে ১৯৩৯ চনতেই তেওঁ গান্ধীজীলৈ লেখি সবিশেষ জনালে আৰু আশানুৰূপভাৱে কৃতকাৰ্য্য হোৱাৰ কথাও জনালে।

১৯৪৭ চনত সগৌৰৱে নিৰ্বাচিত হৈ অসমৰ মন্ত্ৰীসভাৰ নেতৃত্ব লৈ শাসনৰ দাযিত্বভাৰ লোৱাৰ লগে লগে তেওঁ অসমখন গঢ়ি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। সেই চনতেই প্ৰথমে কানি নিবাৰণী আইন প্ৰযোগ কৰালে,

দ্বিতীয় অসমত মেডিকেল কলেজ পতাৰ উদ্দেশ্যে পুনৰ এখন মেডিকেল শিক্ষা কমিটী গঠন কৰি দি ডিব্ৰুগড়তেই মেডিকেল কলেজ স্থাপন কৰাৰ সিদ্ধান্ত ল'লে আৰু তেওঁৰ পৰামৰ্শতেই বেৰী হোৱাইট মেডিকেল কলেজ নাম নাৰাখি অসম মেডিকেল কলেজ নামকৰণ কৰা হ'ল।

বাকী যিয়েই নহওক ভাৰতীয় গণ পৰিষদৰ নেতৃস্থানীয় প্ৰতিনিধি হিচাপে বৰদলৈৰ শ্ৰেষ্ঠ অৱদান ভাৰত সংবিধানৰ ষষ্ঠ অনুসূচী। কুখ্যাত কুপল্যাণ্ড পৰিকল্পনাকে ধৰি বিভিন্ন সাম্ৰাজ্যবাদী পৰিকল্পনাই ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ পৰ্বতীয়া অঞ্চলসমূহক অসমৰ পৰা বিচ্ছিন্ন কৰি ভাৰতৰ মূল জন স্ৰোতৰ পৰা আতৰ কৰি ৰখাৰ চেষ্টা চলাই আছিল। গণ পৰিষদত ৰেভাৰেণ্ড নিকলছ ৰায়ক তেওঁলোকৰ আঁচনিৰ উদ্যোক্তা হিচাপে প্ৰয়োগ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। কিন্তু বৰদলৈৰ সহৃদয়তা, সহনশীলতা আৰু ৰাজনৈতিক বিচক্ষণতাই ৰেভাৰেণ্ড ৰায়ৰ অন্তৰ জয় কৰিবলৈ সক্ষম হ'ল। ষষ্ঠ অনুসূচীৰ জৰিয়তে অসম ৰাজ্যৰ ভিতৰতে থাকিও অসমৰ পৰ্বতীয়া জিলাকেইখনে নিজ নিজ জিলা পৰিষদৰ তেওঁলোকৰ সুকীয়া সংস্কৃতি জীৱন যাত্ৰাৰ ধাৰা আৰু বিকাশৰ প্ৰতিশ্ৰুতি আৰু ৰক্ষাকবচ পালে। দুৰ্ভাগ্যৰ বিষয় বৈচিত্ৰ্য আৰু অনৈক্যৰ মাজতো অসমৰ ঐক্য আৰু সংহতিৰ কাৰণে বৰদলৈয়ে যি পটভূমি ৰচনা কৰিছিল তাক সফলভাৱে ৰূপায়ণ কৰিবলৈ তেওঁ জীয়াই নাথাকিল।

কটন কলেজৰ শত বাৰ্ষিকীৰ প্ৰাক্ মুহূৰ্তত কটন কলেজৰেই ছাত্ৰ এইজনা ব্যক্তিয়ে অসমৰ বহুমুখী বিকাশৰ কাৰণে যি কৰি গ'ল তাৰ মূল্যায়ন আমাৰ উঠি অহা নতুন প্ৰজাতিয়ে কৰিব পাৰিবনে? ❐

# কটন কলেজৰ প্ৰথম অধ্যক্ষ

# উইলিযাম চুদমাৰ্চন



১৮৬৬ খৃংস্ত গুৱাহাটী চেমিনাৰীত এফ এ আৰু আইনৰ শ্ৰেণীৰে অসমৰ কলেজীয়া শিক্ষাৰ পাতনি আৰম্ভণৰ কথা প্ৰায জনাজাত।

উনৈশ শতিকাৰ শেষ দশকৰে পৰা অসমত পূৰ্ণাঙ্গ কলেজ পতাৰ আন্দোলন আৰম্ভ কৰিছিল। মাণিকচন্দ্ৰ বৰুৱা প্ৰভৃতি আছিল এই আন্দোলনৰ গুৰি ধৰোঁতা। অসমত কলেজ স্থাপন কৰা বিষযত বিভিন্নজনৰ বিভিন্ন মত।

অৱশেষত কলেজ হ'ল। বৰ্তমানৰ ৰসাযন বিভাগটোৱেই আছিল—কটন কলেজৰ প্ৰথম ভৱন। এই ঘৰটো হেনো এচিষ্টেন্ট ইঞ্জিনীযাৰ শুভ্ৰেন্দুমোহন গোস্বামীৰ তত্ত্বাৱধানত সজা হৈছিল। এতিযা তাত ডাঙৰ পকী ঘৰ নিমাৰ্ণ কাৰ্য্য চলিছে।

কলেজৰ শুভাৰম্ভৰ দিনাই অৰ্থাৎ ২৭ মে'ত ১৯০১ চনত কলেজৰ নৱনিযুক্ত অধ্যক্ষ ফ্ৰেডাৰিক ইউলিযম চুদমাৰ্চন গুৱাহাটীলৈ আহি নৰ্থব্ৰুক গেটত জাহাজৰ পৰা পাৰত উঠিল। সেই সমযত অসমৰ লগত বাহিৰৰ সংযোগ পথ জাহাজ। ৰেলপথ সম্পূৰ্ণ হৈ উঠাগৈ নাই। গোৱালন্দৰ পৰা তিনি দিন ৰাতিযে দিনে আহি বৰ ক্লান্ত হৈ পৰিছিল চুদমাৰ্চন চাহাব। পূৰ্বতে চাৰি বছৰ কাল তেওঁ বেৰিলিৰ কলেজত অধ্যাপনা কৰিছিল। বেৰিলিৰ উত্তপ্ত গৰমৰ সলনি মুচৌৰীত বন্ধ উপভোগ কৰি আছিল। তাৰ পাচত আহিব লগা হ'ল

গুৱাহাটীলৈ নতুন ঠাই নতুন কৰ্মক্ষেত্ৰ, তাৰোপৰি এখন নৱনিৰ্মিত কলেজৰ নতুন অধ্যক্ষ। চুদমাৰ্চন উপস্থিত হ'ল গুৱাহাটীৰ ডাক বঙলাত। লগত সাৰথি গুৰ্খা চাপ্ৰাচী এজন। ডাক বঙলাত লগ পালে কেইজনমান চাহ-বাগিচাৰ চাহাবক। বৰ্তমান কটন কলেজৰ অধ্যক্ষৰ বাসভৱনেই তেতিয়াৰ ডাক বঙলা। এই ডাক বঙলাটোকে পাচত কটন কলেজৰ অধ্যক্ষৰ বাসভৱনত পৰিণত কৰা হয়। বৰ্তমানৰ ডীনসকল পিছে এই অধ্যক্ষৰ বাসভৱনত খুউব কমেইহে থকা দেখা যায় কাৰণটো পিছে বৰ গভীৰ। এই অধ্যক্ষ বা ডীনসকলৰ ম্যাদ বৰ কম (খুউব বেছি ৬-৮ মাহ)। সেযেহে এই বাসভৱনটো এৰাবাৰীলৈহে পৰিণত হৈছে।

কটন কলেজৰ শুভাৰম্ভৰ দিনা গুৱাহাটী উখল-মাখল। উৎসৱৰ বাবে দূৰত বেণ্ডপাৰ্টি বাজি আছিল। বেণ্ডপাৰ্টি বজোৱাৰ কাৰণ আৰু তাক সুধি চুদমাৰ্চনে জানিব পাৰিলে সেয়া কটন কলেজ শুভাৰম্ভৰ আনন্দৰ ধ্বনি। কিন্তু মূল নাটকৰ নায়ক অধ্যক্ষ তেতিয়া মঞ্চৰ পৰা আঁতৰত।

কটন কলেজৰ নৱনিৰ্মিত ভৱন নানা ৰঙবিৰঙৰ ফুলকটা-কাগজেৰে আকৰ্ষণীয়ভাৱে সজোৱা হৈছিল। গৌৰীপুৰৰ জমিদাৰ ৰজা প্ৰভাত চন্দ্ৰ বৰুৱা হেনৰি কটন মাণিকচন্দ্ৰ বৰুৱা প্ৰমুখ্যে ভালেমান অসমৰ গণ্যমান্য ব্যক্তিৰে ৰভাঘৰ ঠাহ খোৱা। হেনৰি কটন উদ্বোধনী সভাৰ সভাপতি। সভা আৰম্ভ হৈছিল ৰঘুনাথ চৌধাৰীৰ এটি স্বৰচিত গীতিৰে। তেওঁৰ লগত হাৰমনিয়াম বজাইছিল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে। অভ্যাগত সকলৰ বাবে আছিল জলযোগৰ ব্যৱস্থা।

ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ লগত আহিছিল তেওঁৰ ৰাজদৰবাৰৰ সংগীতজ্ঞ দল। কিন্তু দৰ্শকক বাৰুকৈয়ে মুগ্ধ কৰিলে চুদমাৰ্চনৰ লগত অহা গুৰ্খা চাপ্ৰাচীজনৰ বাঁহীৰ সুৰেহে। ই জানিবা চুদমাৰ্চনৰ ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰ আগজাননীহে। চুদমাৰ্চনে ডাকবঙলাৰ আশে পাশে ঘূৰি পকি পিছদিনে অলপ দূৰত দেখিলে এটি দীঘলীয়া খেৰৰ দুচলীয়া ঘৰ। ভেটিটো মাটিৰ পৰা মাত্ৰ ছয় ইঞ্চি ওখ। ঢাৰিৰ জাপ দুৱাৰ আৰু খিড়িকী। বাকী বিস্তীৰ্ণ অঞ্চল মুকলি, জাৰ্মনী বনেৰে ভৰা। পাচত তেওঁ জানিব পাৰিলে সেইয়া হেনো কলেজৰ ছাত্ৰাবাস।

কলেজৰ এনেকুৱা পৰিবেশ আৰু অৱস্থা দেখি চুদমাৰ্চনৰ অকণো মনঃপূত নহ'ল। দুদিনমান থাকি পুনৰ বেৰিলীলৈ উভতি যোৱাৰ ইচ্ছা কৰিছিল। কিন্তু সেয়া হৈ নুঠিল।

যিযহে নহওক তেওঁ কাৰ্যভাৰ গ্ৰহণ কৰিলে। সেই সময়ত তেওঁৰ বয়স আছিল ৩১ বছৰ। ১৯০১ চনৰ পৰা ১৯২৬ চনলৈ সুদীৰ্ঘ একুৰি ছয়বছৰ কাল তেওঁ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল। অসমত উচ্চ শিক্ষাৰ প্ৰসাৰত এই গৰাকী মহান পুৰুষৰ দান সৰ্বাধিক। চৰায়ে এডাল দুডালকৈ কুটা কঢ়িয়াই বাহ সজাৰ দৰে চুদমাৰ্চনেও সেইদৰে কলেজখন গঢ়ি তুলিছিল। তেওঁৰ যত্নতে কটন কলেজ হৈ উঠিছিল ভাৰতবৰ্ষৰ ভিতৰত এখন প্ৰথম শ্ৰেণীৰ কলেজ। চুদমাৰ্চনৰ বাবে কটন কলেজ তেওঁৰ পৰিয়াল আৰু তেও সেই পৰিয়ালৰ মুৰব্বী গিৰিহঁত। তেও বাঘৰ চকুৰে চাই শাসন কৰা অথচ চৰাই পোৱালিক সস্নেহ মৰমৰ পাখিৰে ঢাকি ৰখাৰ নিচিনা এগৰাকী অধ্যক্ষ। ছাত্ৰৰ ওপৰত তেওঁৰ বাঘ চকু অকল কলেজৰ চাৰি সীমাতে সীমাবদ্ধ নহয়। কলেজৰ বাহিৰে ভিতৰে ছাত্ৰৰ ওপৰত তেওঁৰ সজাগ দৃষ্টি। বাহিৰত কোনোবা ল'ৰাক লগ পালে তেওঁক Good Morning Sir কবই লাগিব। নহ'লে বাহুত ধৰি ক'ব, কোৱা Good Morning Sir ছাত্ৰই তেনেদৰে ক'লে তেওঁ পুনৰায় কব। yes Good Morning ছাত্ৰসকলে কলেজৰ আশে পাশে য'তে ত'তে বাটৰ দাঁতিত প্ৰস্ৰাব কৰাটো তেও বেযা পায। কলেজৰ চৌহদত সেইবোৰ ব্যৱস্থা কৰি দিলে। তথাপি ছাত্ৰসকলে য'তে ত'তে এই কামটো কৰা দেখিলে তেওঁ থাপ মাৰি ধৰি কৈছিল এয়া ইয়াৰ ঠাই নহয়। কেতিয়াবা পাৰিলে বাহুত ধৰি নি নিৰ্দ্দিষ্ট স্থানত বহুৱাই দিয়ে। চুদমাৰ্চনে কলেজৰ ভিতৰে বাহিৰে বিচাৰিছিল ছাত্ৰৰ শিষ্টাচাৰ।

চুদমাৰ্চনৰ কাৰ্যকালত কলেজৰ মাহিলি পৰীক্ষা আছিল বাধ্যতামূলক। ফলস্বৰূপে বিশ্ববিদ্যালযৰ পৰীক্ষাৰ ফল হৈছিল সন্তোষজনক।

এবাৰ কটন কলেজৰ ছাত্ৰ এজনে ব্ৰহ্মপুত্ৰত গাধোওঁতে দ পানীত পৰি মৃত্যু বৰণ কৰে। দ পানীত পৰি কবকাই থকা সময়ত কোনোৱে গৈ তুলি আনিব নোৱাৰিলে। চুদমাৰ্চনে পাচত ব্ৰহ্মপুত্ৰৰ পাৰলৈ আহি আক্ষেপৰ সুৰত কৈছিল এইখিনি পানীতে দুৰ্ভগীয়া ছাত্ৰজনে বকবকাই মৃত্যুবৰণ কৰিব লগা হ'ল কোনোৱে পানীৰ পৰা উদ্ধাৰ কৰিব নোৱাৰিলে। এই সাধাৰণ কামটো মোৰ কন্যা এডাই কৰি বেচেৰা ল'ৰাজনক উদ্ধাৰ কৰিব পাৰিলেহেঁতেন।'

চুদমাৰ্চনে তেওঁৰ বঙলাৰ সমুখত বছৰি এডৰা মটৰ মাহৰ খেতি কৰিছিল। বছৰি লহপহকৈ বাঢ়ি অহা অহা মটৰ মাহডৰা পূৰঠ হৈ এনেযে শুকাই যায। কোনোৱে হাতেৰে নোচোবে। এবাৰ তিনিজন ছাত্ৰই নিশাৰ ভিতৰতে বাকলি

গুচাই মটৰ মাহেৰে তৰকাৰি ৰান্ধি খোৱাৰ দিহা কৰিলে। পিছদিনা ৰাতিপুৱা চুদমাৰ্চনে তেওঁৰ বঙলাৰ সমুখৰ মটৰমাহ ডৰাৰ এনে দুৰবস্থা দেখি কলেজলৈ আহি অগ্নিশৰ্মা হ'ল। চুদমাৰ্চনৰ খং দেখি ছাত্ৰ সকল ভযত কম্পমান। অধ্যক্ষই কাক কি কৰে তাৰ ঠিকনা নাই। মহেন্দ্ৰ নাথ ডেকা ফুকন সেই সময়ত কটন কলেজৰ ছাত্ৰ। তেওঁ কলেজলৈ আহি চুদমাৰ্চনৰ খং আৰু মটৰ মাহ চুৰি হোৱাৰ কথা জানিব পাৰিলে। কথাষাৰ শুনিযে ডেকাফুকন অধ্যক্ষৰ কোঠালৈ গ'ল আৰু ক'লে— 'ছাৰ আপোনাৰ ঘৰৰ মটৰ মাহ ডৰা চুৰি হৈছে নহয মযে মটৰ মাহ ডৰা তুলি নিছিলো।

'কি কলা? বুলি বহলকৈ চকু দুটা মেলি চুদমাৰ্চনে ডেকা ফুকনৰ চকুলৈ চালে।

'হয ছাৰ, মযে মটৰ মাহ ডৰা তুলি নিছিলো। আপোনালোকে বছৰি খেতি কৰে, কিন্তু মটৰ মাহখিনি একো নকৰে বাবে মই এইবাৰ তুলি নিছিলো।

চুদমাৰ্চনে ক'লে—'বুজিছো এইখন কলেজত তোমাৰ বাহিৰে যিবোৰ ছাত্ৰ আছে সকলোবোৰ শিযাল একমাত্ৰ তুমিযেই ন'ৰা আছা। বছৰি আমি কিয মটৰ মাহৰ খেতি কৰো জানানে? অকালতে চাইকেল দুৰ্ঘটনাত মৃত্যু হোৱা আমাৰ পুত্ৰ এজনে মটৰ মাহ বৰ ভাল পাইছিল। সেইজন পুত্ৰৰ স্মৃতিতে আমি মটৰ মাহৰখেতি কৰো। কিন্তু আমি খোৱা দূৰৰ কথা হাতেৰে স্পৰ্শ নকৰো। কলেজলৈ বছৰি ইমানবোৰ ছাত্ৰ আহে, কিন্তু কোনোৱে আমাৰ মটৰমাহ ডৰা হাতেৰে নোচোৱে। আমি মটৰ মাহ নিলে কাকো একো নকও। আজি অতদিনৰ মূৰত তুমি মটৰ মাহ ডাৰাত হাত দিবলৈ সাহস কৰিছা আৰু সত্য কথাও কৈছা। তুমিহে প্ৰকৃত ল'ৰা।

বজ্ৰ কঠোৰ অধ্যক্ষ এজনৰ যে এনে এখন কোমল অন্তৰ থাকিব পাৰে বাহিৰৰ পৰা ধৰা টান। চুদমাৰ্চনৰ ছাত্ৰ সহকৰ্মী সকলোৰে প্ৰতি আছিল স্নেহ, মৰম।

চুদমাৰ্চন আছিল এগৰাকী বিদ্যানুৰাগী অধ্যক্ষ, তেওঁৰ Notes on Assamese Language and literature এখন মূল্যবান পুস্তিকা। চুদমাৰ্চন আছিল লণ্ডণৰ বি এ পিছে ১৯০৮ চনত তেওঁ আই ই এছ গ্ৰেড লাভ কৰিছিল।

কটন কলেজৰেই ইংৰাজী বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক আৰু তাহানিৰ ছাত্ৰ সম্থাৰ সম্পাদক প্ৰয়াত চন্দ্ৰকলিতাদেৱে কটন কলেজৰ হীৰক জয়ন্তী উপলক্ষে প্ৰকাশ কৰা গ্ৰন্থত লিখা— Gandhi is Congress Sudmersen is Cotton College এই বাক্যটো সঁচাকৈযে সত্য আৰু উদ্দীপক।

কটন কলেজৰ মুখপত্ৰ 'কটনয়ান ৰ জন্ম হৈছিল চুদমাৰ্চনৰ দিনতেই। তেওঁ কৈছিল The Publication of a magazine is about the first venture of an education institution It says much for the modest restrain of the infant that it should hold itself so silently for so many years যিয়েই নহওক তেওৰ দিনতেই The Cotton College Magazine প্ৰকাশ পাইছিল ১৯২২ চনৰ ৯ ডিচেম্বৰ তাৰিখে।

১৯২৬ চনৰ ২৭ ডিচেম্বৰৰ পৰা তেওঁ অৱসৰ গ্ৰহণ কৰিছিল। ৫৭ জন ছাত্ৰৰে আৰম্ভ কৰা কটন কলেজৰ ছাত্ৰসংখ্যা তেওৰ বিদাযৰ সময়ত ৫২৭ জনলৈ বৃদ্ধি পাইছিল।

এবাৰ উচ্চ শিক্ষাৰ বাবে কটন কলেজৰেই পৰবৰ্তী এজন অধ্যক্ষ ড সূৰ্য্য কুমাৰ ভূঞা বিলাতলৈ যাওতে চুদমাৰ্চনক লগ পাইছিল। চুদমাৰ্চন বাস কৰিছিল চাচেক্সৰ নাটলতে। ১৯৩৬ খ্ৰী ২৪ অক্টোবৰ ৰাতিপুৱা ভূঞাই চুদমাৰ্চনৰ ঘৰলৈ বুলি নাটলেৰে হাইষ্ট্ৰীটত উপস্থিত হ'ল।

তিনিকুৰি ছয় বছৰ বয়সীযা চুদমাৰ্চন তেতিযা এখন কৃষিপাম আৰু ডাযেৰীৰ গৰাকী। সেযেহে ধেমালি কৰি কৈছিল—'কটন কলেজৰ অধ্যক্ষ এতিয়া এজন খেতিয়ক।

কটন কলেজৰ হীৰক জয়ন্তী উপলক্ষে ১৯৫১ চনত চুদমাৰ্চনে কটন কলেজলৈ এটি শুভেচ্ছাবাণী পঠিয়াইছিল এই শুভেচ্ছাবাণী ইমানেই সুন্দৰ যে প্ৰত্যেক জন কটনিয়ান আৰু শিক্ষকে শতবাৰ্ষিকীৰ এই প্ৰাকমুহুৰ্তত ইয়াক এবাৰ হ'লেও পঢ়ি চোৱা উচিত।

*বাণীটো এনে ধৰণৰে—*

The Principles which guided the past must guide its future Avoiding all narrowness of thought or class or creed with charity towards all let students and staff remember that

education is only of value as it leads to greater service to mankind that narrowly pursued it but Dead Sea fruit of disappointment and embitterment

What will be the centenary judgement upon the Cotton College? will the students have served the province or will they have strewn only to serve themselves The people of the province down to the poorest, will give the judgement see to it each one of you that you can await that judgement with calm and quiet confidence

Vale

F W SUDMERSEN

WORDWICK FARM
Nutley Sussex
May26 1951

১৯৫৩ চনত ইংল্যণ্ডৰ ইষ্টবোর্ণত চুদমার্চন স্বৰ্গী হয়। □

# জননায়ক
# দেবেশ্বৰ শৰ্মা



কটন কলেজৰেই ছাত্ৰ দেবেশ্বৰ শৰ্মাই ভাৰতৰ স্বাধীনতা আন্দোলনৰ এজন স্মৰণীয ব্যক্তি আছিল আৰু প্ৰসিদ্ধ নেতাও আছিল। মহাত্মা গান্ধীৰ নেতৃত্বত পৰিচালিত ১৯২০-২১ চনৰ অসহযোগ আন্দোলনৰ দিনৰ পৰা ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ লগত তেখেত ঘনিষ্ঠভাবে জড়িত থাকি দেশপ্ৰেমৰ জ্বলন্ত প্ৰমাণ দি আহিছে। এনেভাৱে একেৰাহে সুদীৰ্ঘকাল স্বাধীনতা যুঁজত সক্ৰিযভাৱে লাগি থকা দেশ নেতা আৰু কৰ্মীৰ সংখ্যা ক্ৰমান্বযে কমি আহিছে। স্বাধীনতা লাভৰ পাচত শৰ্মা দেৱে দেশ গঠনৰ বিভিন্ন ক্ষেত্ৰত যেনে প্ৰশাসনৰ গঠনমূলক কামত যথেষ্ট বৰঙণি যোগাই আহিছিল।

১৬ বছৰ বযসতে দেবেশ্বৰ শৰ্মা মেট্ৰিক পৰীক্ষা পাছ কৰি ১৯১২ চনত গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয়। কটন কলেজৰ পৰা বৃত্তি লাভ কৰি আই এ পৰীক্ষা পাঁচ কৰাৰ পাচত তেখেত কলিকতাৰ মেডিকেল কলেজত ভৰ্তি হোৱাৰ কথা আছিল। কিন্তু গ্ৰহণী ৰোগত আক্ৰান্ত হোৱাত নিৰ্দিষ্ট সময়ত মেডিকেল কলেজত ভৰ্তি হ'ব নোৱাৰিলে। উপায়হীন হৈ কলিকতাৰ চেন্ট পল কেথেড্ৰেল ৰিপণ কলেজত তৃতীয বাৰ্ষিক শ্ৰেণীত তেখেতে নাম লগায় আৰু তাৰপৰা এখন চাৰ্টিফিকেট যোগাৰ কৰি কটন কলেজৰ তৃতীয় বাৰ্ষিকত নাম লগায়।

দেবেশ্বৰ শৰ্মা জনগণৰ মাজলৈ ওলাই অহা বছৰটো আছিল ১৯২১ চনৰ আগষ্ট মাহ।

১৯১৭ চনত কলিকতাত কংগ্ৰেছ মহাসভাৰ বিশেষ অধিবেশনত কলিকতাত অধ্যয়নৰত দেবেশ্বৰ শৰ্মাই মহাসভাৰ অধিবেশনত এজন স্বেচ্ছাসেৱক হ'বলৈ সুবিধা পাইছিল। মহাত্মা গান্ধী সুভাষ চন্দ্ৰ বসু, এনি বেচান্ত প্ৰমুখ্যে দেশৰ মহান মুক্তি যুঁজাৰুসকলক দেখা পাই, বিৰাট পুৰুষসকলৰ স্বদেশ আৰু স্বজাতিৰ প্ৰতি শ্ৰদ্ধা দেখি তেখেতসকলৰ বাণী শুনি দেবেশ্বৰ শৰ্মাৰ অন্তৰতো তীব্ৰভাৱে তেতিয়াই দেশপ্ৰেমৰ জন্ম হৈছিল। ১৯২১ চনত দেশৰ অভূতপূৰ্ব জনজাগৰণৰ সময়ত মহামানৱ মহাত্মা গান্ধী অসমলৈ আগমনৰ সময়ত যোৰহাটতো গান্ধীজীয়ে পদাৰ্পণ কৰিছিল। গান্ধীজীৰ অসম আগমনৰ সময়ত অসমৰ ৰাইজৰ গান্ধীজীৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি আৰু আস্থা দেখি গান্ধীজীৰ বাণী শুনি নিচেই কাষতে গান্ধীজীক পাই দেবেশ্বৰ শৰ্মাই দেশৰ মুক্তি আন্দোলনত সম্পূৰ্ণভাৱে নিজকে উছৰ্গা কৰাৰ সিদ্ধান্ত লয়। ৰাজনৈতিক জীৱনত গান্ধীজীক ইষ্ট দেৱ বুলি গণ্য কৰা দেৱেশ্বৰ শৰ্মাই দেশৰ অগ্নিকাল ১৯২১ চনৰ পৰা দেহা অৱসানলৈকে দেশৰ মুক্তি আৰু নিৰ্মানত বিশেষ ভূমিকাৰে সময়ৰ বালিত মুচিব নোৱৰা পদচিহ্ন ৰাখি যাবলৈ সমৰ্থ হৈছিল।

১৯২১ চনতে নিজৰ ভৱিষ্যতৰ কথা চিন্তা কৰি দেশৰ মুক্তিৰ হকে দেবেশ্বৰ শৰ্মা ঘৰৰ পৰা বাহিৰলৈ জনগণক সেৱা কৰিবলৈ জনগণৰ মাজলৈ স্বাধীনতা সংগ্ৰামৰ এজন সৈনিক হিচাপে ওলাল যি ওলালেই পাছলৈ আৰু ঘূৰি নাচালে ঘূৰি চোৱাৰ প্ৰযোজনো নহ'ল। পৰিয়ালৰ লোকেও দেবেশ্বৰ শৰ্মাক বাধা নিদিলে আৰু প্ৰযোজনেও তেখেতক কোনো কাৰণতে বাধা দি ৰাখিব নোৱাৰিলে।

উল্লেখযোগ্য যে এগৰাকী সচেতন কংগ্ৰেছ নেতা হিচাপে শৰ্মা ডাঙৰীয়াই অসমলৈ প্ৰবল গতিত পূৰ্ববংগৰ পৰা মৈমনচিঙিয়া লোক অহাত সমস্যাটোৰ প্ৰতি সজাগ দৃষ্টি ৰাখিছিল। এটা সময়ত এই অৱস্থাই এনে জটিল ৰূপ ল'লে যে সেই সময়ৰ ব্ৰিটিছ চৰকাৰে নিৰীহ ট্ৰাইবেল সকলক ৰক্ষা কৰাৰ বাবে লাইনপ্ৰথাৰ প্ৰবৰ্তন কৰিবলৈ বাধ্য হৈছিল। কেৱল ট্ৰাইবেল লোকসকলো অস্তিত্বৰ সংকটৰ সন্মুখীন হৈছিল সেই তেতিয়াই। তাকে দেখিয়েই ১৯৩১ চনৰ চেঞ্চাচ ৰিপৰ্টত মুলাৰ চাহাবে মন্তব্য কৰিছিল এইদৰে—'আৰু ত্ৰিশ বছৰৰ পিছত অসমৰ অকল শিৱসাগৰ জিলাতহে অসমীয়াবিলাকে নিজৰ ঘৰ বুলি

কোনোমতে তিষ্ঠি থাকিব পাৰিব'। কথাটোত সত্যতা অৱশ্যে কেইবছৰ মানতে প্ৰমাণ হ'ব যেন লাগিছে। ৩০/৪০ দশকত পূৰ্ববংগৰ পৰা জনপ্ৰব্ৰজনৰ সোঁতক কেন্দ্ৰ কৰি অসমৰ ৰাজনীতিত নানা পাক ঘূৰণি আৰম্ভ হৈছিল। পিছে মন কৰিবলগীয়া— অসমত আজিৰ দিনত জনাজাত হৈ পৰা ভোট বেংকৰ ৰাজনীতি আৰম্ভ হৈছিল ত্ৰিশ চল্লিছৰ দশকতে। তাত কিছুসংখ্যক স্বাৰ্থান্বেষী নেতাযো উজান দিছিল। এই সম্পৰ্কে আক্ষেপ কৰি শৰ্মা ডাঙৰীযাই লিখিছিল—'দুৰ্ভাগ্যৰ বিষয যে আমাৰ অসমৰ ভীৰু, অকৰ্মণ্য চৰকাৰে আমাৰ অসমীযাৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ ভয কৰি সকলো ক্ষেত্ৰতে বিশ্বপ্ৰেম দেখুৱায। অসমীযা দুখীযা কৃষকৰ বাবে মাটি নাই, কিন্তু নেপালী বা মৈমনচিঙিযা অনুপ্ৰৱেশকাৰীৰ বাবে মাটি ওলায। তেখেত আক্ষেপ কৰিছিল যে এনে আত্মঘাতী নীতিৰ বাবে অসমৰ অস্তিত্বৰ সংকট ঘনীভূত হৈছে।

স্পষ্টবাদী শৰ্মাই জনপ্ৰব্ৰজনৰ প্ৰবল সোঁতটো দেখি তাহানিখনেই নিজৰ উদ্বিগ্নতা প্ৰকাশ কৰিছিল মুকলিভাৱেই আৰু তাৰ বাবে বহুতো নেতাৰ অপ্ৰিয ভাজন হৈ পৰিছিল। কিন্তু তেনে কথাই নিৰ্ভীক শৰ্মাক নিৰস্ত্ৰ কৰা নাছিল। তাহানিখনৰ ৰাজনৈতিক নেতাসকল অধিক সতৰ্ক হোৱা হ'লে আজিৰ দিনত অসমে সন্মুখীন হোৱা অস্তিত্বৰ সংকট কেতিযাও ইমান তীব্ৰ নহ'লহেঁতেন। শৰ্মা ডাঙৰীযাৰ মতে মানৰ আক্ৰমণৰ পাচত অসমত পাকিস্থানীৰ অনুপ্ৰৱেশেই অসমীযাৰ অস্তিত্বৰ কাৰণে সাংঘাতিক বিপদ। তেখেতে স্পষ্টভাষাত কৈছিল— পাকিস্তানীৰ অনুপ্ৰবেশে অসমত সৃষ্টি কৰা পৰিস্থিতিযে আমাৰ স্বাধীনতা ৰক্ষা কৰাত আনকি এটা জাতি হিচাপে অসমীযা জীযাই থকাই অতিশয বিপদাপন্ন হৈ পৰিছে।

স্বাধীনতাৰ প্ৰাককালত অসমে সন্মুখীন হৈছিল গ্ৰুপিঙৰ অভিসন্ধিত আৰু এনে এটা বিপদে ৰাজ্যখনৰ কংগ্ৰেছী নেতাসকলক গভীৰ ভাৱেই উদ্বিগ্ন কৰিছিল।

অসমৰ জাতীয জীৱনত মানৰ আক্ৰমণৰ সদৃশেই কেবিনেট মিছনে আগবঢোৱা গ্ৰুপিং প্ৰস্তাৱটোৱেও এটা গুৰুত্বপূৰ্ণ সংকট আনিছিল। অসমৰ নেতৃবৃন্দই এনে এক গুৰুতৰ পৰিস্থিতিত অসমক গ্ৰুপিঙৰ পৰা বাদ দিবলৈ সৰ্বভাৰতীয নেতৃবৰ্গক অনুনয় বিনয কৰিলেও তাৰ প্ৰতি বিশেষ সহাঁৰি পোৱা নাছিল। শৰ্মাই লিখিছিল— কোনো কোনো ভব্য-গব্য নেতাই গ্ৰুপিং প্ৰস্তাৱত আপত্তি কৰা মানে ভাৰতৰ স্বাধীনতা পিছুৱাই দিযা বা ব্যাঘাত কৰা বুলি ক'বলৈ

প্ৰয়াস কৰিছিল। এনে এটা বিপদ সংকটৰ কালত অসমৰ প্ৰাণৰ বিননি হৃদয়ংগম কৰিলে মাথোন মহাত্মা গান্ধীযে। সকলো কথা জানিবলৈ পাই তেওঁ পৰামৰ্শ দিলে যে, অসম গ্ৰুপিংগত সোমালে সৰ্বনাশ হ'ব। গান্ধীজীয়ে অসম কংগ্ৰেছক প্ৰতিনিধিত্ব কৰা মহেন্দ্ৰমোহন চৌধুৰী আৰু বিজয় ভাগৱতীক স্পষ্টভাবে ক'লে— 'অসমত যদি মানুহ আছে তেওঁলোক যদি কেৱল মনুষ্যধাৰী ক্ষুদ্ৰজীৱ নহয়, তেনেহ'লে বৰদলৈক কোৱাঁগৈ অসমৰ শেষ মানুহজনলৈকে গ্ৰুপিং ব্যৱস্থাৰ প্ৰতিৰোধ কৰিব। অসমৰ বাবে ই আছিল— গান্ধীজীৰ আমোঘ বাণী। অসম কংগ্ৰেছ নেতাসকলৰচেষ্টাত অসম এনে বিপদৰ গ্ৰাসৰ পৰা ৰক্ষা পৰিল। এই সকলো ঘটনাপ্ৰবাহৰ শৰ্মা ডাঙৰীয়াও সাক্ষী স্বৰূপ, প্ৰত্যক্ষদৰ্শী।

অৱশেষত দেশ স্বাধীন হ'ল। শৰ্মাৰ দৰে নিস্বাৰ্থ দেশ সেৱা কৰা নেতাৰ বাবে ১৯৪৭ চনৰ ১৫ আগষ্ট দিনটোৱেই জীৱনৰ শ্ৰেষ্ঠতম দিন হিচাপে পৰিগণিত হ'ল। যোৰহাটৰ কাছাৰী পথাৰত ভাৰতৰ স্বাধীনতা প্ৰথম পুৱাত ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ পোৱা শৰ্মা ডাঙৰীয়াই অনুভৱ কৰিছিল— ইয়াতকৈ ভাৰতৰ মুক্তি যোদ্ধা এজনৰ মিনিত্তে কি গৌৰৱৰ কথা হ'ব পাৰে।

মুক্তিযোদ্ধা হিচাপে চৰকাৰে দিয়া তাম্ৰপত্ৰ প্ৰত্যাখ্যান কৰি শৰ্মাদেৱে লিখিছিল— 'ভাৰতৰ স্বাধীনতাৰ বাবে মোৰ আকুণ্ঠ সেৱা আগবঢ়াবলৈ সুবিধা পোৱা এটা যুগত মোৰ জন্ম হোৱাটোৱেই জীৱনৰ চৰম সাৰ্থকতা। ৫৩ বছৰৰ আগতে মহাবিদ্যালয়ৰ পৰা ওলাই অহাৰে পৰা জাতিৰ পিতা গান্ধীজীৰ নেতৃত্বত স্বাধীনতা সংগ্ৰামৰ আগশাৰীত থিয় দিবলৈ মই পিছ হোঁহকা নাছিলো। মোৰ ত্যাগ আৰু কষ্টৰ বাবে পুৰস্কাৰ বা প্ৰতিদান পাবলৈ কোনো সময়ত কেতিয়াও মই প্ৰত্যাশা কৰা নাছিলো। মোৰ আৰু মোৰ দিনৰ সহকৰ্মীসকল এই কেইবছৰত ক্ৰমশং দূৰলৈ আঁতৰি যোৱা যেনহে দেখা যায়।

জননায়ক দেবেশ্বৰ শৰ্মাৰ নিচিনা দেশপ্ৰেমিক নেতা আছিল জাতীয় জীৱনৰ গুৰুত্বপূৰ্ণ সময় এছোৱাৰ প্ৰত্যক্ষদৰ্শী, দেশৰ মুক্তি সংগ্ৰামৰ নিৰ্ভীক সেনানী। তেওঁ নিজেই লিখিছিল 'আজি মোৰ এই সুদীৰ্ঘ বিবিধ বিচিত্ৰময় কালছোৱালৈ উভতি চাই মনতে এনেহেন প্ৰত্যয় জন্মে যেন মানস সৰোবৰৰ পৰা ওলাই বৈ অহা বিশাল ব্ৰহ্মপুত্ৰৰ দুৰ্বাৰ সোঁতত উটি অহা মই এটি সামান্য সৰু কাঠৰ টুকুৰা।' বিনয় সুলভভাৱে কথাষাৰ ক'লেও শৰ্মাদেৱ আছিল জাতীয় জীৱনৰ এক বিশেষ প্ৰতিনিধি। সেয়ে তেখেতক ভৱিষ্যৎ প্ৰজন্মই শ্ৰদ্ধাৰে স্মৰণ কৰিব। ■

# প্ৰথম উপাচাৰ্য্য কটনিয়ান

# কৃষ্ণকান্ত সন্দিকৈ



'ভাৰতৰ আন আন প্ৰদেশৰ এখন বা অধিক বিশ্ববিদ্যালয আছে কিন্তু তোমালোকৰ নাই। ভাৰতৰ সেই বিশ্ববিদ্যালযবোৰত এটা বস্তু নাই যিটো তোমালোকৰ আছে আৰু সেযা হৈছে তোমালোকৰ উপাচাৰ্য্য পণ্ডিত সন্দিকৈ— **(ডাঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ)**

কটন গৌৰব নে অসম গৌৰবৰ এইশিতানত কৃষ্ণকান্ত সন্দিকৈৰ কথা লিখিবলৈ লৈছোঁ। এইজনা ব্যক্তি গুৱাহাটী বিশ্ববিদ্যালযৰ প্ৰথম উপাচাৰ্য্য আছিল। উল্লেখযোগ্য এই ব্যক্তিজনো আছিল কটন কলেজৰেই ছাত্ৰ।

এইজন ব্যক্তিৰ নাম উচ্চাৰণ কৰিলেই এজন অসাধাৰণ পুৰুষৰ কথা মনলৈ আহে। জ্ঞান সাধনা হৈছে এটা ব্ৰত, সি জীৱনৰ এটা ৰূপ— তেওঁৰ এই উক্তি এটা আদৰ্শই নহয, তেওঁ জীৱনত তাৰ আৰ্হি দেখুৱালে। সেইজন স্বকীয প্ৰোজ্জ্বল ব্যক্তি মহিমাসম্পন্ন, প্ৰাচ্য আৰু পাশ্চাত্যৰ অদ্ভুত সংমিশ্ৰণ, স্বল্পভাষী, অমাযিক, শিশুৰ দৰে সৰল, অহংকাৰশূন্য মানৱিক পণ্ডিত আৰু জ্ঞানৰ্ষি কৃষ্ণকান্ত সন্দিকৈ (১৮৯৮-১৯৮২) অসমৰ কিয, কটনৰ কিয, ভাৰতৰে এজন প্ৰসিদ্ধ ব্যক্তি। পাণ্ডিত্য আৰু ব্যক্তিত্বৰ কাৰণে তেওঁ পণ্ডিত সমাজত সমাদৃত হৈছিল।

তেওঁ কলিকতা বিশ্ববিদ্যালযৰ সংস্কৃতৰ (বৈদিক শাখা) এম এ আৰু 'অক্সফর্ড বিশ্ববিদ্যালযৰ মডাৰ্ণ হিষ্ট'ৰী বিষযত এম এ। মুঠতে সাত বছৰ ইউৰোপত থকা কালছোৱাত তেওঁ ফৰাচী, জার্মান, ইটালিযান, ৰুছ, গ্ৰীক, লেটিন, স্পেনিছ আদি ভাষা আযত্ত কৰে। গ্ৰীক সাহিত্যৰ প্রতি তেওঁৰ এটা বিশেষ আকর্ষণ আছিল। সেযেহে সন্ধিযা গ্ৰীক নাটক অধ্যযন কৰিছিল 'জ্ঞানৰ সাধনাত নৱযুগৰ আদর্শ মানি' চলা কৃষ্ণকান্ত সন্দিকৈক ড আদিনাথ নেমিনাথ উপাধ্যায আৰু ড হীৰালাল জৈনে একাডেমিক ঋষি (academic rishi) বুলি অভিহিত কৰে। তেওলোকে কৈছে দৰাচলতে তেওঁৰ সংস্কৃত শিক্ষাৰ প্ৰতি স্পৃহা তেওঁৰ ব্যক্তিত্বৰ এটা অংশহে আৰু তেওঁ পাশ্চাত্য অনুষ্ঠানসমূহত নিষ্ঠা সহকাৰে গ্ৰহণ কৰা আত্ম প্ৰশিক্ষণে তেওঁক কে'বাটাও ইউৰোপীয ভাষাৰ জ্ঞান উদাৰ ৰুচি আৰু সমালোচনামূলক দৃষ্টিভংগীৰে সজ্জিত কৰিলে।

সংস্কৃত জ্ঞানে গ্ৰীক ভাষালৈ তেখেতৰ ধাউতি উপজালে। বিলাতত পঢ়িবলৈ গ্ৰীক ভাষাও আযত্ত কৰি ফৰাচী ভাষলৈকো আগ্ৰহ উপজিল কাৰণ সেই সমযত ফৰাচী ভাষাতো সংস্কৃতৰ পঠন পাঠন আৰু চৰ্চা দিনক দিনে বাঢ়িছিল আৰু ইতিপূৰ্বে বহুত গৱেষণামূলক গ্ৰন্থও প্ৰকাশিত হৈছিল। এইদৰে ইউৰোপৰ কে'বাটাও ভাষাৰ জ্ঞান তেখেতে আহৰণ কৰিছিল। সেইবোৰে তেখেতৰ লগ পিছলৈকো এৰা দিযা নাছিল।

ইউৰোপৰ খ্যাতনামা বিশ্ববিদ্যালযত পঢ়া কালতে সন্দিকৈযে আধুনিক গৱেষণা আৰু সমালোচনাৰ ধাৰাটো নিযাৰিকৈ আযত্ত কৰিছিল। তাৰ ফলতে তেখেতৰ সম্পাদিত-অনুদিত আৰু সমালোচিত নৈষচৰিত যশস্তিলক প্ৰভৃতি গ্ৰন্থই বিশ্বৰ মূধনীয সংস্কৃত বিশাৰদসকলৰ অকুণ্ঠ প্ৰশংসা লাভ কৰিছিল। এই গ্ৰন্থকেইখনত সন্দিকৈৰ অক্লান্ত পৰিশ্ৰম গভীৰ অধ্যযন, সূক্ষ্ম আলোচনা আৰু বিস্তৃত পাণ্ডিত্যৰ পৰিচয পোৱা যায।

সন্দিকৈ ডাঙৰীযাৰ কলমৰ পৰা খনে খনে গ্ৰন্থ ওলাই থকা নাছিল। তেখেতৰ গ্ৰন্থৰ সংখ্যাও তাকৰীযা— এই কথা সঁচা। পিছে যিসকল লিখকে নিখুঁতভাৱে লেখিব খোজে, উত্তম বস্তু প্ৰণযনৰ লক্ষ্য আগত ৰাখে সেইসকলৰ কলমৰ গতি লেহেম হয।

অধ্যযন পিপাসু লোকৰ গ্ৰন্থ প্ৰণযন কৰা সমযৰ নাটনি হয। তেখেতৰ বিশাল পুস্তকগাৰ যিযে দেখিছে সেযে এই কথা উপলব্ধি কৰিব। সমুখৰ ঘাঁহনিত পদাচাৰ কৰি থাকোতেও হাতত কিতাপ লৈ পঢ়ি থকা এটা নিযমীযা

দৃশ্য আছিল হেনো। যিযেই নহওক তেওঁ যি কেইখন সংস্কৃত গ্রন্থৰ ওপৰত আলোকপাত কৰি সংস্কৃত জগত সমৃদ্ধ কৰিলে আৰু অসমীয়া লোকৰ পাণ্ডিত্যৰ নমুনা দেখুৱালে তাৰ কথা আমি চিৰকাল সুঁৱৰিব লাগিব।

অসমীয়া সাহিত্যলৈ সন্দিকৈয়ে পিঠি দিয়া বুলি কোনোৱে কেতিয়াবা দুখ কৰিছিল৷ কিন্তু এইষাৰ সঁচা যে তেখেতে অসমীয়া সাহিত্যৰ ভঁৰাললৈ পাচিয়ে পাচিয়ে গ্রন্থসম্ভাৰ দান কৰা নাই। তাৰ কাৰণ গভীৰ বিষয়ৰ পুথি লিখাত ব্যস্ত হৈ থকাত আন কামলৈ সময়কে উলিয়াব নোৱাৰিলে। নানা ঠাইত সিঁচৰিত হৈ থকা প্রবন্ধবিলাক সম্পাদিত কৰি উলিয়াবলৈ কোনো কোনোৱে অনুৰোধ কৰিছিল। তেখেতেও সেই কাম কৰিবলৈ গাত লৈছিল কিন্তু সম্পূর্ণ হৈ নুঠিল। সেই বুলি যে অসমীয়া সাহিত্যলৈ তেখেতে পিঠি দিছিল এনে কথা সম্পূর্ণ অমূলক। সন্দিকৈয়ে ছাত্র কালৰে পৰা অসমীয়া প্রবন্ধ লেখিছিল। তেখেতৰ এলানি প্রবন্ধ আছিল 'সাংখ্যদর্শন। তাক গোটাই ছপা কৰিলে৺ এখন সৰু কিতাপেই হ'ব। তেখেতে গীত ৰচনাও কৰিছিল। এটা গীত আছিল 'অযি ভুবনময় মোহিনী ইত্যাদি ৰবীন্দ্র নাথ ঠাকুৰৰ গীত এটাৰ সুৰত গাব পৰাকৈ লেখা। 'আৱাহন কাকতত৺ তেখেতৰ প্রবন্ধ দুটামান ওলাইছিল। সেইবোৰ অসমীয়া সমালোচনা প্রবন্ধৰ উৎকৃষ্ট নিদর্শন আছিল। গুৱাহাটী বিশ্ববিদ্যালযৰ ভাৰ লৈয়ে সন্দিকৈয়ে অসমীয়া বিভাগৰ স্নাতকোত্তৰ শ্রেণী আৰম্ভ কৰাৰ দিহা কৰিবলৈ লাগি গ'ল। সেই সময়ৰ মুখ্যমন্ত্রী আৰু শিক্ষামন্ত্রী স্বর্গীয় গোপীনাথ বৰদলৈ আৰু ডাঙৰীযাই বিশ্ববিদ্যালযৰ খৰচৰ বোজা কমোৱাৰ উদ্দেশ্যে কেইটামান বিষযৰ স্নাতকোত্তৰ কটন কলেজত খুলিবলৈ মনস্থ কৰি বিজ্ঞাপন দিছিল। এই কথাত সন্দিকৈ ডাঙৰীযাই দুৰ্ঘোৰ আপত্তি কৰিলে। শেহত চৰকাৰে উদ্যম হেৰুৱালে আৰু বিজ্ঞাপন প্রত্যাহাৰ কৰিলে। লগে লগে সন্দিকৈৰ বুজনিতে ড বাণীকান্ত কাকতি ড° বিৰিঞ্চি কুমাৰ বৰুৱা প্রভৃতি অসমৰ মুকুট মণি সদৃশ জ্ঞান সাধকে চৰকাৰী চাকৰি বাদ দি বিশ্ববিদ্যালযৰ স্নাতকোত্তৰ অসমীয়া বিভাগত যোগ দিলে। এম এ শ্রেণীৰ অসমীয়া প্রাঠ্যক্রমৰো পৰিবর্তন কৰি উন্নত কৰিলে। এই অসমীয়া বিভাগটোৰ প্রতি তেখেতৰ সস্নেহ দৃষ্টি আছিল। বহুতে মনে মনে ভাবিছিল সন্দিকৈয়ে সংস্কৃতৰ এম এ শ্রেণী খোলাত প্রথমে মনোযোগ দিব কিন্তু তেওঁ সেইটো নকৰি অসমীয়া বিভাগ খোলাহে তেখেতে প্রথম কৰণীয বুলি ভাবিছিল। অসমীযাত নিজে সৰহীযাকৈ নিলিখিলেও নতুন লে[illegible] সদায়েই উৎসাহ আৰু দিহা-পৰামর্শ দিছিল।

ন-তপস্যাত ব্ৰতী হৈ নিজৰ পাঠাগাৰত অসংখ্য গ্ৰন্থৰ মাজত সোমাই থকা এই মানুহজন, বাহিৰৰ লোকহে নালাগে নিজৰ ওচৰ সম্বন্ধীয়াৰ লগতো যাৰ আহ্-যাহ কম, সভাই-সমিতিযে বক্তৃতা দি ফুৰাৰ কথা যাৰ নীতিত দূৰতে বিদূৰ, সম্বৰ্ধনা লোৱাৰ যি নামকে নুশুনে, সামাজিক কামত যাৰ দেখাত স্পৃহা নাই, সেই মানুহজন যে এজন বিচক্ষণ কৰ্মক্ষম লোক সেই কথা ওপৰে ওপৰে চালে চকুত নপৰে ধাৰণা কৰা কঠিন। যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষৰ ভাৰ তেখেতৰ গাত থাকোঁতেই কলেজখন দোপত দোপে আগবাঢ়ি গ'ল। তেখেতে নিজে কিন্তু সেইবোৰৰ কাৰণে ঘূৰি ফুৰা নাছিল, কিন্তু তেখেতৰ অধ্যক্ষত্বই কলেজখনৰ সুকীয়া গাম্ভীৰ্য্য, লোক বিশ্বাস আৰু কৰ্মমুখৰতা দান কৰিছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপকূলপতিত্ব গ্ৰহণ কৰি তেখেতে প্ৰাৰম্ভিক শক্তি এটাৰ সঞ্চাৰ কৰিলে। চৰকাৰী বাসগৃহত থাকি বিশ্ববিদ্যালয়ৰ কামে তাৰ পৰাই চলাইছিল পাক একোটা মাৰিও কোনে কি কাম কৰিছে তাক চাবলৈ ওলাই নগৈছিল তথাপি সকলো বিষয় আৰু সমস্যা তেখেতৰ 'কৰতলামলকবৎ' আছিল। তেখেতৰ দিনত বিশ্ববিদ্যালয়ৰ সকলো কাম নিযাৰিকৈ চলিছিল ভ্ৰষ্টাচাৰ স্বজন-প্ৰিয়তাই লুকাযো ভুমুকি মাৰিব নোৱাৰিছিল।

সন্দিকৈৰ ব্যক্তিত্বৰ এটা দিশ হৈছে ন্যায়নিষ্ঠা। যিটো ন্যায় বুলি ভাবিছিল, নিজৰ ল'ৰা-ছোৱালীৰ সম্বন্ধে কিবা কৰিবলগীয়া হ'লেও তাৰ পৰা বিন্দুমাত্ৰ বিচলিত নহৈছিল। সেই ন্যায়নিষ্ঠা আৰু ন্যায়পালন তেখেতৰ স্বভাৱতে একাকাৰ হৈ আছিল।

সন্দিকৈ সম্বন্ধে বহুত কথাই লোকোক্তিত পৰিণত হৈছিল। তেখেতৰ কিছুমান নীতি আনৰ লগত নিমিলিব পাৰে। ৰাজহুৱা সমাগম আৰু ৰাষ্ট্ৰৰ কামৰ নেতৃত্ব ল'বলৈ তেখেতে ভাল নাপাইছিল। তেখেতে বিভিন্ন কামত সকলো প্ৰকাৰে সহায় কৰিবলৈ গাত লৈছিল কিন্তু বাব নলৈছিল। জ্ঞান তপস্বীৰ পক্ষে এইটো লোভনীয় গুণ এনেকুৱা বহু গুণসম্পন্ন অনন্য সাধাৰণ ব্যক্তি দেশত যেন সদায়েই উপজে।

আমিও আশাকৰোঁ। পিছে সন্দিকৈৰ যে এনে এটা সুকীয়া প্ৰোজ্জ্বল ব্যক্তি মহিমা আছিল, সি হ'লে দুৰ্লভ। ❖

# কটন কলেজৰ ইউৰোপীয
# অধ্যক্ষ আৰু অধ্যাপকসকল

  

কটন গৌৰৱ নে অসম গৌৰৱ শিতানত যে অসমীয়া বা অসমৰ স্থায়ী লোকেই যে স্থান পাব সেয়া নহয়। সেয়েহে এইবাৰ বহু চিন্তা কৰি লিখিবলৈ লৈছো, কেইজনমান ইউৰোপীয় অধ্যক্ষৰ বিষয়ে। এই ইউৰোপীয় অধ্যক্ষ আৰু অধ্যাপক মণ্ডলী সেই সময়ৰ অধ্যাপক আৰু ছাত্ৰসকলৰ বাবে আদৰ্শ স্বৰূপ আছিল। তেওঁলোকৰ সততা কৰ্তব্যনিষ্ঠা আৰু শিষ্ঠাচাৰে সততে সকলো ছাত্ৰ আৰু সেই সময়ৰ শিক্ষকসকলক আকৃষ্ট কৰিছিল। কটন গৌৰৱ নে অসম গৌৰৱৰ এই লানি লেখাত ইতিমধ্যেই চাৰ হেনৰী কটন আৰু কটন কলেজৰ প্ৰথম অধ্যক্ষ ফ্ৰেডৰিক উইলিয়াম চুদমাৰ্চনৰ বিষয়ে লিখা হৈছে। তাৰ পাছৰ ইউৰোপীয় অধ্যক্ষকেইগৰাকীৰ বিষয়েহে লিখিবলৈ লৈছো।

**কটন কলেজৰ দ্বিতীয়জন অধ্যক্ষ হৈছিল ড° ডেভিদ টমচন ঃ**

ড ডেভিদ টমচন চাহাবে কটন কলেজৰ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰিছিল ১৯২৬ চনৰ ৩০ ডিচেম্বৰৰ পৰা। ১৮৭৯ চনৰ ২৯ মাৰ্চত টমচনৰ জন্ম। টমচন বি এছ চি এম এ পি এইছ ডি আৰু আই ই এছ কেডাৰৰ অধ্যাপক। ১৯১১ চনৰ এক মাৰ্চত তেওঁ কটন কলেজৰ ৰসায়ন বিভাগৰ অধ্যাপক স্বৰূপে যোগদান কৰিছিল। ড টমচনে সুদীৰ্ঘ কাল অসমৰ শিক্ষা জগতৰ লগত জড়িত থাকি সুৰমা উপত্যকা আৰু অসম উপত্যকাৰ স্কুল ইন্সপেক্টৰ, চিলেটৰ মুৰাৰী

চাঁদ কলেজৰ অধ্যক্ষ স্বৰূপে কাৰ্যনিবাহ কৰিছিল। স্থায়ীভাৱে অধ্যক্ষ নিযুক্ত হোৱাৰ পূৰ্বে টমচনে কে'বাবাৰো কটন কলেজৰ অস্থায়ী অধ্যক্ষৰ দায়িত্ব বহন কৰিব লগা হৈছিল। পাচত তেওঁ অসমৰ শিক্ষাধিকাৰ নিযুক্ত হৈছিল। ড° টমচনৰ কৰ্তব্যনিষ্ঠা আদৰ্শনীয। টমচন কৰ্তব্য কঠোৰ আৰু বিলাসবিহীন লোক। তেওঁ আন মাদক দ্ৰব্য গ্ৰহণ কৰাৰ দূৰৰ কথা ধূমপানো নকৰিছিল। তেওঁ কোনো ক্লাবৰো নিযমীযা সভ্য নাছিল।

কলেজৰ প্ৰথম ঘন্টা পৰাৰ লগে লগে এডমিনিষ্ট্ৰেটিভ বিল্ডিঙৰ বাৰাণ্ডাত হাজিৰ হোৱা আৰু শেষ ঘন্টা পৰাৰ লগে লগে কলেজ এৰা টমচনৰ নিত্য-নৈমিত্তিক কৰ্ম।

অধ্যক্ষৰ দাযিত্ব গ্ৰহণকৰিযিহে টমটনে ছাত্ৰাবাস চাবলৈ গ'ল। ছাত্ৰাবাস পৰিদৰ্শনৰ সমযত টমচনে হেনো দেখিলেগৈ যে ছাত্ৰাবাসৰ বিহাৰী ৰান্ধনি আৰু বনকৰা লিগিৰাবোৰৰ নোদোকা নোদোকা গাইবোৰ। তেওঁ ততালিকে নিৰ্দেশ দিলে এসপ্তাহৰ ভিতৰতে গাইবোৰ আঁতৰাব লাগিব, এই গাইবোৰ ছাত্ৰৰ খাদ্য খাইহে নোদোকা হৈছে। তেওঁ সদায ৰবিবাৰে ৰাতিপুৱা ছাত্ৰাবাসবোৰ পৰিদৰ্শন কৰিছিল। সেই সমযত ছাত্ৰাবাসৰ অধ্যক্ষসকল উপস্থিত থাকিব লাগিব।

টমচনৰ কাৰ্য্যকালত কটন কলেজ আলোচনীত অসমীযা শাখা খোলা আৰু ছাত্ৰাবাসত বিজুলী চাকিৰ ব্যৱস্থা কৰাৰ কথা শুনা যায। এবাৰৰ কথা—১৯২৯ চনৰ মাৰ্চ মাহত বন্ধৰ তালিকাখন প্ৰকাশ হ'লত এটা আসোৱাহ চকুত পৰিল। পূৰ্বতে ব'হাগ বিহুৰ বন্ধৰ সৈতে গ্ৰীষ্ম বন্ধ হয। কিন্তু সেই বছৰ গ্ৰীষ্ম বন্ধ বিহুৰ বন্ধৰ পাছৰ পৰাহে। আনহাতে পূজাৰ বন্ধ পূৰ্বতকৈ দীঘলীযা। ছাত্ৰসকলৰ বিহুৰ বন্ধত ঘৰলৈ যোৱাত অসুবিধা হ'ল। ছাত্ৰসকলৰ হৈ ছাত্ৰ ইউনিযনৰ সম্পাদক হৰেন্দ্ৰ নাথ শৰ্মাই অধ্যক্ষ টমচনৰ ওচৰত লিখিত আপত্তি দৰ্শালে।

ড° টমচনে ক'লে যে তেওঁ সুদূৰ স্কটলেণ্ডৰ অধিবাসী, অসমৰ ৰীতি-নীতি বা এনেবোৰ সংকীৰ্ণ, দলীযা পাকচক্ৰৰ কথা তেওঁ নাজানে। বন্ধৰ তালিকাখন তেখেতে তৈযাৰ কৰিবলৈ ভাৰ দিছিল অধ্যাপক ভূঞা, অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জী আৰু অধ্যাপক মহিবুল্লাক, তেওঁলোকে কৰি দিযা তালিকাখনহে কটন কলেজ আৰু ল কলেজ গভৰ্ণিং বডীত গৃহীত হোৱাৰ পাচত শিক্ষাধিকাৰে অনুমোদন জনায। এই বছৰ তালিকাখন সংশোধন কৰাটো সম্ভৱ নহ'ব। পাছৰ বছৰত গ্ৰীষ্ম বন্ধ বিহুৰ পৰা জুলাইৰ চাৰি তাৰিখলৈকে

৭২ দিন আৰু পূজাৰ বন্ধ ২৬ দিন।

অনা-অসমীয়া অধ্যাপকসকলৰ ঘৰলৈ অহা-যোৱা বা ফুৰা-চকাৰ সুবিধাৰ বাবে পূজাৰ বন্ধ এনেদৰে বঢাই দিয়া হৈছিল।

ড° টমচন মানুহজন সৰল স্বভাৱৰ, মনে মুখে এক, কিন্তু অতিশয উত্তেজনাপ্রৱণ খং উঠিলে, শিল ভঙা ৰোলাৰৰ দৰে হয। খং কিন্তু শামো কাটে অতি শীঘ্রে আৰু সহজে।

সেই সময়ত দিবাকৰ গোস্বামী ডেকা অধ্যাপক। নিউ হোষ্টেলৰো অধ্যক্ষ। কিবা কথাত হেনো তেওঁৰ অধ্যক্ষ টমচনৰ লগত কথা কটাকটি হ'ল, অধ্যক্ষই গোস্বামীকো ভুল বুজিলে। এনেতে সন্ধিয়া অধ্যক্ষ টমচন তেওঁৰ বাসভৱনত উপস্থিত হৈ ভুলৰ কথা স্বীকাৰ কৰিলে আৰু অধ্যাপক গোস্বামীৰ ওচৰত ক্ষমা বিচাৰিলে। অধ্যাপক গোস্বামী ড° টমচনৰ ছাত্রও। ড° টমচন আছিল এনে উদাৰ হৃদযৰ লোক। সুদীর্ঘ ২২ বছৰ কাল অসমৰ শিক্ষা জগতৰ লগত জড়িত থাকি ১৯৩৩ চনত ড টমচনে অৱসৰ গ্রহণ কৰি স্বদেশলৈ উভতি যায।

**ডেভিদ এডৱাৰ্ড ৰবাৰ্টচ ঃ**

ডেভিদ এডৱাৰ্ড ৰবাৰ্টচ কটন কলেজৰ তৃতীয অধ্যক্ষ। ড টমচনৰ ঠাইত তেওঁ কটন কলেজৰ অধ্যক্ষ নিযুক্ত হয। ১৮৮৮ চনৰ ১৪ জানুৱাৰীত ৰবাৰ্টচৰ জন্ম। ৰবাৰ্টচ আছিল পদার্থ বিজ্ঞানৰ এম এছ চি, আই এছ কেডাৰৰ শিক্ষক। ১৯১৪ চনৰ ২৪ ফেব্রুৱাৰীৰ পৰা তেওঁ কটন কলেজৰ অধ্যাপক পদত যোগ দিছিল। কিছুকাল তেওঁ মুৰাৰী চাঁদ কলেজৰ অধ্যক্ষ স্বৰূপে কার্যনির্বাহ কৰিছিল।

ৰবাৰ্টচ এগৰাকী কৃতী অধ্যাপক। পঢা- শুনাৰ লগতে খেলা-ধূলাৰ প্রতিও তেওঁ ছাত্রবোৰক বৰকৈ প্রেৰণা যোগাইছিল। তেওঁৰ নিজৰো আছিল খেলুৱৈ সুলভ মনোভাৱ। গুৱাহাটীৰ আশে-পাশে থকা পাহাৰসমূহত বন্ধৰ দিনত আৰোহণ কৰাটো আছিল তেওঁৰ এটা 'হবি'। এনে বহু অভিযানতে অধ্যাপক ভূঞা আছিল তেওঁৰ সঙ্গী। ভূঞা ডাঙৰীযাৰ সৈতে তেওঁৰ আছিল পৰম সদভাব। ৰবাৰ্টচ অধ্যক্ষ থকা কালছোৱাত অধ্যাপক ভূঞাই উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায। চৰকাৰৰ লগত লিখা-লিখি কৰি ৰবাৰ্টচে ভূঞাক ষ্টাডি লিভ আদি পোৱাত সহায কৰে। হার্টৰ অসুখ হোৱাৰ বাবে ১৯৩৭ চনত তেওঁ অৱসৰ গ্রহণ কৰি অধ্যক্ষ ৰবাৰ্টচ স্বদেশলৈ উভতি যায়। তেওঁ কটন কলেজৰ শেষ ইউৰোপীয অধ্যক্ষ।

**আৰ্থাৰ এডৱাৰ্ড ব্ৰাউন ঃ**

অৰ্থনীতি বিভাগৰ অধ্যাপক এডৱাৰ্ট ব্ৰাউন কটন কলেজৰ এগৰাকী সৰবৰাহী অধ্যাপক। ১৮৮৪ চনৰ পাঁচ এপ্ৰিলত ব্ৰাউনৰ জন্ম। ব্ৰাউন কেমব্ৰিজ বিশ্ববিদ্যালযৰ বুৰঞ্জীৰ প্ৰথম শ্ৰেণীৰ ত্ৰিপজ (Honours) আৰু এল এল বি। ব্ৰাউন এজন আই, ই, এছ কেডাৰৰ শিক্ষক। কটন কলেজৰ উপৰি ব্ৰাউনে আৰ্ল ল কলেজতো অধ্যাপনা কৰিছিল।

১৯১৪ চনৰ ১৩ মাৰ্চৰ পৰা ১৯৩২ চনলৈকে সুদীৰ্ঘ ওঠৰ বছৰ কাল ব্ৰাউনে কটন কলেজত অধ্যাপনা কৰিছিল। এই কালছোৱাত তেওঁ কে'বাবাৰো কটন কলেজৰ অস্থাযীভাবে অধ্যক্ষৰ দাযিত্বও বহন কৰিছিল যদিও স্থাযীভাবে অধ্যক্ষৰ নিযুক্তি হোৱা নাছিল। ব্ৰাউন আছিল এগৰাকী বিজ্ঞ লোক। আইনৰ বিষযে বক্তৃতা প্ৰদানৰ বাবে এবাৰ তেওঁ কলিকতা বিশ্ববিদ্যালযৰ দ্বাৰা আমন্ত্ৰিত হৈছিল। ব্ৰাউনৰ বিষযে নানা মনোৰম কাহিনী পুৰণি ছাত্ৰ সহকৰ্মীৰ মুখত শুনা যায। তেওঁ হেনো চাইকেলত হাৰিকেন লেম্প আঁৰি লৈ ফুৰিছিল। ব্ৰাউন চাহাবে অতি বুদ্ধিমত্তাৰে সেই সমযৰ পৰিস্থিতি নিজৰ আযত্তত ৰাখিছিল। দেবেন্দ্ৰ শৰ্মাৰ লেখাৰ পৰাই পোৱা যায যে ঃ 'কটন কলেজত ছাত্ৰসকলে পিকেটিং আৰম্ভ কৰে। কিন্তু তেতিযাৰ সামযিক প্ৰিন্সিপাল মিঃ ব্ৰাউন চাহাবে পুলিচৰ সহায নোলোৱাৰ বাবে বিশেষ কোনো হুলস্থুলীযা পৰিবেশ সৃষ্টি হোৱা নাছিল। গান্ধী টুপী পিন্ধা ভলন্টিযাৰ কলেজৰ সন্মুখত দেখিলেই ক্লাছ বাতিল কৰি দিযে। এনেদৰে কলেজত বিশেষ কোনো উত্তেজনাৰ সৃষ্টি কৰিব নোৱাৰিলে। ১৯৪৬ চনত ব্ৰাউনৰ মৃত্যু হয।

**ৰেমণ্ড কুলিশ গফিন ঃ**

কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক ৰেমণ্ড গফিন (১৯১৪-১৯২৬) এগৰাকী বিজ্ঞ লোক আছিল। তেও মধ্য ইংৰাজী কবিতাৰ বিষয়ে গৱেষণা কৰাৰ উপৰি ইংৰাজী কবিতাৰ সংকলন সম্পাদনা কৰিছিল। কটন কলেজৰ পৰা গৈ তেওঁ প্ৰখ্যাত প্ৰকাশন প্ৰতিষ্ঠান অক্সফৰ্ড ইউনিভাৰ্চিটি প্ৰেছত যোগদান কৰি একাণপতীযাভাবে সাহিত্য চৰ্চাত লাগিছিল।

যিযেই নহওক এই ইউৰোপীযসকল যদিও বিদেশী আছিল, তেওঁলোক আছিল কটন কলেজৰ বাবে এক প্ৰচুৰ সম্ভাৱনাৰ নাম। সেযে কটন কলেজৰ অতীত আৰু ঐতিহ্যৰ লগত এই ইউৰোপীয় অধ্যক্ষ আৰু অধ্যাপকসকলৰ নাম সদাযেই লগ হৈ থাকিব আৰু নতুন প্ৰজন্মই তেওঁলোকক চিৰদিন মনত ৰাখিব। □

## কবি তিলক

# ডিম্বেশ্বৰ নেওগ



বিদেশী নাগৰিক বহিষ্কাৰ আন্দোলনৰ সময়ছোৱাত এষাৰ মন্ত্ৰই চৌদিশ কঁপাই তুলিছিল। মন্ত্ৰষাৰ আছিল— 'মৰে অসম জীয়ে কোনে, জীয়ে অসম মৰে কোনে?' প্ৰতিভাশালী কবি-সাহিত্যিক আৰু বীৰৰ একো একোষাৰি বাণীয়ে জাতীয় জীৱনত গভীৰ প্ৰভাৱ পেলায, তেনে বাণী অজৰ অমৰ হয। লাচিতৰ দেশতকৈ মোমাই ডাঙৰ নহয়' তৰুণৰাম ফুকনৰ 'তৰিলে দেশ মৰিলে স্বৰ্গ', আৰু জনপ্ৰিয হীৰেন ভট্টাচাৰ্যৰ 'দেশ বুলিলে আদেশ নালাগে' কথাকেইফাকি আমাৰ জাতীয জীৱনৰ বাবে সঞ্জীৱনী সুধা স্বৰূপ।

'মৰে অসম জীয়ে কোন, জীয়ে অসম মৰে কোন'— এইষাৰি বাক্যৰ স্ৰষ্টা হ'ল ডিম্বেশ্বৰ নেওগ। অসমীয়া ভাষা-সাহিত্যৰ এগৰাকী নিৰ্ভীক পণ্ডিত কিন্তু বিতৰ্কিত ব্যক্তি ডিম্বেশ্বৰ নেওগক তেওঁৰ জীৱিত কালত প্ৰায সকলোৰেই সমীহ কৰি চলিছিল। ক'বলৈ গ'লে ইও তেখেতৰ ব্যক্তিত্বৰে পৰিচয দিয়ে। পৰিতাপৰ বিষয যে আপেক্ষিকভাৱে তেৰোঁ কম বযসতে (১৮৯৯-১৯৬৬) নৰনাট সমাৰিলে। তেওঁৰ মৃত্যুত আমাৰ জাতীয জীৱনৰ অপূৰণীয় ক্ষতি হ'ল।

ডিম্বেশ্বৰ নেওগে জীৱনজোৰা সাহিত্য সাধনাৰে নিজক প্ৰতিষ্ঠা কৰাতকৈযো অসমীয়া ভাষা-সাহিত্যকহে বলীযান্ কৰিলে আৰু লগতে এচাম কৃতী সাহিত্যিক শিক্ষাবিদকো সৃষ্টি কৰিলে। ডিম্বেশ্বৰ নেওগৰ মহত্ত্ব

সেইখিনিতেই। জাতীয় ভাব, জাতীয় আদৰ্শেৰে তেওঁ যিদৰে উদ্বুদ্ধ হৈছিল সেইদৰে উত্তৰ পুৰুষকো তেওঁ উদ্বুদ্ধ কৰিবলৈ বিচাৰিছিল। ইয়াৰ কাৰণে তেওঁ বিভিন্ন লেখাত অতীতৰ গৌৰৱময় কাহিনীসমূহকে সাহিত্যৰ বিষয়বস্তু কৰি লৈছিল। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, পদ্মনাথ গোহাঞিঞ বৰুৱা, কমালাকান্ত ভট্টাচাৰ্য্য আৰু হেমচন্দ্ৰ গোস্বামী আদি পূৰ্বসূৰীসকলে গাঢ় কৰা অসম প্ৰেমৰ প্ৰেৰণা ল'লে ঘাইকৈ অম্বিকাগিৰী ৰায়চৌধুৰী, বেণুধৰ শৰ্মা আৰু ডিম্বেশ্বৰ নেওগে। অম্বিকাগিৰীয়ে অতীত অসমৰ গুণ-গান তেনেকৈ কৰা নাই যদিও জাতিটোক গঢ়ি তুলিবলৈ সততে বাস্তৱ পৰামৰ্শ দিছিল। কিন্তু বেণুধৰ শৰ্মাই তেওঁৰ গদ্যৰচনাত আৰু ডিম্বেশ্বৰ নেওগে তেওঁৰ কবিতাৰাজিত অতীতৰ কথা বাৰে বাৰে সোঁৱৰাই দিছিল। অতীতৰ লগত বৰ্তমান আৰু ভৱিষ্যতৰ দৃঢ় সম্পৰ্ক নহ'লে সুস্থ জাতীয় জীৱনো গঢ়ি নুঠে বুলি এই দুগৰাকী লোকেই বিশ্বাস কৰিছিল। অতীত যাতে ভৱিষ্যতৰ অনুপ্ৰেৰণাদায়ক হয় তাকে তেওঁলোক দুয়ো মনে-প্ৰাণে কামনা কৰিছিল। অসমীয়া কাব্য-সাহিত্যৰ শ্ৰেষ্ঠ সম্পদ 'বুৰঞ্জী লেখক কবিতাটোত ডিম্বেশ্বৰ নেওগে ভগদত্ত, চিলাৰায়, বাণ, বভ্ৰুবাহন আদি জাতীয় বীৰ শঙ্কৰ-মাধৱ, ভট্টদেৱ আদি জাতীয় সাহিত্যিকসকলৰ কাহিনী বৰ্ণনা কৰি অসম শিল্প বাণিজ্য সাহিত্য আদি সকলো দিশত কেনেদৰে আগবঢ়া আছিল তাৰ আভাস দিছে। অসমীয়া জাতিৰ চাৰিত্ৰিক বৈশিষ্ট্য সম্পৰ্কে আলোচনা কৰি আশাবাদী কবিয়ে শেষত আৰু কৈছে— 'দাসত্ব মলিন নাছিল অসম আজিও নহয় দাসত্ব অন্ধ, লুইতৰ দৰে স্বাধীনতা সোঁত বয় শিৰে শিৰে অপ্ৰতিবন্ধ।

কেৱল অতীতৰ গুণ বখানি থাকিলেই জাতি এটাৰ উন্নতি নহয় সেই কথাও তেওঁ চিন্তা কৰিছিল। অতীতৰ বীৰসকলৰ আদৰ্শ লৈ হাতে-কামে লাগিলেহে দেশৰ উন্নতি হ'ব।

অসমৰ জাতীয়তা ধ্বংসৰ মুল কাৰণ প্ৰথমতে নীচাশ্বিকা আৰু দ্বিতীয়তে স্বাৰ্থান্ধতা বুলি তেওঁ ভাবে। 'নীচাশ্বিকা'ৰ আটাইতকৈ মাৰাত্মক লক্ষণ উদাৰতা বুলিও তেওঁ কৈছে। ইয়াৰ লগে লগে আমাৰ দূৰদৰ্শিতাৰ কথাও তেওঁ আঙুলিয়াই দিছে। অসমত পুৰুষানুক্ৰমে কাম কৰি এই ৰাজ্যৰ মংগল চিন্তোতাসকলক আপোন কৰি ল'বলৈ তেওঁ পৰামৰ্শ দিছে। শঙ্কৰদেৱৰ বিশ্বজনীন নীতি তেওঁৰ অনুগামীসকলে পালন কৰি অহা হ'লে— 'অসমে চিৰকালেই নানা সংকটৰ পৰা সহজে নিজকে ৰক্ষা কৰি চলিব পাৰিলেহেঁতেন

নিশ্চয়' বুলি তেওঁ কৈছে। অসমীয়া কোন? তাৰো তেওঁ যুক্তি দিছিল— 'ভূ-ভাৰতৰ যেই সেই লোকেই এই ঠাইত থাকি ইয়াৰ মঙ্গল সাধন কৰি অসমীয়া হ'ব পাৰে, তাত বাধা নাই বাধা সেই বিলাকৰ যিবিলাকক ভাত খুৱাওঁতে আঙুলি খাবলৈ বিচাৰে যিবিলাকে ব-ছেৰাই নিজ মাতৃ হেৰুৱাই আহি অসম মাতৃৰ স্তন পান কৰো বুলি তেজ শুহি খাব বিচাৰে। অসম মাতৃয়ে চিৰকাল সকলো মাউৰা দুৰ্ভগীয়াক নিজ পুত্ৰ-পুত্ৰী ৰূপে তুলি লৈছে, সিমানতো যদি কোনোবাই তেওঁক আই বুলিবলৈ লাজ পায, তেনেকুৱা অশলাগী জীৱক নিশ্চয কোনো অসম সন্তানে ক্ষমা নকৰিব। স্পষ্টবাদী নেওগে অসমত থাকি অসমীয়া নোহোৱাকৈ ভাৰতীয় হ'ব খোজাসকলক সতৰ্ক কৰি দি কৈছে—'অসমৰ উন্নতি সাধনৰ মাজেদিয়েই আমি ভাৰতৰ উন্নতি সাধিব লাগিব।' অসমীয়াই নিজৰ ঐতিহ্য ৰক্ষা কৰি ভাৰতীয় হ'ব লাগে এই আদৰ্শকে ল'বলৈ তেওঁ সকলোকে আহ্বান জনাইছিল। জাতীয় ভাব আৰু জাতীয় চিন্তাও যে বিশ্ব সাহিত্যৰ মহান আৰু উৎকৃষ্ট সম্পদ হ'ব পাৰে তাৰো উদাহৰণ দাঙি ধৰিছে। সেইদৰে জাতি এটাৰ উন্নতি হ'বলৈ জাতীয় সাধনাৰ যে একান্ত আৱশ্যক তীব্ৰ সমালোচনাৰো যে অত্যন্ত প্ৰযোজন তাকো তেওঁ দোহাৰিছে।

সাহিত্যৰ লগত সমাজ বা জাতিৰ সম্বন্ধ আলোচনা কৰোতে তেওঁ আৰু কৈছে— জাতিৰ অতীতৰ বিষয়ে যেতিয়া আন সাক্ষী একো নাথাকে ভাষা-সাহিত্য তাত আগবাঢ়ি আহে, কিয়নো ভাষা-সাহিত্য জাতিৰ আত্ম প্ৰকাশৰ এক ঘাই সুঁতি। সাহিত্যৰ উত্থান-পতনৰ লগত সমাজৰ উন্নতি-অৱনতিও বহুখিনি নিৰ্ভৰ কৰে। কেৱল উত্থান-পতনেই নহয, সাহিত্যৰ ৰুচি আৰু ৰচনা ৰীতিৰ লগতো সমাজৰ কথা বহু পৰিমাণে জড়িত থাকে। ডিম্বেশ্বৰ নেওগৰ ভাষণত 'এটা হীন জাতিয়ে এক মহৎ সাহিত্য গঢ়িব নোৱাৰে। একো একোটা জাতিক একো একোজন মহাপুৰুষে নেতৃত্ব দিয়ে। জাতিৰ সামাজিক সাধনাৰ ফলতহে একো একোজন মহাপুৰুষ আৱিৰ্ভাৱ হয। আমাৰ জাতীয জীৱনত শঙ্কৰদেৱৰ দৰে এজন মহাপুৰুষৰ আৱশ্যক কথা তেওঁ দোহাৰিছে। এই প্ৰসংগত তেওঁ ৰাজনাৰাযণ বসুৰ সাধনাৰ ফলত বঙ্গই ৰবীন্দ্ৰনাথক পোৱাৰ কথা মানৱতাবাদী ৰুছ'ৰ ঐকান্তিক ইচ্ছাৰ ফলত ফ্ৰান্সে নেপোলিযনক পোৱা কথালৈ আঙুলিযাইছে। আনহাতে ভৱিষ্যতদৰ্শী সাহিত্য ৰচনা কৰাৰ প্ৰসংগত তেওঁ থমাছ মুৰ আৰু ফ্ৰেন্সিছ বেকনৰ ৰচনালৈ আঙুলিযাইছে।

যিযেই নহওক ডিম্বেশ্বৰ নেওগ মানুহজনৰ ধৰণ-কৰণ আৰু চিন্তাধাৰা এক জাতীয ভাবাদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত হোৱা কাৰণে তেওঁ প্ৰকৃত অসমীযা হ'ব পাৰিছিল। নিজৰ মতত তেওঁ অলৰ-অচৰ আছিল। এই কাৰণে তেওঁ অনেক ক্ষেত্ৰত অপ্ৰিয হৈছিল, কিন্তু তাঁলে 'কেৰেপ' কৰা নাছিল। কেতিযাবা শ্লেষ আৰু ব্যঙ্গেৰে তেওঁ কাৰোবাক থকা-সৰকা কৰে। আনহাতে হেনো গাঁৱৰ পৰিৱেশত ডাঙৰ-দীঘল হোৱা ডিম্বেশ্বৰ নেওগৰ গাত অসমীযা মানুহৰ সৰলতাও দেখা গৈছিল। গাঁৱৰ প্ৰতি থকা নিভাজ প্ৰেম তেওঁৰ কবিতাতো প্ৰকাশ পাইছে। তেওঁৰ জন্মস্থান কমাৰফদীয়াক তেওঁ লেখাৰে মহান কৰি থৈ গ'ল। কমাৰফদীযাক 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ' বুলি তেওঁ উল্লেখ কৰিছিল। সৰলতা যিদৰে তেওঁৰ চৰিত্ৰৰ ভূষণ আছিল, সেইদৰে তেওঁৰ দৃঢতাও আছিল। ডিম্বেশ্বৰ নেওগৰ এই নিজস্ব দৃষ্টিভংগী তেওঁৰ লেখা, তেওঁৰ বক্তৃতা, তেওঁৰ শিক্ষাদান সকলোতে প্ৰতিফলিত হৈছিল। 'সাহেই যদি সাহিত্য হয', তেনেহ'লে ডিম্বেশ্বৰ নেওগে সেই ধৰণৰ সাহিত্যই ৰচনা কৰিছিল। তেওঁৰ এইবোৰ গুণ ছাত্ৰাবস্থাতে প্ৰকাশ পাইছিল। এহাতে কবি প্ৰতিভা, আনহাতে সমালোচনা কৃতিত্ব, এহাতে পুৰণি থূলৰ শঙ্কৰদেৱ, আনহাতে আধুনিক থূলৰ বেজবৰুৱা— এই দুইগৰাকীৰ ওপৰত দক্ষতা এহাতে কৃতী ছাত্ৰ (১৯৪০ চনত কলিকতা বিশ্ববিদ্যালযৰ প্ৰথম স্থান অধিকাৰ কৰি এম এ ১৯২৪ অত বি-এছ-চি) আনহাতে জ্ঞান অন্বেষক হিচাপে খ্যাতি, এহাতে আদৰ্শ শিক্ষাবিদ আনহাতে সেই আদৰ্শেৰে ছাত্ৰ সমাজ তৈযাৰ কৰা মনোবৃত্তি এনেধৰণৰ গুণৰাজিৰ কাৰণে ডিম্বেশ্বৰ নেওগ এজন লেখৰ অসমীযা হ'ব পাৰিছিল। ◆

## ধৰ্মপ্ৰাণ সাহিত্য সাধক

# উপেন্দ্ৰ চন্দ্ৰ লেখাৰু



সুদীৰ্ঘ একুৰি এবছৰ অধ্যপনা কৰাৰ পাচত যেতিয়া লেখাৰু ডাঙৰীয়া বৃন্দাবনৰ পৰমাৰ্থিক বিশ্ববিদ্যালয়লৈ অধ্যাপক হিচাপে যাবলৈ ওলাল তেতিয়া কটন কলেজৰ অধ্যাপকসকলৰ এখন বিদায় সভাত এগৰাকী প্ৰবীণ অধ্যাপকে হেনো কৈছিল 'যিজনে সদা সৰ্বদা ভগবাণ শ্ৰীকৃষ্ণক চিন্তা কৰে সেইজনকে ভগবানৰ প্ৰিয় লীলাভূমি বৃন্দাবনলৈ আহ্বান কৰিছে।

লেখাৰু ডাঙৰীয়াৰ পুৰণি ঘৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰ নামৰ গাঁৱত। ১৯০৫ চনৰ ১৩ জানুৱাৰীত তেওঁৰ জন্ম। তেওঁৰ দেউতাকৰ নাম আছিল নন্দ ৰাম লেখাৰু আৰু মাকৰ নাম সোণপাহী। উত্তৰ গুৱাহাটীতে তেওঁৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ কৰে। ১৯১৮ চনত উত্তৰ গুৱাহাটীৰ মাইনৰ স্কুলৰ পৰা মাইনৰ পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পাচত অসমৰ আটাইতকৈ পুৰণি হাইস্কুল গুৱাহাটীৰ কলেজিয়েট হাইস্কুলত (১৮৩৫ চনত স্থাপিত)পঢ়িবলৈ লয়। ছাত্ৰ হিচাপে লেখাৰু ডাঙৰীয়া আছিল এগৰাকী মেধাৱী ছাত্ৰ। ১৯২২ চনত প্ৰথম বিভাগত অংকত লেটাৰ লাভ কৰি সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা পাছ কৰিছিল। ইয়াৰ পাচত উচ্চ শিক্ষা আৰম্ভ কৰিলে তেতিয়াৰ একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান গুৱাহাটীৰ কটন কলেজত। লেখাৰু ডাঙৰীয়াই এই কটন কলেজতে উচ্চ শিক্ষা লৈ ১৯২৬ চনত দৰ্শনত অনাৰ্চ সহ বি এ ডিগ্ৰী লাভ কৰিলে। সেই সময়ত

গুৱাহাটীৰ কটন কলেজত ইংৰাজীত এম এ পঢ়াৰ ব্যৱস্থা আছিল। লেখাৰু ডাঙৰীয়া ইংৰাজীৰ এম এ শ্ৰেণীত ভৰ্তি হৈছিল। পাচত তেওঁ বঙলা আৰু অসমীয়াতহে এম এ পাছ কৰিলে। মাজতে গুৱাহাটী আৰ্ল ল' কলেজৰ পৰা (বৰ্তমানৰ বিষ্ণুৰাম মেধী আইন মহাবিদ্যালয) বি এল ডিগ্ৰী লাভ কৰিছিল। বি এল ডিগ্ৰী লাভ কৰাৰ পাচত ডেৰ বছৰ মান তেওঁ আইন ব্যৱসায় নকৰা নহয, কিন্তু তেওঁৰ এই আইন ব্যৱসায স্থাযী নহ'ল।

লেখাৰু ডাঙৰীযাই পোনতে শিক্ষকতা কৰিছিল উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত। উক্ত হাইস্কুলত কাম কৰাৰ সময়ত লেখাৰু ডাঙৰীযাই শিক্ষাদান কৰি স্কুলৰ চাৰিবেৰৰ মাজতে আবদ্ধ থকা নাছিল। সেই সময়ত উত্তৰ গুৱাহাটীৰ ৰাজহুৱা জন-জীৱনতো তেওঁৰ বৰঙণি কম নহয। তেওঁৰ যত্নতে উত্তৰ গুৱাহাটীত আনন্দ সমিতি স্থাপন হৈছিল। এই সমিতিৰ উল্লেখযোগ্য কামৰ ভিতৰত এখন আলোচনা চক্ৰ আৰু আনন্দৰাম পুথিভঁৰাল স্থাপন হয। এই আনন্দ সমিতিৰ জৰিযতে প্ৰাথমিক প্ৰতিকাৰ (First aid course) প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল। প্ৰাথমিক প্ৰতিকাৰ প্ৰশিক্ষণ দিযা হৈছিল ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ দ্বাৰা। লেখাৰু ডাঙৰীযাৰ প্ৰথম পুথি হ'ল 'শ্ৰীশ্ৰীৰামকৃষ্ণ উপদেশ।' স্বামী ব্ৰহ্মানন্দ সংগৃহীত এই বঙালী পুথিখন তেওঁ প্ৰবেশিকা পৰীক্ষা দিযেই অসমীযালৈ অনুবাদ কৰিছিল। কটন কলেজত পঢ়ি থকা দিনৰ পৰাই লেখাৰু ডাঙৰীযাই সাহিত্য সাধনাত উঠি পৰি লাগিছিল। সেই সমযৰ ছাত্ৰ সন্মিলনৰ মুখপত্ৰ স্বৰূপ 'মিলন'ৰ লগতো তেওঁ জড়িত আছিল। মিলনৰ সম্পাদনা সমিতিৰ লগত জড়িত থকাৰ উপৰিও তেওঁ মেনেজাৰো আছিল। এই মিলনতে তেওঁৰ লিখা প্ৰকাশ পাইছিল। পাচত চেতনা বাঁহী আৱাহন জযন্তীত তেওঁৰ ভালেমান প্ৰবন্ধ প্ৰকাশ হয। এখনি পুৰণি পুথি, পুৰণি পুথি সংগ্ৰহ, শ্ৰীকৃষ্ণ প্ৰযানং নামৰ নাটক অসমীযা প্ৰাক শংকৰী যুগৰ বিষ্ণু আৰু বৈষ্ণৱ, মাধৱ কন্দলীৰ ৰামায়ণ আদি উক্ত আলোচনীসমূহত প্ৰকাশিত তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধ।

এবাৰ হেনো ব্ৰহ্মপুত্ৰ নদীত গা-ধুবলৈ আহোঁতে ব্ৰহ্মপুত্ৰৰ বালিত এখন পুৰণি পুথি লাভ কৰিছিল। লেখাৰু ডাঙৰীযাই পুথিখনি আথে-বেথে ঘৰলৈ লৈ গৈছিল। অৱশ্যে পুথিখন সম্পূৰ্ণ নাছিল। এই অসম্পূৰ্ণ পুথিখনিৰে পাঠ উদ্ধাৰ কৰি এটি প্ৰবন্ধও ৰচনা কৰিছিল তেওঁ।

লেখাৰু ডাঙৰীযা অসমীযা সাহিত্যত সু-পৰিচিত হয তেওঁৰ সম্পাদিত পুথি 'কথা গুৰু চৰিত' অসমীযা ৰামাযণী সাহিত্য আৰু অসমীযা সাহিত্য সেৱক 'ৰজনী কান্ত বৰদলৈ' আদি পুথিৰ মাজেৰে। ইযাৰ ভিতৰত 'কথাগুৰু চৰিত' অসমীযা সাহিত্যৰ অমূল্য সম্পদ। পুথিখনি বৰপেটা সত্ৰৰ এসমযৰ সত্ৰাধিকাৰ চতুৰ্ভুজ মিশ্ৰৰ ওচৰত পাই ড° বাণীকান্ত কাকতিযে গোনতে সংগ্ৰহ কৰিছিল। পাচত পুথিখনিৰ সম্পাদনাৰ ভাৰ দিযে ড° বিৰিঞ্চি কুমাৰ বৰুৱা আৰু উপেন্দ্ৰ চন্দ্ৰ লেখাৰু ডাঙৰীযাক।

'কথা গুৰু চৰিত' খনি ড° বাণীকান্ত কাকতিদেৱৰ সংগ্ৰহ। তেখেতে প্ৰায ২৫ বছৰ আগতে এই পুথিখন বৰপেটা সত্ৰৰ তেতিযাৰ বুঢ়া অধিকাৰ স্বৰ্গীয চতুৰ্ভুজ দেৱ মিশ্ৰৰ পৰা পাইছিল আৰু এটি প্ৰতি লিপিও কৰাই থৈছিল। পাচত ৬২২ পৃষ্ঠাৰ এই সুবৃহৎ পুথিখনি লেখাৰু ডাঙৰীযাই যত্ন সহকাৰে সম্পাদনা কৰি উলিযায। এই পুথিখনত বিষয অনুসৰি দফাবোৰ কাষত শিৰোনামা দি ভাগ কৰা হৈছে। ফলত সাধাৰণ পাঠকৰ পক্ষে বিষয অনুসৰি বাছি উলিযাবলৈ সহজ সাধ্য হৈ উঠিছে। পৰিশিষ্টত শঙ্কৰদেৱৰ পৰা ভৱানীপুৰীযা গোপাল আতালৈকে বংশাৱলীবোৰ সুন্দৰভাৱে উলিওৱা হৈছে। পৰিশিষ্টত মূল সাঁচিপতীযা পুথিত বৈ যোৱা কথাবোৰ সংযোগ কৰি কাহিনীৰ যোগসূত্ৰ ৰক্ষা কৰাত সহায কৰিছে। কথাগুৰু চৰিতৰ ভাষা আৰু ৰচনা ৰাজিৰ সম্বন্ধে লিখিছে 'একোটা সৰু সৰু বাক্যৰ ভিতৰত, একোটি খণ্ডবাক্যৰ ভিতৰতে একোটি মহৎ আৰু স্পষ্ট ভাৱ প্ৰকাশ পাইছে। তাৰে দুই-এটি উদাহৰণ নিশ্চযে পৰশি অনিশ্চযে সংসাৰ' ভাণ্ড পৰশি লৱণু খাবা, শিষ্য পৰশি তত্ব কৰা।

আকৌ লিখিছে 'গুৰু চৰিতখনিত বাকীবোৰ মূল্যৰ বাহিৰে ই মধ্যযুগৰ অসমীয়া গদ্য সাহিত্যৰ এটি উৎকৃষ্ট নিদৰ্শন, সচৰাচৰ ব্যৱহাৰ কৰা ভাষাকে ইযাত ব্যৱহাৰ কৰা হৈছে।'

পাতনিত লেখাৰু ডাঙৰীয়াই পুথিখনিৰ ভাষা বৈশিষ্ট্য আৰু প্ৰাচীনত্ব আদিৰ কথা বহলাই আলোচনা কৰিছে। পুথিখনৰ বিষয়বস্তুৰ ওপৰতে ড° কাকতিযে ইংৰাজীত লিখা পাতনি এখনো সংযোগ কৰিছে। ১৯৫২ চনত লেখাৰু ডাঙৰীযাই সম্পাদনা কৰা পুথিখনি প্ৰকাশ কৰে হৰিনাৰাযণ দত্তবৰুৱাই।

'কথা-সাহিত্য' লেখাৰু ডাঙৰীযাৰ সম্পাদিত গদ্য সাহিত্যৰ পুথি। পুথিখনি ভালেমান বছৰ কলিকতা আৰু গুৱাহাটী বিশ্ববিদ্যালযৰ আই এ মহলাৰ পাঠ্যপুথি আছিল। পুথিখনিত জোনাকী যুগৰ পৰা সাম্প্ৰতিক যুগলৈকে

এককুৰি এজন আধুনিক কথা সাহিত্যিকৰ গদ্য-ৰচনা সঙ্কলন কৰা হৈছে। পাতনিত লিখিছে 'চিন্তাশীল লিখকৰ স্বচ্ছন্দবাদী চিন্তাধাৰা আৰু মানৱ মনৰ বিচিত্ৰ ভাব ৰাশি প্ৰকাশৰ নিমিত্তে কথা সাহিত্যৰ সুগম সপোন। আধুনিক অসমীয়া লিখক সম্প্ৰদায়ে বিভিন্ন বিষযসমূহ উপযুক্ত কথা-ভঙ্গিমাৰে প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। কথা সাহিত্যত সন্নিবিষ্ট প্ৰবন্ধসমূহেই তাৰ প্ৰমাণ।' পুথিখনি সম্পাদনা কৰোঁতে লেখাৰু ডাঙৰীযাই বিভিন্ন লিখকৰ 'বিচিত্ৰ বাক ভংগী আৰু বিচিত্ৰ বিষযবস্তু'ৰ প্ৰতি লক্ষ্য ৰাখি সংকলন কৰিছে। এইখন পুথিও প্ৰকাশ হয় ১৯৪০ চনত।

'আদৰ্শ ৰচনাৱলী' আৰু 'বিশ্ববিদ্যালয ৰচনাৱলী' লেখাৰু ডাঙৰীয়াৰ সম্পাদিত আন দুখন অসমীযা পুথি। প্ৰথমখন স্কুলীযা ছাত্ৰ আৰু পাচৰ খন কলেজৰ ছাত্ৰৰ বাবে সংকলন কৰা।

'অসমীযা ৰামাযণী সাহিত্য লেখাৰু ডাঙৰীযাৰ ৰচনাৰাজিৰ ভিতৰত শ্ৰেষ্ঠ পুথি। ১৯৪৮ চনত ৰচনা কৰা এই পুথিখনিৰ ওপৰত 'আছামিজ ভাৰচন অব ৰামাযণ (Assamese version of Ramayana) শীৰ্ষক এটি ইংৰাজী প্ৰবন্ধ যুগুত কৰিছিল। ১৯৫৫ চনত অন্নমালাইত অনুষ্ঠিত অৰিযেন্টেল কনফাৰেঞ্চত উক্ত প্ৰবন্ধটো পাঠ কৰিছিল। 'আছামিজ ভাৰচন অব ৰামাযণ' আৰু 'আচমিজ ভাৰচন অব মহাভাৰত' শীৰ্ষক প্ৰবন্ধ দুটা গুবাহাটী বিশ্ববিদ্যালযৰ দ্বাৰা প্ৰকাশিত ড° বাণীকান্ত কাকতি সম্পাদিত এছপেক্ট অব আৰলি আছামিজ লিটাৰেচাৰ 'Aspects of Early Assamese literature) গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে। 'অসমীযা সাহিত্য সেৱক স্বৰ্গীয ৰজনী কান্ত বৰদলৈ লেখাৰু ডাঙৰীযাৰ আন এখনি আলোচনামূলক পুথি। অসমীয়া সাহিত্যত 'ৰামাযনী' সাহিত্য আৰু 'ৰজনীকান্ত বৰদলৈ'ৰ আলোচনা মূলক গ্ৰন্থ দুখনি এনে তৰহৰ প্ৰথম পুথি। পুথি দুখনিৰ মাজেৰে লেখাৰু ডাঙৰীয়াই একক আলোচনাৰ বাট মুকলি কৰিছে।

লেখাৰু ডাঙৰীয়াই পুথিখনিৰ আগকথাত বৰদলৈদেৱৰ জীৱনীৰ চমু আভাষ দিবলৈ যত্ন কৰিছে। প্ৰথম অধ্যায়ত উপন্যাস সাহিত্য কি আৰু বিশ্ব উপন্যাসৰ চমু আভাস দি বৰদলৈ ডাঙৰীযাৰ উপন্যাস ৰচনাৰ উৎস সম্পৰ্কে আলোচনা কৰিছে। লেখাৰু ডাঙৰীযাৰ মতে 'উপন্যাস গণতন্ত্ৰ ভাৱৰ লগৰীয়া। আগৰ কালৰ সাহিত্যত দেৱ-দেৱী আৰু ৰজা-মহাৰজাৰ আখ্যানবোৰৰ ভিতৰেদি ধৰ্ম আৰু নীতিৰ শিক্ষা দিয়া হৈছিল। উপন্যাসত ব্যক্তি স্বাতন্ত্ৰ্যৰ প্ৰতিষ্ঠা কৰা

হয়। সাধাৰণলোকৰ ভাব আৰু সমস্যাবোৰ উপন্যাসৰ আহিলা হৈ পৰে। ইয়াত মানুহৰ অন্তৰৰ গভীৰ আৱেগ অনুভূতিবোৰক ৰূপ দিয়া হয়। উপন্যাসক এই পক্ষৰ পৰা বাস্তৱ সাহিত্য বুলিব পাৰি।

ইয়াৰ উপৰি উপন্যাস সাহিত্যৰ জন্ম লগ্নৰ কথা সুঁৱৰি লেখাৰু ডাণ্ডৰীযাই 'নভেল' শব্দটোৰ আঁতি-গুৰি বিচাৰ কৰিছে—'উপন্যাসক' ইংৰাজীত নভেল বোলা হয। নভেল শব্দটো ইটালীয 'নভেলা' শব্দটোৰ পৰা আহিছে। ইযাৰ অৰ্থ চুটি গল্প।

লেখাৰু ডাণ্ডৰীযাৰ মতে পোন প্ৰথম উপন্যাসৰ সূচনা হয ইটালী দেশত আৰু প্ৰথম ঔপন্যাসিকাৰ জন হ'ল ছচাৰ। এনেদৰে বিশ্ব উপন্যাসৰ চমু পৰিচয দি বৰদলৈৰ ওপৰত ইংৰাজী আৰু বঙালী ঔপন্যাসিক প্ৰভাৱৰ কথা আলোচনা কৰিছে। লগতে উপন্যাস সাহিত্যৰ কথা-কৌশল (টেক্‌নিক) সম্বন্ধেও উনুকিয়াইছে।

পুথিখনিৰ দ্বিতীয অধ্যাযত বৰদলৈযে আঙুলিযাই লিখিছে— 'বৰদলৈদেৱৰ আৰু এক বিশেষত্ব এই যে তেখেতৰ উপন্যাসবোৰত জীৱনটো সম্পূৰ্ণ ভাবে দেখুৱা হৈছে। ইযাৰ লগে লগে ঘটনাৰ পৰিবেষ্টনীবোৰ বিশদভাৱে বৰ্ণোৱা হৈছে।' তৃতীয অধ্যাযত প্ৰতিখন উপন্যাসৰ কাহিনীবোৰ চমুকৈ দিযাৰ উপৰি বৈশিষ্ট্যবোৰ আলোচনা কৰিছে। চতুৰ্থ অধ্যাযৰ বিষযবস্তু চৰিত্ৰসমূহৰ আলোচনা 'মানৱ চৰিত্ৰ আৰু প্ৰাচীন বুৰঞ্জীৰ প্ৰকৃত ৰূপ অধ্যযন, নিজ মনৰ সংস্কাৰ, বিচাৰ আৰু আদৰ্শ এইবোৰৰে বৰদলৈদেৱে চৰিত্ৰসমূহ স্বাভাৱিক কৰি গঢ়ি তোলাত কৃতকাৰ্য হৈছে।'

বৰদলৈ ডাণ্ডৰীযাৰ উপন্যাসৰ ভাষাৰ কথাও আঙুলিযাবলৈ পাহৰা নাই 'বৰদলৈদেৱৰ ভাষা সহজ সৰল আৰু যথাৰ্থ ভাৱ প্ৰকাশক। যেই সেই লোকেই তাক গ্ৰহণ কৰিব পাৰিব। কিন্তু তেখেতৰ ৰচনা সম্পূৰ্ণ বাহুল্য বৰ্জিত বুলি ক'ব নোৱাৰি।'

১৯৪৮ খৃঃত প্ৰকাশিত দুকুৰি দুই পৃষ্ঠাৰ (প্ৰথম সংস্কৰণ) চমু পুথিখনিত লেখাৰু ডাণ্ডৰীযাই ঔপন্যাসিক বৰদলৈৰ এটা থূলমূল পৰিচয দাঙি ধৰিছে।

দুবছৰমান লেখাৰু ডাণ্ডৰীযা 'জনশিক্ষা' আলোচনীখনৰো সম্পাদক আছিল। তেওঁৰ কেইবাটাও ইংৰাজী প্ৰবন্ধ বৃন্দাবনৰ তিনিমহীযা ইংৰাজী আলোচনী 'ফিলচফী এণ্ড কালচাৰ'ত (Philosophy and Culture) প্ৰকাশ হয়। 'ৰিলিজন ইন্ আছাম থ্ৰুবাউত দি এজেচ' (Religion in Assam

throughout the Ages) 'কনচেপ্ট অব জীৱ একৰৰ্ডিং টু শ্ৰীশঙ্কৰদেৱ' (Concept of Jiba according to Shri Sankardeva) আদি তেওঁৰ অন্যতম প্ৰবন্ধ। এনেভাৱে নিজৰ মাতৃভাষা অসমীয়া উপৰি বঙালী আৰু ইংৰাজীত প্ৰবন্ধ ৰচনা কৰি লেখাৰু ডাঙৰীয়াই বিচাৰিছিল প্ৰাচীন অসমীয়া সাহিত্য আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ বহুল প্ৰচাৰ।

শয়নে সপোনে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বৈষ্ণৱ তথা প্ৰাচীন অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰৰ কথা চিন্তা কৰিলেও লেখাৰু ডাঙৰীয়া ধৰ্ম আৰু ভাষা সাহিত্যৰ ক্ষেত্ৰত গোড়া নহয়। এহাতে প্ৰাচীন অসমীয়া সাহিত্যৰ নাড়ী নক্ষত্ৰ অধ্যয়ন আনহাতে জোনাকী যুগৰ উপন্যাস সম্ৰাটৰ প্ৰতি স্বাগত সম্ভাষণ এহাতে কথাগুৰু চৰিতৰ সম্পাদনা আনহাতে 'ধৰ্মপদ লৰ্ড টেনিছনৰ কাব্যৰ অনুবাদ। আকৌ সামাজিক ক্ষেত্ৰতো যিদৰে বৰপেটাত অনুষ্ঠিত শ্ৰীশঙ্কৰদেৱৰ পাঁচশ বছৰীয়া জন্ম তিথিত সভাপতিত্ব কৰিছিল তেনেদৰে ঈদ্ মহোৎসৱৰ সাংস্কৃতিক সভা ৰাম কৃষ্ণ সেৱা সমিতি আদিতো সভাপতিৰ আসন গ্ৰহণ কৰিছিল। মানুহ হিচাপে লেখাৰু ডাঙৰীয়া আছিল সহজ-সৰল সাধু পুৰুষ।

১৯৩৮ চনৰ পৰা ১৯৫৯ চনৰ ডিচেম্বৰ মাহলৈ সুদীৰ্ঘ একুৰি দুবছৰ কাল কটন কলেজত অসমীয়া বিভাগৰ অধ্যাপক হিচাপে সুচাৰুৰূপে দায়িত্ব পালন কৰিছিল। পাচত কটন কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হয়। কটন কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পাচত বৃন্দাবনৰ বৈষ্ণৱ পাৰমাৰ্থিক বিশ্ববিদ্যালয়ৰ শ্ৰীশঙ্কৰদেৱ আসনৰ বাবে গৱেষণা অধ্যাপক নিযুক্ত হয়। পাচত অনুষ্ঠানটোৰ নাম ইনষ্টিটিউট অৱ অৰিয়েন্টেল ফিলছফি হয়। সেই অনুষ্ঠানত অধ্যাপনা কৰা লেখাৰু ডাঙৰীয়াই প্ৰথম অসমীয়া অধ্যাপক। অধ্যাপক পদৰ বাবে লেখাৰু ডাঙৰীয়া যে যোগ্য আৰু উপযুক্ত ব্যক্তি সেই বিষয়ে বহলাই ক'বলৈ যোৱাটো নিষ্প্ৰয়োজন। অনুষ্ঠানটিত অধ্যাপনা কৰি লেখাৰু ডাঙৰীয়াই যোগ্যতাৰ পৰিচয় দিয়াৰ উপৰিও অসমীয়া ভাষা সাহিত্যৰ প্ৰচাৰ কৰিব পাৰিছিল। ১৯৭০ চনত টিহুত বহা অসম সাহিত্য সভাৰ অধিবেশণতো তেখেতে সভাপতিত্ব কৰিছিল। পিচে, মৃত্যু চিৰন্তন সত্য। ১৯৭৯ চনৰ তিনি জুনত তেখেতে ইহলোক এৰি পৰলোকলৈ গমন কৰে। ❀

## কটন কলেজৰ লাইখুটা

# ড° বিৰিঞ্চি কুমাৰ বৰুৱা



কটন গৌৰৱ নে অসম গৌৰৱৰ এই শিতানত এইবাৰ লিখিবলৈ লৈছো ড বিৰিঞ্চি কুমাৰ বৰুৱাৰ বিষয়ে। এইজনা ব্যক্তিৰ কটন কলেজ তথা অসমৰ সমাজলৈ অৱদান অলেখ। ড বিৰিঞ্চি কুমাৰ বৰুৱাৰ জন্ম হৈছিল নগাঁৱত ১৯০৮ চনৰ ১৬ অক্টোবৰৰ দিনা। পিতৃ বিজয় কুমাৰে ডাক বিভাগত চাকৰি কৰিছিল। মাতৃৰ নাম আছিল লীলাৱতী। বিৰিঞ্চি কুমাৰ বৰুৱাৰ প্ৰাথমিক শিক্ষা নগাঁৱতে সাং কৰি নগাঁও উচ্চ মাধ্যমিক চৰকাৰী হাইস্কুলত নাম লিখিছিল। সকলো কাম সৰুৰে পৰাই তেওঁ ভালদৰে কৰিছিল। চতুৰ্থ মান শ্ৰেণীত থাকোতেই তেওঁ এখন সমিতিৰ আযোজন কৰিছিল যাৰ নাম থৈছিল Juvenile Association আৰু ইযাৰ জৰিযতে তেওঁ এটি পুথিভঁৰালো নিৰ্মাণ কৰিছিল আৰু তাৰ নাম থৈছিল বাল্য পুস্তকালয আৰু ইযাৰ নিযমিত খৰচৰ বাবে ৰাইজৰ পৰা অৰিহণাও লৈছিল। এইজনা ব্যক্তিযে ১৯৩২ চনত তাৰে পৰা সুখ্যাতিৰে বি এ উপাধি লৈ আই চি এছ পৰীক্ষা দিযে। পৰীক্ষাত উত্তীৰ্ণ হৈছিল কিন্তু ঘোঁৰাত উঠাৰ প্ৰমাণ পত্ৰ দিব নোৱৰাত তেওঁৰ নিযুক্তি বাতিল হয। ১৯৩৪ চনত পালি ভাষাত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম এ পাছ কৰে। ১৯৩৬ চনত কলিকতাৰ পৰাই আইনৰ উপাধিও লয। একে বছৰতে কলিকতা বিশ্ববিদ্যালযৰ অসমীযা বিভাগত অধ্যাপক পদ পাই

তাত দুবছৰ থাকি ১৯৩৮ চনত কটন কলেজত সোমায় আৰু ১৯৪৮ চন পৰ্যন্ত কাম কৰে।

এটি অতি উল্লেখনীয় কথা নিলিখি নোৱাৰি যে অসমৰ প্ৰথম উচ্চ শিক্ষাৰ অনুষ্ঠান কটন কলেজত অসমীয়া ভাষাৰ অৱস্থা আদিতে আছিল অতি শোকলগা। চতুৰ্থ দশকৰ শেষলৈকে আশাপ্ৰদ বুলি ক'ব নোৱাৰি। ১৯৩৮ চনত নিযুক্তি লাভ কৰা বিৰিঞ্চি কুমাৰ বৰুৱা আছিল অসমীয়া বিভাগৰ প্ৰথম অধ্যাপক। আদিতে কটন কলেজত অসমীয়া পঢ়োৱা ৰামেশ্বৰ বৰুৱা আৰু লক্ষ্মীনাথ শৰ্মা দুয়ো আছিল কলেজিয়েট হাইস্কুলৰ শিক্ষক। সুদীৰ্ঘকাল কটন কলেজত অসমীয়া বিষয়ত শিক্ষাদান কৰা সত্যনাথ বৰা (১৯১৩-১৯২৪) আছিল আইনজীৱী আৰু আৰ্ল ল কলেজৰ অধ্যাপক। নিৰ্ধাৰিত পাঠ্যপুথি এখন নে দুখন। মাজতে হেনো তেওঁ আহি সপ্তাহত এটা নে দুটা ক্লাছত অসমীয়া পঢ়ুৱায়।

উমাকান্ত গোস্বামী (১৯২৪-১৯২৭) আৰু দিবাকৰ গোস্বামী (১৯২৭-৪৪) কটন মহাবিদ্যালয়ত অসমীয়া বিষয়ত শিক্ষাদান কৰা দুগৰাকী অধ্যাপক। কিন্তু তেওঁলোকৰ নিযুক্তি অৰ্থনীতি আৰু সংস্কৃত বিভাগৰ অধ্যাপক হিচাপেহে। দিবাকৰ গোস্বামীয়ে সপ্তাহটোত আঠোটা শ্ৰেণীত অসমীয়া পঢ়ুৱাই বাকী শ্ৰেণীবোৰ সংস্কৃত বিষয়ত শিক্ষাদান কৰিব লাগিছিল।

সেই সময়ত অসমীয়াত সৰহ নম্বৰ পোৱাত একো কৃতিত্ব নাছিল তেওঁক গাঁৱলীয়া ল'ৰা বুলিহে কৈছিল। বঙলা ভাষাৰো সেই একে অৱস্থা। বঙলা ভাষাত সৰহ নম্বৰ পোৱাজন 'পাৰে নেহে চেলে'।

কটন কলেজত অসমীয়া বিভাগ আছিল মাহী আইৰ মৰমেৰে চোৱা বিভাগ। চৰকাৰ কলেজ কৰ্তৃপক্ষ, ছাত্ৰ-ছাত্ৰী, কোনোৱে অসমীয়া বিষয়ত গুৰুত্ব আৰোপ কৰিব নিবিচাৰিছিল। আনকি দুই একে হেনো অসমীয়া পঢ়ুৱাইছিল ইংৰাজী ভাষাৰে। কিন্তু অসমীয়া ভাষা সাহিত্যৰ প্ৰতি এক উদাৰ মনোভাব পোষণ কৰিছিল কলিকতা বিশ্ববিদ্যালয়ৰ এচাম মহানুভৱ শিক্ষাবিদে। কলিকতা বিশ্ববিদ্যালয়ে ১৯১৯ চনৰ পৰা এম এ শ্ৰেণীত আধুনিক ভাৰতীয় ভাষা বিভাগৰ (Indian Vernacular Department) সূত্ৰপাত কৰিছিল। আধুনিক ভাৰতীয় ভাষাসমূহৰ ভিতৰত অসমীয়া অন্যতম। বিকল্প অসমীয়া ভাষালৈ আধুনিক ভাৰতীয় ভাষাত এম এ ডিগ্ৰী লাভ কৰা যি কোনো এজনকে কটন

কলেজত অসমীয়া বিভাগত অধ্যাপক নিযুক্তি কৰিব পাৰিলেহেঁতেন। অসম সাহিত্য সভাযো সময়ে সময়ে কটন কলেজত অসমীয়া বিষযত স্থায়ী অধ্যাপক নিযুক্ত কৰিবলৈ প্রস্তাৱ আদি গ্রহণ কৰিছিল। কিন্তু কোনো ধৰণৰ আবেদন-নিবেদনে চৰকাৰৰ গা লৰাব পৰা নাছিল। আনকি আন আন বিভাগৰ দৰে অসমীয়া বিষয এটা সুকীয়া বিভাগেই নাছিল ই আছিল সংস্কৃত বিভাগৰ ভিতৰুৱা বিষযহে।

১৯৩৮ চনত উপাচার্য ড° শ্যামা প্রসাদ মুখার্জীৰ সৌজন্যত অসমীযা ভাষা সাহিত্যই কলিকতা বিশ্ববিদ্যালযৰ স্নাতকোত্তৰ মহলাৰ এম এ শ্রেণীত পঠনীয ভাষা-সাহিত্য স্বৰূপে স্বীকৃতি লাভ কৰিলে। বিৰিঞ্চি কুমাৰ বৰুৱা কলিকতা বিশ্ববিদ্যালযৰ অধ্যাপক নিযুক্ত হৈ এই কার্যত আগভাগ লৈছিল। যতীন্দ্র নাথ দুৱৰা আৰু অম্বিকা নাথ বৰা এম এ শ্রেণীৰ বাবে নিযুক্ত হ'ল। প্রথম বছৰ ছাত্র সংখ্যা তিনিগৰাকী— যাদৱ নাৰাযণ দাস (ধুবুৰী কলেজৰ প্রাক্তন অধ্যক্ষ) দ্বিজেন্দ্রমোহন গোস্বামী আৰু দুর্গাৱতী শইকীযা।

১৯৪০ চনত কলিকতা বিশ্ববিদ্যালযৰ অধীনত প্রথম অসমীযা বিষযৰ এম এ পৰীক্ষা অনুষ্ঠিত হৈছিল। উত্তীর্ণ হোৱা পৰীক্ষার্থীসকল আছিল ডিম্বেশ্বৰ নেওগ, যাদৱ নাৰাযণ দাস দর্গাৱতী শইকীয়া উপেন্দ্র চন্দ্র লেখাৰু দ্বিজেদ্র মোহন গোস্বামী নলিনী কুমাৰ মিশ্র আৰু হৰিচন্দ্র ভট্টাচর্য। আটাইকেইগৰাকীয়ে দ্বিতীয শ্রেণী লাভ কৰিছিল।

যিযেই নহওক অসমীযা বিষযটো পঢ়িব লগা বিষয হিচাপে গুৰুত্ব আনি দিযাত বিৰিঞ্চি বৰুৱাৰ স্থান সদায ঊৰ্দ্ধত থাকিব। ইংৰাজী, বঙলা আদি বিভিন্ন ভাষা সাহিত্যৰ লগত তুলনামূলক অধ্যযনেৰে অসমীযা ভাষা সাহিত্যৰ পঠন পাঠনৰ ধাৰাটোকে তেওঁ সলনি কৰি দিলে। অসমীয়া ভাষা সমালোচনাত্মক দৃষ্টিভংগীৰে পঢ়ুওৱা পদ্ধতি প্রথম প্রৱর্তন কৰে বিৰিঞ্চি কুমাৰ বৰুৱাই।

১৯৪৫ চনত বিৰিঞ্চি কুমাৰ বৰুৱা অসমীযা বিভাগৰ অধ্যাপক (Professor) আৰু মুৰব্বী অধ্যাপক (Head of the Department) নিযুক্ত হয়। সেই বছৰেই তেওঁ উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায়।

কটন কলেজৰ বি, এ শ্রেণীত অসমীয়া দ্বিতীয় ভাষা প্রচলন কৰাৰ পাচত ১৯৪২ চনত অসমীয়া অনার্চ পাঠ্যক্রম প্রস্তুত কৰিছিল। যুগুত কৰা পাঠ্যক্রমখনৰ বিষয়ে অভিমত বিচাৰি শিক্ষাধিকাৰে আঠগৰাকী বিশিষ্ট শিক্ষাবিদ আৰু সাহিত্যিকলৈ পত্র প্রেৰণ কৰিছিল। সেইসকল আছিল পদ্মনাথ গোহাঞি

বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, অম্বিকানাথ বৰা, ড° সূৰ্য্যকুমাৰ ভূঞা, শৰৎ চন্দ্ৰ গোস্বামী, ড° বাণীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা আৰু দিবাকৰ গোস্বামী।

অসমীয়া ভাষা সাহিত্যৰ অনাৰ্চ খোলাৰ প্ৰস্তাৱ আহিছিল কটন কলেজৰ অসমীযা বিভাগৰ পৰা। ইয়াৰ মূলতে আছিল বিৰিঞ্চি কুমাৰ বৰুৱা। প্ৰস্তাৱিত পাঠ্যক্ৰমৰ পাঠ্যপুথিসমূহৰ কেইখনমান হ'ল— ৰুক্মিণী হৰণ কাব্য, মহাভাৰতৰ শান্তি পৰ্ব ৰামাযণ অৰণ্য আৰু কিষ্কিন্ধ্যা কাণ্ড, বৰফুকনৰ গীত, শেৱালি, কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, ৰহদৈ লিগিৰি, ৰাম বিজয ইত্যাদি।

ইতিমধ্যে কোৱাৰ দৰেই ১৯৪৫ ৰ পৰা ১৯৪৭ চনৰ কালছোৱা কলেজৰ পৰা ছুটী লৈ বৰুৱা গৱেষণাৰ অৰ্থে বিলাতলৈ যায আৰু A Cultural History of Assam শীৰ্ষক গ্ৰন্থ লিখি লণ্ডণ বিশ্ববিদ্যালযৰ পৰা পি, এইচ, ডি উপাধি লয। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয প্ৰতিষ্ঠা হোৱাত সেই বছৰতে বিশ্ববিদ্যালয অসমীযা বিভাগৰ ৰীডাৰ পদত তেওঁ যোগদান কৰে। ১৯৫৩ চনত সেই বিভাগৰ লগতে বঙলা বিভাগৰো মুৰব্বী অধ্যাপক হয। ১৯৫০ চনৰ পৰা শ্ৰেণীসমূহৰ ছেক্ৰেটেৰী পদো তেওঁ বহন কৰিছিল। বিশ্ববিদ্যালযৰ কাৰ্যপালিকাৰ সদস্যও নিৰ্বাচিত হৈছিল বহুবাৰ। ১৯৬১ চনত ভাৰত চৰকাৰে পঠোৱা সাংস্কৃতিক দলৰ সদস্য হিচাপে তেওঁ ৰাছিযালৈ যায। ১৯৬৩ চনত ইণ্ডিযানা বিশ্ববিদ্যালযৰ আমন্ত্ৰণ ক্ৰমে মাৰ্কিন যুক্তৰাষ্ট্ৰ ভ্ৰমণ কৰে। কামৰূপ অনুসন্ধান সমিতি অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ সাহিত্য একাডেমী, অখিল ভাৰত প্ৰাচ্যবিদ্যা সন্মিলন আদিৰ লগতো বৰুৱা ওত প্ৰোত ভাৱে জড়িত আছিল।

এইজনা পুৰুষ একেধাৰে পণ্ডিত, সাহিত্যিক আৰু শিক্ষাবিদো আছিল। আৱাহন, জযন্তী-সুৰভি সাহিত্য সভা পত্ৰিকা Journal of Assam The Assam Research Society আদি সাহিত্যিক আৰু গৱেষণামূলক আলোচনীত প্ৰবন্ধ পাতি লিখাৰ উপৰিও মাহেকীযা ৰামধেনু আৰু দৈনিক নতুন অসমীযাৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল। তেওঁ কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰখনো কিছুকাল সম্পাদনা কৰিছিল। তেওঁ 'অৰুণ' আৰু 'সুৰভি' নামৰ দুখন শিশু আলোচনীৰো সম্পাদক আছিল। তেওঁ লিখা আলোচনাত্মক গ্ৰন্থবোৰ হ'ল— অসমীযা কথা সাহিত্য (১৯৫০), A Cultural History of Assam (১৯৫১), বৌদ্ধ ধৰ্ম আৰু সাহিত্য (১৯৫১), অসমীয়া ভাষা আৰু সাহিত্য (১৯৫৭), অসমৰ লোক-সংস্কৃতি (১৯৬১), Assamese Literature কাব্য

আৰু অভিব্যঞ্জনা A History of Assamese Literature Studies in Ancient Assamese Literature Sankardeva A Vaisnavite Saint of Assam (১৯৬২) ইত্যাদি। ইয়াৰ উপৰি অংকীয়া নাটসমূহ সম্পাদনা কৰি উলিয়াইছিল। মহাভাৰতৰ গদ্যানুবাদতো আগভাগ লৈছিল। ইয়াৰ উপৰি দেশ-বিদেশৰ সাধু, বুৰঞ্জীৰ কথা জাতকমালা (১৯৩৮) ছুইজাৰলেণ্ড ভ্ৰমণ, (১৯৪০), এবেলাৰ নাট (১৯৫৫) প্ৰমুখ্যে কেইবাখনো শুৱলা অসমীয়া পুথি ৰচনা কৰে। গল্প, বিশেষকৈ উপন্যাস ৰচনাত তেওঁ বিশেষ কৃতিত্ব দেখুৱাইছিল।

পট পৰিবৰ্তন (১৯৪৮) আৰু আঘোণী বাই (১৯৫০) নামৰ তেওঁৰ দুখন পুথি লিখি উলিওৱাৰ উপৰিও এইজনা ব্যক্তিযেই আকৌ আন দুখন কিতাপ লিখিছিল বীণা বৰুৱা আৰু ৰাস্না বৰুৱাৰ ছদ্মনামত। সেই কেইখন হ'ল— 'জীৱনৰ বাটত'(১৯৪৪) আৰু 'সেউজী পাতৰ কাহিনী' (১৯৫১)। এই দুখন উপন্যাস অসমীয়া সাহিত্যৰ বিশিষ্ট মাইলৰ খুঁটি। ড° বৰুৱাই ১৯৬৪ চনত 'অসম লোক সংস্কৃতি নামৰ গ্ৰন্থৰ বাবে সাহিত্য একাডেমীৰ সন্মানজনক পুৰস্কাৰ লাভ কৰি সাহিত্যৰ বৰঘৰত নিজকে লাইখুটা হিচাপে সুপ্ৰতিষ্ঠিত কৰে। ❐

## 'জ্ঞানপীঠ' বিজয়ী কটনিয়ান

# ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য



কটন গৌৰৱ নে অসম গৌৰৱ এই শিতানত এইবাৰ লিখিবলৈ লৈছো ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ বিষয়ে। সৰুৰে পৰাই বহুতৰে মুখত তেওঁৰ বিষয়ে শুনিছিলো। পাচত এদিন কলেজত পঢ়ি থকোতেই নে স্কুলৰ শেষৰ ফাললৈ পুথিভঁৰালত, ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমত ঘটা হিংসাত্মক ঘটনা এটাৰ পটভূমিত ৰচিত হোৱা 'মৃত্যুঞ্জয়' উপন্যাসখন পাই পঢ়িছিলো। যিহেতু মৃত্যুঞ্জয়ৰ কাহিনী সংঘটিত হৈছিল নগাঁৱৰ অঞ্চল বিশেষক কেন্দ্ৰ কৰি, আৰু '৪২ চনৰ পচিছ চেপ্টেম্বৰৰ 'নগাওঁ দিৱস'ৰ কথা কাহিনীৰ উল্লেখো 'মৃতুঞ্জয়' উপন্যাসে সামৰি লৈছে, এইবোৰ পঢ়ি মোৰ কোমল মনত এইজন ব্যক্তিয়ে দকৈ সাঁচ বহুৱাইছিল। কাৰণ মই নিজেও নগাঁৱৰে ল'ৰা আৰু এইটো মানুহৰ স্বভাৱগত নেকি, নিজৰ ঠাইৰ কথা পঢ়িবলৈ বা দেখিবলৈ পালে মনতো ভাল লাগে। যিয়েই নহওক তেতিয়া মই বৰকৈ এইজন সিদ্ধ পুৰুষৰ কথা জনা নাছিলো। পাচত এই লানি আলোচনামূলক লেখা লিখিবলৈ লওঁতে জানিব পাৰিছো যে ড° ভট্টাচাৰ্য্যও এই কটন কলেজৰেই ছাত্ৰ আছিল।

যোৰহাট নগৰৰ প্ৰায ১০ মাইল দূৰত অৱস্থিত টেকীয়াখোৱা গাঁৱৰ পুৰণি নিবাসী শশীধৰ ভট্টাচাৰ্য্যৰ দ্বিতীয় পুত্ৰ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ জন্ম হৈছিল ১৯২৪ চনত। পিতৃৰ কৰ্মস্থান শিৱসাগৰৰ চাফ্ৰাই চাহ বাগান হ'ল তেওঁৰ

জন্মস্থান। তেওঁৰ শিক্ষা জীৱনো আৰম্ভ হয় সেই বাগানতে। বীৰেন্দ্ৰ কুমাৰৰ সাহিত্যৰ প্ৰতি থকা আগ্ৰহ অতি কম বয়সতে পৰিলক্ষিত হয়। যি মূলা বাঢ়িব দুপাততে চিন— পাঠশালাৰ নিম্ন শ্ৰেণীত থাকোতেই মহাপুৰুষ শঙ্কৰদেৱৰ ওপৰত তেওঁ এটি কবিতা ৰচনা কৰে। পাঠশালাৰ শিক্ষা সমাপ্ত কৰি বীৰেন্দ্ৰ কুমাৰে কাকজানৰ চৰকাৰী এম ই স্কুলত ভৰ্তি হয়। এম ই পৰীক্ষাত বৃত্তিসহ উত্তীৰ্ণ হৈ তেওঁ যোৰহাটৰ চৰকাৰী হাইস্কুলত শিক্ষা জীৱন আৰম্ভ কৰে। সেই সময়ত কবি অমূল্য বৰুৱা মুনীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা, মতি নাৰায়ণ শৰ্মা ৰাজেন হাজৰিকা আদি বহুতো যুৱ-কবিৰ লগত বীৰেন্দ্ৰ কুমাৰৰ পৰিচয় ঘটে। তেওঁলোক সকলোৰেই সমূহীয়া প্ৰচেষ্টাত জন্ম হ'ল 'চেনেহী' নাম এখন হাতে লিখা আলোচনী। সেই আলোচনীৰ পাততে বীৰন্দ্ৰে কুমাৰৰ প্ৰথম প্ৰবন্ধ 'ছাত্ৰ আৰু ৰাজনীতি' প্ৰকাশ পায। তাৰ পাছতে সেই স্কুলৰে আলোচনী 'জেউতি'ত তেওঁৰ প্ৰথম চুটি গল্প 'মাহী আইৰ সাদৰ' প্ৰকাশিত হয।

১৯৪১ চনত অতি সুখ্যাতিৰে তেওঁ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয। উচ্চ শিক্ষাৰ বাবে তেওঁ গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয। ১৯৪৩ চনত সেই কলেজৰে পৰা আই এছ চি আৰু ১৯৪৫ চনত বি এছ, চি পৰীক্ষা পাছ কৰে। কলেজীয়া জীৱনত ভট্টাচাৰ্য্যদেৱে কে'বাটাও চুটিগল্প আৰু বিশ্লেষণমূলক ৰচনা লিখি খ্যাতি লাভ কৰিছিল। সেই সময়ত স্বাধীনতা আন্দোলনৰ বাবে হোৱা দেশজোৰা গণবিপ্লৱত দেশ তথা সমাজ সচেতক যুৱক হিচাপে তেওঁ পৰোক্ষভাবে অংশগ্ৰহণ কৰিছিল।

পাচত 'জাৰ্ণেলিজিম' বিষযত স্নাতকোত্তৰ আৰু লগতে আইন বিষযত অধ্যয়ন কৰাৰ ইচ্ছাৰে ভট্টাচাৰ্য্যদেৱ কলিকতালৈ যায। ভাৰতৰ অন্যতম চহৰ কলিকতাৰ সাংস্কৃতিক প্ৰাচুৰ্য আৰু সাহিত্যিক তথা ৰাজনৈতিক পৰিবেশৰ লগত প্ৰথমবাৰৰ বাবে তেওঁৰ পৰিচয ঘটে। সেই পৰিবেশে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ অন্তৰৰ একোণত এৰাব নোৱাৰা সাঁচ বহুৱালে। কলিকতাৰ প্ৰকাশিত অসমীয়া আলোচনী 'বাঁহী'ৰ সহকাৰী সম্পাদক হিচাপে তেওঁ সাংবাদিক জীৱন আৰম্ভ কৰিলে। লগতে স্বনামধন্য সংবাদসেৱী হেমেন্দ্ৰ প্ৰসাদ ঘোষৰ সম্পাদনাত চলা ইংৰাজী কাকত 'এডভান্স'তো কাম কৰিছিল। ১৯৪৬ চনত আগষ্ট মাহত কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হ'ল। তেওঁৰ অন্তৰংগ সাহিত্যিক বন্ধু অমূল্য বৰুৱা সেই ভযঙ্কৰ সাম্প্ৰদাযিক সংঘৰ্ষৰ বলি হ'ব লগা হ'ল। ভট্টাচাৰ্য্যদেৱৰ প্ৰথম উপন্যাসৰ পাণ্ডুলিপি অমূল্য বৰুৱাৰ লগতে জাহ গ'ল। তাৰ পাছতেই তেওঁ কলিকতা চহৰ এৰি অসমলৈ প্ৰত্যাবৰ্তন কৰে।

১৯৪৬ চনৰ শেষ ভাগত তেওঁ 'নতুন অসমীয়া' কাকতৰ সহকাৰী সম্পাদক নিযুক্ত হয়। গণতন্ত্ৰ আৰু সমাজবাদৰ ওপৰত ভট্টাচাৰ্য্যদেৱৰ আছিল অসীম আস্থা, সেয়েহে ১৯৪৭ চনত সমাজবাদী নেতা জয়প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঢ়ি উঠা ভাৰতীয় ছ'চিয়েলিষ্ট দলত তেওঁ তত্তালিকে যোগ দিলে। এই দলৰ অসম শাখাৰ মুখপত্ৰ সাপ্তাহিক 'জনতা'ৰ তেওঁ পিছলৈ সম্পাদক হৈছিল।

১৯৫০ চনত তেওঁ নগাভূমিৰ উখৰুল হাইস্কুলত শিক্ষকতাৰ ভাৰ লৈ নগা পাহাৰৰ ভিতৰুৱা অঞ্চল পাযগৈ। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ জীৱনত ই আছিল এখ বিশেষ তাৎপৰ্যপূৰ্ণ পদক্ষেপ। উখৰুলত থকা ডেৰ বছৰীযা কৰ্মজীৱনত তেওঁ নগাসকলৰ সংস্কৃতি, জীৱনআৰু ভাবধাৰা অতি নিবিড়ভাৱে অধ্যযন কৰিবলৈ সুবিধা পালে। সেই অভিজ্ঞতা আছিল অতি বিচিত্ৰ। এইখন ঠাযে তেওঁৰ জীৱনত বহু স্মৰণীয সৃষ্টি 'ইযাৰুইঙ্গম' উপন্যাস ৰচনাত সমল যোগালে। এইজন কটনিযানেই চল্লিছৰ দেওনা নৌপাওঁতেই তেওঁৰ এই অনন্য উপন্যাসখনৰ বাবে সাহিত্য একাডেমী বঁটা লাভ কাৰিবলৈ সক্ষম হয ১৯৬১ চনত।

১৯৫২ চনত গুৱাহাটীলৈ উভতি আহি 'ৰামধেনু'ৰ সম্পাদকৰ দাযিত্ব গ্ৰহণ কৰি ১৯৬৩ চনলৈকে আলোচনীখনৰ সম্পাদনাত তেওঁ ব্ৰতী হৈ থাকে। প্ৰায ১২ বছৰজোৰা এই কালছোৱাত 'ৰামধেনু অসমৰ এখন আগশাৰীৰ আলোচনী স্বৰূপে পৰিগণিত হয। দৰাচলতে, অসমীয়া আধুনিক কবিতা আৰু মননশীল সাহিত্যৰ এটি দিশ 'ৰামধেনু'ক কেন্দ্ৰ কৰিযেই গঢ়ি উঠিল আৰু বিকশিত হ'ল।

১৯৬৩ চনৰ অক্টোবৰ মাহত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য 'ৰামধেনু'ৰ পৰা আঁতৰি গৈ সাদিনীযা 'নবযুগ'ৰ সম্পাদনা কৰিবলৈ ল'লে। ১৯৬৬ চনলৈকে তেওঁ সেই কাকততে ব্যস্ত হৈ থাকিল। তেওঁৰ যত্নতে 'নবযুগ'ৰ কলেবৰ বঢ়াৰ দৰে এই আলোচনীত প্ৰকাশ পোৱা কবিতা আলোচনা আদিৰ মানদণ্ড বহুত ওপৰলৈ উঠিল।

ইমান কামত ব্যস্ত হৈ থাকিও তেওঁ উচ্চ শিক্ষাৰ বাবে আগ্ৰহী আছিল। ১৯৫৩ চনত প্ৰাইভেটকৈ তেওঁ স্নাতকোত্তৰ উপাধি আৰু ১৯৭৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি এইছ ডি উপাধি লাভ কৰে। তেওঁৰ গৱেষণাৰ বিষয আছিল 'অসমীযা সাহিত্যত ব্যঙ্গ আৰু হাস্যৰস'।

১৯৭৯ চনত বীৰন্দ্রে কুমাৰ ভট্টাচৰ্য্যই সাহিত্য জগতৰ সৰ্বোচ্চ শিখৰত পদাপৰ্ণ কৰেগৈ। সেই বছৰতে তেওঁ 'মৃতুঞ্জয় উপন্যাসৰ বাবে 'জ্ঞানপীঠ' বটা গ্রহণ কৰিবলৈ সমৰ্থ হয়। ১৯৮৩ চনত বঙাইগাঁৱত বহা অসম সাহিত্য সভাৰ তেওঁ সভাপতি আছিল। ইয়াৰ উপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ জাৰ্ণেলিৰ্জিম বিভাগৰ মীডাৰ হিচাপে তেও কেঁবাবছৰো কাম কৰিছিল।

অসমীয়া ভাষা-সাহিত্যলৈ বীৰেন্দ্র কুমাৰ ভট্টাচাৰ্য্যৰ অৱিহণা ব্যাপক, তেনে অৱিহণাৰ মূল্যও অপাৰ। তাৰ জ্বলন্ত স্বাক্ষৰ বহন কৰিছে তেওঁৰ ৰচিত কবিতা উপন্যাস চুটি গল্পৰ দীঘল তালিকাই। তেওঁ একেলেথাৰিয়ে ঔপন্যাসিক, কবি, গল্প লেখক গদ্যকাৰ, নাট্যকাৰ আৰু সমালোচক। অসমীয়া সাহিত্যৰ সাম্প্রতিক যুগৰ ইতিহাসত তেওঁ এক বিশেষ স্থান দখল কৰি আছে। উল্লেখযোগ্য যে কবিতা ৰচনাৰে ভট্টাচাৰ্য্যদেৱে সাহিত্যিক জীৱনৰ এদিন পাতনি মেলিছিল আৰু সেই কবি মনৰ প্রকাশ তেওঁৰ সকলো ৰচনাশৈলীতে বিদ্যামান। যিহেতুঁ ই সত্য যে the true novelist has to be a true poet।

১৯৫৫ চনত বীৰেন্দ্র কুমাৰ ভট্টাচাৰ্য্যৰ প্রথম উপন্যাস 'ৰাজপথে ৰিঙিয়াই' প্রকাশ পায়। তেতিয়াৰে পৰা যোৱা প্রায ৩০ বছৰতে তেও ২০ খন উপন্যাস ৰচনা কৰে। লগে লগে প্রায তিনি কুৰি চুটি গল্প প্রায় ডেৰশ গীত আৰু কবিতা, কে'বাখনো জীৱনী আৰু অনুবাদ গ্রন্থ, এশৰো ওপৰ নাটক (ৰেডিঅ নাটককে ধৰি) আৰু এহেজাৰৰো অধিক বিভিন্ন বিষয়ৰ প্রবন্ধ অসমৰ পঢুৱৈ সমাজলৈ আগবঢালে। কেৱল সংখ্যাৰ ফালৰে পৰা নহয় সাহিত্যিক বৈশিষ্ট্যৰ ফালৰ পৰাও ই এক উল্লেখনীয় অভিলেখ। তেওঁৰ এই কৃতকাৰ্যতাৰ মূলতে হ'ল গভীৰ মননশীলতা পৰ্যবেক্ষণবোধ চৰিত্রাঙ্কনৰ অপূৰ্ব শৈলী আৰু মানৱীয় মূল্যবোধৰ প্রতি থকা তেওৰ অসীম আস্থা। ভট্টাচাৰ্য্যদেৱৰ চৰিত্রসমূহ সাধাৰণতে তেজ-মঙহৰ মানুহ। কিন্তু সিবিলাকে পাঠকৰ অন্তৰত স্বাভাৱিক সহানুভূতি জগাই তোলে। এইখিনিতে ড প্রভাকৰ মাচাৱেৰ এটি উক্তি স্মৰণীয়। বীৰেন্দ্র কুমাৰৰ সাহিত্যিক সাফল্যৰ বিষয়ে তেওঁ এই বুলি মন্তব্য দিছে।

'Yet he never loses his grip on reader's credibility Here in lies the excellence of Birendra kumar as story teller and a novelist who will be remembered for long not just read and forgotten '
**('The ever smiling cascade from Kamrup )**

**যিয়েই নহওক নতুন প্রজন্মৰ বাবে এইসকল ব্যক্তি, যি কটন কলেজৰেই সৃষ্টি, যেন হৈ পৰক আজি কটনৰ ছাত্র সমাজৰ বাবে এই প্রাক্ শতবাৰ্ষিকীত এটি আশাৰ উৎস।** □

# অসমৰ লৌহমানৱ, কটনিয়ান
# বিষ্ণুৰাম মেধি



কটন গৌৰৱ নে অসম গৌৰৱৰ এইলানি প্ৰবন্ধ লিখোতে অসমৰ বিভিন্ন কোণৰ বিভিন্ন মহলাৰ বিভিন্ন শ্ৰেণীৰ মানুহৰ সমাদৰ আৰু সহযোগিতা লাভ কৰিবলৈ সুবিধা পাইছো। আগতে কটন কলেজত পঢ়োৱা শিক্ষক বা আগতে কটন কলেজত পঢ়া কোনো কোনো সুযোগ্য অসমৰ সন্তানৰ পুত্ৰ-কন্যাসকলে মোক আনকি তেওঁলোকৰ সেই সুযোগ্য পিতৃৰ লেখা বা (Biodata) আদি দিও এইলানি লেখা লিখিবলৈ সুবিধা কৰি দিছে। এইবাৰৰ এই শিতানত লিখিবলৈ লৈছো আৰু এজন অসমৰ মুখ্যমন্ত্ৰীৰ বিষয়ে, যিজনে অৱশ্যে অতি কম দিনৰ বাবেহে কটন মহাবিদ্যালয়ত নাম লিখিছিল। এই প্ৰসঙ্গতে অসমৰ কলেজীয়া শিক্ষা বিষয়ে দুআষাৰ কোৱা প্ৰয়োজন। তেতিয়া অসমত এখনেই মাত্ৰ কলেজ স্থাপিত হৈছিল আৰু সেইখনেই আছিল কটন কলেজ। সেই সময়ৰ চীফ কমিছনাৰ ছাৰ হেনৰি কটন মহোদয়ৰ উদ্যোগত হোৱা বাবে তেখেতৰ নামেৰেই কলেজৰ নামকৰণ কৰা হৈছিল। তেতিয়া কেৱল দ্বিতীয় শ্ৰেণীৰ কলেজ আছিল অৰ্থাৎ আই, এ লৈকেহে পঢ়োৱা হৈছিল। কলেজৰ ঘৰ আছিল এটা আৰু তাতে প্ৰথম আৰু দ্বিতীয় বাৰ্ষিক শ্ৰেণী বহিছিল, ছাত্ৰসকল থাকিবৰ বাবে মাথো খেৰৰ দীঘলীয়া ঘৰ এটাহে আছিল। প্ৰতিকোঠাতে চাৰিজনকৈ ছাত্ৰ থকাৰ বন্দবস্ত আছিল। কলেজৰ অধ্যাপক আছিল মুঠেই পাঁচজন— মিঃ

চুডমার্চন (অধ্যক্ষ), অধ্যাপক চুনিলাল দে, অধ্যাপক ৰজনীকান্ত বৰাল, অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ, মৌঃ এ, ওৱাহেদ (এখেত ছাদুল্লা মন্ত্রীসভাৰ দিনত শিক্ষা বিভাগৰ মন্ত্রী হৈছিল)। এয়ে আছিল কটন কলেজৰ সর্বমুঠ অধ্যাপক মণ্ডলী।

এই কেইজন অধ্যাপকৰ ভিতৰত চুনিলাল দেই পদাৰ্থবিজ্ঞান আৰু ৰসায়ন বিজ্ঞান অধ্যাপক বৰালে গণিতশাস্ত্র আৰু তর্কশাস্ত্র আৰু অধ্যাপক বিদ্যাবিনোদে সংস্কৃত আৰু বুৰঞ্জী পঢ়াইছিল। তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচচেন্সলাৰ আছিল ছাৰ আশুতোষ মুখোপাধ্যায। তেওঁৰ উদ্যোগতে বিশ্ববিদ্যালয়ে নতুন পদ্ধতিৰে শিক্ষা অৱলম্বন কৰি কলা আৰু বিজ্ঞানৰ শিক্ষা পৃথকভাৱে দিযাৰ ব্যৱস্থা কৰিলে। অধ্যক্ষ চুডমার্চন চাহাবে জাননী দিলে— কটন কলেজতো কলা আৰু বিজ্ঞান শিক্ষাৰ পৃথক ব্যৱস্থা হ'ব। মনৰ উৎসাহত প্রথম বার্ষিক শ্রেণীত নতুনকৈ ভর্তি হোৱা প্রায সকলো ছাত্রই বিজ্ঞান পঢ়িবলৈ ল'লেশ আজিকালিৰ দৰে সেই সময়ত ছাত্রৰ সংখ্যা অধিক নাছিল। সেই বছৰতে আন আন বছৰতকৈ অধিক ছাত্রই কটন কলেজত নামভর্তি কৰিছিল। সেই বছৰ প্রথম বার্ষিক শ্রেণীৰ ছাত্র সংখ্যা আছিল ৫০ জন। মেথিদেৱেও ৰসায়ন বিজ্ঞান আৰু পদাৰ্থ বিজ্ঞান পঢ়িবলৈ ল'লে। কিন্তু উক্ত দুযো বিষযৰে শিক্ষা দিবলৈ কেৱল এজনহে অধ্যাপক, চুনিলাল দেই অকলে ৰসায়ন শাস্ত্রৰ এম এ, গতিকে পদাৰ্থ বিজ্ঞানৰ বাবে সুকীযা অধ্যাপক মকৰল নকৰিলে বিশ্ববিদ্যালযে বিজ্ঞান পঢ়িবলৈ অনুমতি দিব নোৱাৰে বুলি সেই সমযৰ পূর্ববংগ আৰু অসম চৰকাৰলৈ আদেশ জাৰি কৰিলে। ১৯০৫ চনত তেতিযাৰ গৱৰ্ণৰ জেনেৰেল লর্ড কার্জনে বঙ্গ বিচ্ছেদ কৰি অসমক পূর্ববংগৰ লগত লগ লগালে। এই নতুন প্রদেশৰ ৰাজধানী আছিল ঢাকাত আৰু পূর্ববংগ আৰু অসম শাসন কৰিছিল লেফটেনেণ্ট গৱৰ্ণৰে বা এজন দৰলীযা লাট বাহাদুৰে। কলিকতা বিশ্ববিদ্যালযৰ কতৃপক্ষই বিজ্ঞানৰ শ্রেণী খোলাৰ প্রস্তাৱ নামাঞ্জুৰ কৰাত সেই বছৰ অর্থাৎ ১৯০৭ চনত কটন কলেজত অকল ইন্টাৰমিডিয়েট শ্রেণীত কলা শিক্ষাৰহে ব্যৱস্থা হ'ল। কে'বাজনো ছাত্রই বিজ্ঞান শিক্ষাৰ উচ্চ আশা লৈ আন আন ঠাইলৈ গ'ল। মেথিদেৱেও কলিকতালৈ গৈ ডাফ্ (Daff) কলেজত আই এছ চি মহলাত নাম ভর্তি কৰিলেগৈ। তেওঁ আই এছ চি পৰীক্ষাত কলিকতা বিশ্ববিদ্যালযৰ দ্বাদশ স্থান লাভ কৰি পঁচিছ টকীযা বৃত্তি পায়। পিচত তেওঁ প্রেছিডেন্সি কলেজৰ পৰা বি, এছ, চি পৰীক্ষাত অনাৰ্ছ সহ উত্তীর্ণ হৈ ঢাকা বিশ্ববিদ্যালযত নাম লিখিলে আৰু আইনৰ ছাত্র হিচাপেও ভৰ্তি হ'ল। ১৯১৩ চনত ৰসায়ন শাস্ত্রত এম, এছ, চি পাছ কৰি সেই বিশ্ববিদ্যালযতে এবছৰ কাল

তেওঁ গৱেষণা কৰে। ১৯১৪ চনত তেওঁ আইনৰ শেষ পৰীক্ষা পাছ কৰি, ১৯১৫ চনৰ পৰা গুৱাহাটীৰ আদালতত ওকালতি আৰম্ভ কৰি তেওঁ যিটো মোকৰ্দমা লৈছিল, সেইটো ভালদৰে চালি-জাৰি লৈহে আদালতত থিয় দিছিল। কঠোৰ শ্ৰম আৰু অধ্যৱসায়ৰ গুণত তেওঁ অতি সোণকালে ফৌজদাৰী আইনৰ উকীল হিচাপে প্ৰতিষ্ঠিত হৈছিল। আদালতত যেতিয়া মেধিদেৱে সাক্ষীক জেৰা কৰে, নাইবা মোকৰ্দমা এটাৰ মোখনি মাৰি তৰ্কৰ জাল বিস্তাৰ কৰে, সেয়া চাবলৈ আদালতত মানুহৰ ভিৰ হৈছিল। গুৱাহাটীত তেতিয়া হাইকোৰ্ট নথকাৰ বাবে ১৯৩১ চনত মেধি ডাঙৰীযাই কলিকতা হাইকোৰ্টৰ অধিবক্তা হিচাপে পঞ্জীযন কৰে।

ওকালতিৰ দৰে স্বাধীন ব্যৱসায এটাত নিযুক্তি হোৱাৰ বাবে মেধি ডাঙৰীযাৰ সমাজ সেৱাৰ দুৱাৰখন মুকলি হৈ পৰিল। উকীল হিচাপে মেধি ডাঙৰীযা তেওঁ বহু সভা-সমিতিৰ লগত জড়িত হৈ পৰিছিল। তেওঁ ধীৰ, স্থিৰ আৰু গম্ভীৰ প্ৰকৃতিৰ হোৱা বাবে বহুলোকে সতকাই তেওঁৰ ওচৰ নাচাপিছিল। বাহিৰত কঠোৰ যেন দেখিলেও ভিতৰখন কোমল আছিল। ওকালতি ব্যৱসাযত তেওঁ প্ৰভৃত অৰ্থ উপাৰ্জন কৰিছিল আৰু সমাজত এজন বিশিষ্ট ব্যক্তি হিচাপে জনাজাত হৈছিল।

মহাত্মা গান্ধীৰ আহ্বান ক্ৰমে তেওঁ ওকালতি বাদ দি অসহযোগ আন্দোলনত যোগদান কৰে। ১৯২১ চনত এবছৰৰ বাবে তেওঁ কাৰাবৰণ কৰে। ১৯৩০ ১৯৩২, ১৯৪০ ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰি প্ৰত্যেকবাৰেই বেলেগ বেলেগ নিৰ্ধাৰিত কালৰ বাবে কাৰাবৰণ কৰে। তেখেত সৰ্বমুঠ ছবছৰ কাল কাৰাগাৰত কটায। ১৯৩০ চনত জৰিমনা দিবলৈ অমান্তি হোৱাত চৰকাৰে তেওঁৰ মটৰ গাড়ীখনকে বিক্ৰী কৰে।

১৯৩০ চনৰ ১৩ ফেব্ৰুৱাৰীৰ এটা ঘটনা গুৱাহাটীৰ তেতিয়াৰ কাৰ্জন হ'লত (নবীনচন্দ্ৰ বৰদলৈ হল) অসম কংগ্ৰেছৰ এখন জৰুৰী সভা বহে। তাত কংগ্ৰেছ সদস্য সকলো উপস্থিত আছিল। অসম কংগ্ৰেছৰ বাবে সেই সময়ছোৱা সংকটপূৰ্ণ আছিল। এফালে আৰ্থিক হিচাপে কংগ্ৰেছৰ ধনৰ ভঁৰাল শূণ্য। আনফালে কৰ্মীসকলৰ মনত উদ্যমৰ অভাৱ। ১৯৩০ চনৰ ঐতিহাসিক লাহোৰ কংগ্ৰেছৰ পাচত দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশনেতা কুলধৰ চলিহা প্ৰভৃতি অসমৰ প্ৰখ্যাত নেতৃবৰ্গই বিশেষ কাৰণত গান্ধীজীৰ আইন অমান্য আন্দোলনত সক্ৰিয, অংশগ্ৰহণ কৰিবলৈ অপাৰগ

হোৱাত অসমত কংগ্ৰেছ পৰিচালনা কৰি স্বাধীনতা সংগ্ৰাম আগুৱাই নিয়াৰ বাবে নেতৃত্ব বহন কৰিবলৈ যোগ্য ব্যক্তিৰ প্ৰকৃততে অভাৱ হৈছিল। সেই সময়ত অসম কংগ্ৰেছৰ সন্মুখত দেখা দিছিল এক বিৰাট অৱসাদৰ ভাব, যেন অসমত এক ৰাজনৈতিক শূন্যতাইহে বিৰাজমান, স্বৰ্গীয় কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু ফুকনৰ মৃত্যু হ'ব পাৰে, তেওঁলোকৰ মৃত্যু হ'ল বুলিযেই অসমত কংগ্ৰেছৰ দাযিত্ব ল'ব পৰা কোনো ডেকা নাইনে? 'আজি অসম মাতৃযে অসমৰ প্ৰতি ডেকাৰ কৰ্তব্য সম্পাদনা বিচাৰিছে।' বৰদলৈৰ ভাষণৰ পাচত সভাত এটা গম্ভীৰ পৰিবেশ।

সেই সমযতে ৰাইজৰ মাজৰ পৰা এজন চুটি-চাপৰ, গৌডবৰ্ণৰ, সুঠাম দেহশ্ৰীৰ যুৱক উঠি আহি নীৰৱতা ভঙ্গ কৰি উদীপ্ত কণ্ঠেৰে ঘোষণা কৰিলে— 'যদি কোনো লোক আগবাঢি আহিবলৈ ইচ্ছা নকৰে তেন্তে মযে আগবাঁঢিলো— কংগ্ৰেছৰ সাংগঠনিক সকলো দাযিত্ব ল'বলৈ।' সেই ডেকাজন আছিল গুৱাহাটী তথা অসমত বিখ্যাত হৈ পৰা অসীম সাহসী ফৌজদাৰী উকীল বিষ্ণুৰাম মেধি।

১৯৩২ চনত দ্বিতীয ঘূৰণীযা মেজমেল (2nd Round table conference) ব্যৰ্থ হোৱাত মহাত্মা গান্ধীযে গাঁও সংগঠন আঁচনি হাতত লয। এই আঁচনিৰ লক্ষ্য হ'ল গাঁওবোৰ সংগঠন কৰি আৰ্থিক, সামাজিক আৰু বিশেষকৈ শিক্ষাৰ ক্ষেত্ৰত বিশেষ কাৰ্যকৰী ব্যৱস্থা লোৱা। ইযাকে সেই সমযত শ্লোগান হিচাপে লৈ কোৱা হৈছিল—(Back to village) 'গাঁৱলৈ যোৱা'। এই আঁচনিৰ সন্দৰ্ভত মেধি ডাঙৰীযাই কংগ্ৰেছ সভাপতি হিচাপে গাঁও সংগঠন আন্দোলন আৰম্ভ কৰে। সেই সমযত মেধি ডাঙৰীযাৰ সোঁহাত স্বৰূপ আছিল প্ৰযাত দীননাথ মেধি। তেখেত দেৱানী উকীল হিচাপে বিখ্যাত আছিল। বিষ্ণুৰাম মেধি ডাঙৰীযাই দীননাথ মেধিৰ সহযোগত হাজো অঞ্চলত 'হাজো শিক্ষা বিস্তাৰ সমিতি' নাম দি এখন আঞ্চলিক ভিত্তিত কমিটী গঠন কৰে আৰু নিজে ইযাৰ সভাপতি হৈ দীননাথ মেধিক সম্পাদকৰ দাযিত্ব দিযে। শিক্ষা বিস্তাৰ সমিতিৰ জৰিযতে গোটেই অঞ্চলটোতে এটা শিক্ষাৰ বাতাবৰণ সৃষ্টি কৰে। তাৰে ফলস্বৰূপে গোটেই অঞ্চলটোত প্ৰাইমেৰী পৰ্য্যাযৰ পৰা হাইস্কুল পৰ্য্যাযলৈ বহুতো শিক্ষানুষ্ঠান গঢি উঠে। বৰ্তমানে হাজো অঞ্চলত প্ৰায সকলো গাঁৱতে স্কুল আনকি কলেজো হৈছে।

মিষ্ণুৰাম মেধিয়ে কংগ্ৰেছ সভাপতি হিচাপে গোটেই অসম দেশ ভ্ৰমণ কৰিব লগা হৈছিল। সেই সময়ত দীননাথ মেধিয়ে হাজো অঞ্চলৰ সাংগঠিক কাম-কাজবোৰ তদাৰক কৰিছিল। তেখেতৰ যত্নতেই এই অঞ্চলৰ ভালেমান উদীয়মান ডেকাই কংগ্ৰেছৰ সক্ৰিয় কৰ্মী হিচাপে আজীৱন দেশসেৱা কৰি গৈছে। সেই সকলৰ ভিতৰতেই ডাঃ শম্ভুৰাম মেধি, কেশৱ বৰুৱা, অমৃত ডেকা অমৃত কাকতি, ৰঘুনাথ ঠাকুৰীযা, চন্দ্ৰকান্ত দাস, ধনেশ্বৰ তালুকদাৰ, দেৱীৰাম দাস, লক্ষেশ্বৰ দাস, আদিত্য চক্ৰবৰ্তী, ৰামেশ্বৰ চক্ৰবৰ্তী, যোগেন্দ্ৰ নাথ ৰাজমেধি, পদ্মৰাম মেধি, ডাং হৰিচৰণ দাস আদিৰ নাম উল্লেখ কৰিব পাৰি।

১৯৩০ চনৰ পৰা ১৯৩৯ চনলৈ মেধি ডাঙৰীযাই অসম কংগ্ৰেছৰ সভাপতি হিচাপে দাযিত্ব লৈ সুখ্যাতিৰে অসম কংগ্ৰেছক সঞ্জীৱিত কৰিছিল। সেই সমযত তেওঁ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমি কংগ্ৰেছ মহাসভাৰ পূৰ্ণ স্বাধীনতাৰ বাণী আৰু জাতিৰ জনক মহাত্মা গান্ধীৰ মহান আদৰ্শ বাণী প্ৰচাৰ কৰি সমগ্ৰ অসমত এক বিপুল জাতীয জাগৰণ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল।

১৯৩৫ চনৰ ভাৰত শাসন আইনৰ অধীনত ১৯৩৭ চনত অনুষ্ঠিত হোৱা সাধাৰণ নিৰ্বাচনত মেধি ডাঙৰীযাক প্ৰাদেশিক ব্যৱস্থাপক সভালৈ প্ৰাৰ্থী হোৱা নাছিল। তেওঁৰ বন্ধু-বান্ধৱ আৰু কংগ্ৰেছী নেতাসকলে অনুৰোধ কৰা সত্ত্বেও তেওঁ প্ৰাৰ্থী নহ'ল। নিৰ্বাচনৰ সকলো দাযিত্ব লৈ তেখেতে কংগ্ৰেছ প্ৰাৰ্থীসকলক জযযুক্ত কৰাত সৰ্বশক্তি প্ৰযোগ কৰাৰ মানসেৰে নিৰ্বাচনত অংশ লোৱাৰ পৰা আতৰি থাকে। নিৰ্বাচনত অংশ লোৱা হ'লে তেখেতেই সেই সমযৰ বিধানসভাত কংগ্ৰেছ দলপতি হ'লহেঁতেন। তেও জীৱনৰ ই এক ত্যাগৰ দৃষ্টান্ত।

১৯৫০ চনৰ ৬ আগষ্টত গোপীনাথ বৰদলৈৰ মৃত্যু হোৱাৰ পাচত তেখেতৰ মন্ত্ৰীসভাত দ্বিতীয স্থানত থকা বিষ্ণুৰাম মেধি বিধাযিনী দলৰ সৰ্বসন্মতি ক্ৰমে দলপতি আৰু মুখ্যমন্ত্ৰী হয। মেধি ৰাজহ আৰু বিত্তমন্ত্ৰীও আছিল।

১৯৫৭ চনত শোধনাগাৰ সম্পৰ্কীয় লিখা-লিখি সভা-সমিতি আদি কৰোতে অসম চৰকাৰৰ বহুখিনি সময ব্যয হৈছিল। এই সম্পৰ্কত মেধি ডাঙৰীযাই প্ৰধানমন্ত্ৰীলৈ লিখা দুই এখন চিঠি ফুলস্কেপ আকাৰৰ কাগজৰ সাত পৃষ্ঠালৈবিস্তৃত আছিল। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে শোধনাগাৰ স্থাপনৰ বিষয়টোত চৰকাৰৰ লগত একমত হৈ কেন্দ্ৰীয চৰকাৰৰ ওপৰত হেঁচা প্ৰযোগ

কৰিছিল। আন্দোলন নকৰিলে অসমে কোনো সমস্যাই সমাধান কৰিব নোৱাৰে, এনে এটা ধাৰনা অসমৰ মানুহৰ মনত জাগি উঠিছিল।

শোধনাগাৰ স্থাপনৰ স্থান লৈ মেধি ডাঙৰীয়াই প্ৰধানমন্ত্ৰীলৈ লিখিছিল যে অসমত তেল শোধনাগাৰ স্থপিত নহ'লে তেওঁ মুখ্যমন্ত্ৰীৰ পদ ইস্তাফা দিব।

১৯৫৭ চনৰ সাত ডিচেম্বৰত কেন্দ্ৰীয মন্ত্ৰী চৰণ সিঙে সদৰি কৰি বিবৃতি দিলে ৰাজহুৱা খণ্ডৰ তেল শোধনাগাৰটো অসমত স্থাপন কৰা হ'ব। অৱশেষত গুৱাহাটীৰ ওচৰৰ নুনমাটিত শোধনাগাৰ স্থাপন হ'ল। তেওঁ সাত বছৰকাল অসমৰ মুখ্যমন্ত্ৰী হোৱাৰ পাচত ১৯৫৭ চনত মাদ্ৰাজৰ ৰাজ্যপাল হয়। তেও প্ৰথম অসমীয়া ৰাজ্যপাল আছিল। ১৯৬৪ চনত এই পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৬৭ চনত তেও আকৌ বিধানসভালৈ অপ্ৰতিদ্বন্দ্বীতাৰে নিৰ্বাচিত হয়।

১৯৬৪ চনত যেতিয়া তেও মাদ্ৰাজৰ পৰা উভতি আহি পায় তেতিয়া তেওঁৰ স্থাৱৰ অৱস্থাৰ সকলো সা-সম্পত্তি দেশৰ কণ-কণ শিশুসকলৰ বাবে 'বিষ্ণু-নিৰ্মলা ন্যাস তৈযাৰ কৰি দান কৰে।

১৯৭২ চনৰ নিৰ্বাচনৰ পাচত ১৯৭৪-৭৫ চনত অসমত জৰুৰীকালীন অৱস্থা ঘোষণা কৰা সময়ত মেধি ডাঙৰীয়া বৰ বিচলিত হয় আৰু মনত আঘাত পাই ৰাজহুৱা জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৮১ চনৰ ২১ জানুৱাৰীৰ দিনা এইজনা লৌহমানৱে শেষ শয্যাত নিদ্ৰিত হয। ❐

## সমন্বয়ৰ প্ৰতীক
# তৈয়বউল্লা চাহাব



অসমৰ জাতীয় জাগৰণত অতুলনীয় বৰঙণি যোগোৱা কটন কলেজ আজি এশ বছৰীয়া জন্ম জয়ন্তীৰ দুৱাৰ ডলিত ভৰি দিলেহি। মাত্ৰ এটা বছৰৰ পিছতেই এই কলেজৰ এশ বছৰ পূৰ্ণ হ'ব। পূব ভাৰতৰ এই ঐতিহ্যপূৰ্ণ শিক্ষা অনুষ্ঠানটো অসমবাসী ৰাইজে সেই সময়ৰ ইংৰাজ চৰকাৰৰ পৰা পোৱা সহজলভ্য উপহাৰ নহয়— ইয়াৰ বাবে অসমবাসী বহু বছৰ আবেদন-নিবেদন, যুক্তি-তৰ্ক আদিত লিপ্ত হ'বলগীয়া হৈছিল। 'অসমীয়া ছাত্ৰক কলিকতাত পঢ়িবলৈ বৃত্তি দিব নালাগে, অসমতহে কলেজ লাগে। ৰাইজৰ এই ন্যায্য দাবী চৰকাৰে এযুগৰো ওপৰ কাল গাপ দি ৰাখিছিল। ১৮৬৬ খৃঃত গুৱাহাটী স্কুলত (বৰ্তমান কটন কলেজিয়েট স্কুল) কলেজৰ প্ৰথম দুটা শ্ৰেণী খোলাত অসমৰ ৰাইজে কলেজীয়া শিক্ষাৰ পোহৰৰ এচমকা ৰেঙণি দেখিবলৈ পাইছিল। কিন্তু সেয়া আছিল ক্ষন্তেকীয়া। যিয়েই নহওক কটন কলেজৰ জন্মৰ লগত বহু ব্যক্তি প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত আছিল। এনে এজন ব্যক্তি যিজনে কটন কলেজতে পঢ়িছিল, যি আছিল ধৰ্মনিৰপেক্ষতাৰ প্ৰতীক, এইজন ব্যক্তিয়েই হ'ল মৌলানা তৈয়বউল্লা চাহাব।

গোৱালপাৰা চহৰৰ সমীপৱৰ্তী নয়াপাৰাৰ কাজী পৰিয়ালত ১৮৫৪ চনত মৌলানা তৈয়বউল্লা চাহাবৰ পিতাকৰ জন্ম হয়। তৈয়বউল্লা চাহাবৰ

পিতাসহ চৌকতউল্লা গোৱালপাৰা হাইস্কুলৰ ফাৰ্চী শিক্ষক আছিল। তেওঁৰ ফাৰ্চীৰ দৰে সংস্কৃততো জ্ঞান আছিল। ১৮৭৩ চন মানত চৌকতউল্লা গোৱালপাৰাৰ পৰা গুৱাহাটীলৈ আহি দীঘলী পুখুৰীৰ পূব পাৰে স্থায়ীভাৱে থাকিবলৈ লয়।

আজিৰ কটন কলেজিয়েট হাইস্কুলতে আছিল তাহানিখন কলেজৰ এফ-এ (First Arts) ক্লাছ। তৈয়বউল্লা চাহাবৰ দেউতাকে entrance পৰীক্ষাত সদৌ অসমত প্ৰথম স্থান অধিকাৰ কৰি সোণৰ পদক পাইছিল। স্কুলত তেওঁ সংস্কৃত পঢ়িছিল আৰু এম ই পৰীক্ষাত তেওঁ সংস্কৃত ভাষা সাহিত্যিত বিশেষ দক্ষতাৰে উত্তীৰ্ণ হৈছিল। এফ এ পাচ কৰাৰ পাচত মাক-বাপেকে তেতিয়াৰ পাঁচদিনীয়া কলিকতালৈ বি এ পঢ়িবলৈ আৰু নপঠালে। প্ৰবল ইচ্ছা থকা সত্বেও তেওঁৰ পঢ়া-শুনা সিমানতেই অন্ত হ'ল। তাৰ পাচত তেওঁ স্কুলৰ ডেপুটী ইন্সপেক্টৰৰ পদ পাই ছিলেটলৈ বদলি হৈ গৈছিল। অলপ দিনৰ ভিতৰতে ছাব ডেপুটি মেজিষ্ট্ৰেট (ই-এ-চি) হৈ ক্ৰমে মঙলদৈ, গোলাঘাট আৰু শিৱসাগৰলৈ আহে। ১৯০৩ চনৰ ১৯ এপ্ৰিল তাৰিখে শিৱসাগৰত তেওঁৰ আকস্মিক বিয়োগ ঘটে।

তৈয়বউল্লা চাহাবে গোলাঘাটৰ বেজবৰুৱা হাইস্কুলত শিক্ষা আৰম্ভ কৰি শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা এনট্ৰেন্স পৰীক্ষা পাছ কৰে। ছাত্ৰাৱস্থাৰে পৰা তেওঁৰ প্ৰফেচাৰ আৰু নেতা হোৱাৰ অদম্য হেঁপাহ আছিল। কলিকতা ইউনিভাৰছিটিৰ শেষ এনট্ৰেন্স পৰীক্ষা এইটোৱেই আছিল। তৈয়বউল্লা চাহাবে কুৰি টকাৰ বৃত্তি (Special Scholarship) পাই কটন কলেজত আই এছ চি পঢ়িবলৈ ল'লে। অসমত প্ৰথম স্থান অধিকাৰ কৰাত তেওঁ বেথাৰাম ঠাকুৰীয়া স্বৰ্ণ মেজেল লাভ কৰে। সেই কুৰী টকীয়া বৃত্তি লাভ কৰিযেই কটন মহাবিদ্যালযৰ পৰা আই এছ চি প্ৰথম শ্ৰেণীত পাছ কৰি ২৫ টকীয়া বৃত্তি পাই কলিকতাৰ প্ৰেছিডেন্সি কলেজলৈ পঢ়িবলৈ যায। তাতো তেওঁ 'হাজী মুহছিন মেম'ৰিয়েল ফাণ্ড'ৰ পৰা বিনা মাচুল বৃত্তিও (Free-studentship) লাভ কৰিছিল।

এতিয়া আকৌ উভতি যাওঁ। তেওঁ কটন কলেজত আই এছ চি কেনেকৈ পঢ়িবলৈ পালে তাৰ ৰহস্য বহুত। মাকৰ তত্বৱধানত স্কুলত লিখা-পঢ়া কৰা ভোদা ল'ৰাটি আছিল তেওঁ। কথাবোৰৰ হেনো সিমান ভু-ভা পোৱা নাছিল। তেওঁ ভৰ্তি হোৱা দৰখাস্তত লিখিছিল বিষযসমূহ— ইংৰাজী, অসমীয়া,

ইতিহাস লজিক আৰু কেমিষ্ট্ৰি। মানে (Science) লৈছে নে (Arts) লৈছে গমকে পোৱা নাছিল। কেমিষ্ট্ৰি বিষয় পঢ়িবলৈ মন কৰাৰো ইতিহাস আছে। তেওঁ হেনো স্কুলত পঢ়োতেই সদাযেই কটন কলেজৰ কেমিষ্ট্ৰি ক্লাছত ছাত্ৰসকলে বহা কলেজৰ 'থিযেটাৰ' অৰ্থাৎ বেঞ্চি আৰু ডেস্ক খাপে-খাপে (গেলাৰী) মাটিৰ পৰা প্ৰায মুধচত লগা, মাজেৰে ছিডি থকা, বহা ঠাইৰ ওপৰত নজৰ দিছিল কেতিযালৈ যে তাত বহিবলৈ পাব। কেমিষ্ট্ৰিৰ যন্ত্ৰপাতিযে হেনো তেওঁক স্কুলীযা দিনৰে পৰা মন আকৰ্ষণ কৰিছিল। এইখিনিতে এটা কথা কওঁ মই নিজেও কটন কলেজত নপঢ়াৰ বাবে এই সুন্দৰ শ্ৰেণীৰ গেলাৰীবোৰ দেখা নাছিলো। পাচত এদিন আমাৰ ভগ্নীপতি তাপসে (তেওঁ কেমিষ্ট্ৰিৰ প্ৰবক্তা) ক্লাছ লৈ থাকোতে এই গেলাৰীত ল'ৰা-ছোৱালীবোৰ বহি একান্ত মনে ব'ৰ্ডলৈ চাই থকা দেখি বৰ ভাল লাগিছিল। বৰ বিজ্ঞান সন্মতভাৱে চাহাবসকলে এই গেলাৰীবোৰ বনোৱাইছিল। এতিযা পাছে নতুন পকী ঘৰ হৈছে হয়তো এই গেলাৰীবোৰ ভাঙি পেলাব— বিলীন হৈ যাব বহুতৰ স্মৃতি।

এতিযা আকৌ তৈযবউল্লা চাহাবৰ কথালৈ আহোঁ। তেওঁ হেনো পাচত বিষয সলাই গণিত, পদাৰ্থ বিজ্ঞান আদি ল'লে। ইযাৰ পাচত তেওঁ পাঁচিশটকীযা বৃত্তিলাভ কৰি কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা কলিকতা বিশ্ববিদ্যালযৰ ভিতৰত পদাৰ্থ বিজ্ঞানত সৰ্বোচ্চ স্থান লাভ কৰি বি এছ্ চি পাছ কৰে আৰু লগে লগে কলিকতা বিশ্ববিদ্যালযৰ স্নাতকোত্তৰ শ্ৰেণীত ভৰ্তি হৈ অমিশ্ৰ গণিত বিষযত এম এছ্ চি পঢ়িবলৈ লয। লগতে আইন পাছ কৰি ১৯১৯ চনত ওকালতি আৰম্ভ কৰে।

কলিকতাত পঢ়োতে তৈযবউল্লা চাহাব 'বেকাৰ হোষ্টেলত আছিল। বেকাৰ হোষ্টেলটো আছিল সেই সমযৰ কলিকতাৰ মাদ্ৰাজ ইন্সষ্টিটিউটৰ ওচৰতে। উক্ত ইন্সষ্টিটিউতত বক্তৃতা দিবলৈ ৰাষ্ট্ৰীয তথা আন্তঃৰাষ্ট্ৰীয খ্যাতি সম্পন্ন, পণ্ডিত, বিজ্ঞানী, গৱেষক, ঐতিহাসবিদসকলক আমন্ত্ৰণ কৰি অনা হৈছিল। যিসকলৰ ভিতৰত ছাৰ আশুতোষ মুখাৰ্জী, আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়, জগদীশ চন্দ্ৰ বসু, ছাৰ গুৰুদাস বেনাৰ্জী, মৌলানা মুহম্মদ আলী, গোপাল কৃষ্ণ গোখলে, সৰোজিনী নাইডু, লালা লাজপৎ ৰায, সুৰেন্দ্ৰ নাথ বেনাৰ্জী, বিপিন চন্দ্ৰ পাল আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এই মনীষীসকলৰ ৰাজনীতি, অৰ্থনীতি, শিক্ষা পৰিক্ৰমা সম্পৰ্কীয় ভাষণ, জগদীশ চন্দ্ৰ বসু আৰু প্ৰফুল্ল চন্দ্ৰ ৰাযৰ বিজ্ঞানৰ বক্তৃতাই কলেজীযা ছাত্ৰ তৈযবউল্লা চাহাবৰ মন

আকৰ্ষণ কৰিছিল আৰু দিবাস্বপ্নক বাস্তৱ ৰূপ দিয়াৰ বাটত তেখেত অগ্ৰসৰ হৈছিল।

তৈয়বউল্লাৰ আইন ব্যৱসায়ৰ শুভাৰম্ভ হয় ১৯১৯ চনত। ১৯২০ চনৰ ছেপ্টেম্বৰ মাহৰ কলিকতা লালা লাজপাৎ ৰায়ৰ পৌৰোহিত্যত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ বিশেষ অধিবেশনত মহাত্মা গান্ধীয়ে আগবঢোৱা অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হয়। লগে লগে কংগ্ৰেছে খিলাফৎ আন্দোলনকো পূৰ্ণ সমৰ্থন জনালে। ভাৰতবৰ্ষক স্বাধীন কৰাৰ প্ৰথম খন ৰণ এনেদৰে মহাত্মা গান্ধীৰ সেনাধ্যক্ষত আৰম্ভ হ'ল। তৈয়বউল্লা চাহাব অসহযোগ আন্দোলনত নমাত ওকালতি সেৰেঙা হৈ পৰিল।

১৯২১ চনৰ আঠ আগষ্টত মহাত্মা গান্ধী অসমলৈ আহি দেশভক্ত তৰুণৰাম ফুকনৰ হাউলিত বিদেশী কাপোৰৰ দ'মত জুই দিলে। তেওঁৰ বৰ্ণনাত পোৱা যায়— 'মহাত্মাই সভাৰ মঞ্চত উঠি পৌৰোহিত্য কৰি আনন্দ প্ৰকাশ কৰিছিল— একেবাৰে বাউল হৈ পৰিছিল সেই হাঁহি, সেই অপৰূপ আনন্দৰ ছবি আজিও মোৰ চকুৰ আগত জিলিকি আছে। মই ওচৰতে আছিলোঁ। বহুতো দুখীয়া লোকে নিজৰ পৰিধানৰ চোলা আদি গাৰ পৰা সোলোকাই জুইত নিক্ষেপ কৰা দৃষ্টি দেখি মহাত্মাই আত্মহাৰা হৈ চিঞৰি কৈ উঠিল, দেখ্ দেখ্' মোৰ মনত আছে এজন কামৰূপীয়া দুখীয়া মানুহে তাৰ বুকুৰ চোলাটো জুইত জাপি দি প্ৰতিজ্ঞা কৰি পেলালে 'আৰু চোলাকে নিপিন্ধো কেতিয়াও। আজিও সি জাৰেই হওক জহেই হওক, সুদা গাৰে থাকে আৰু সুধিলে কয়— 'মহাত্মাৰ আগত ৰাখি যাতে কীড়া খাইছো, বুঢাই বাকী কেইটা দিন এডি পছৰাখনৰ বাহিৰে আৰু চোলাতোলা নিপিন্ধো দেউতা আৰু যিয়েই নহওঁক।

তৈয়বউল্লা চাহাবৰ লেখাত পোৱা যায় 'মহাত্মাৰ তেতিয়া আমাৰ নিচিনাকৈ চুটিকৈ টুটিকৈ চুলি কটা, দাড়ি-খুৰোৱা, গোঁফ চুটিকৈ কটা, এটা বগা গান্ধী টুপী মূৰত, খদ্দৰৰ দীঘল পাঞ্জাবী চোলা আৰু দীঘল ধুতি পিন্ধিছিল, ভৰিত এজোৰ চেণ্ডেল। ডিব্ৰুগড়ৰ ইংৰাজ চাহ খেতিয়কসকলৰ নিমন্ত্ৰণ ক্ৰমে যাওঁতে মূৰৰ চুলি (টিকনিৰে বাহিৰে) খুৰাই যোৱাত আমি আচৰিত হৈছিলোঁ। অসমৰ পৰা যেতিয়া উৰিষ্যা হৈ মাদ্ৰাজলৈ যায়, বাটত মানুহৰ ভীষণ অন্ন কষ্ট আৰু হৃদয় বিদাৰক বস্ত্ৰহীনতা দেখি ব্ৰত ল'লে যে তেওঁ আজীৱন দুখীয়া বেশ, আঁঠুমূৰীয়া চুৰীয়া পৰিধান কৰি থাকিব।

১৯২৬ চনৰ পৰা ১৯৩০ চনলৈ পাঁচ বছৰ তৈয়াবউল্লা চাহাবে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সাধাৰণ সম্পাদক আছিল একে সময়তে গান্ধী আইন চুক্তিও স্বাক্ষৰিত হয়। সাময়িকভাৱে দেশত কিছু শান্তিৰ পৰিবেশ গঢ়ি উঠাতো পাৰিবাৰিক অসুবিধাৰ কাৰণে তেওঁ কংগ্ৰেছৰ সাধাৰণ সম্পাদকৰ গুৰু দায়িত্ব চলাই যাবলৈ অক্ষম হোৱাত তেওঁৰেই পৰম বন্ধু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ১৯৩১ চনত কংগ্ৰেছৰ সাধাৰণ সম্পাদক হয়। ত্যাগবীৰ বৰুৱাদেৱে একেৰাহে ১৯৩৫ চনলৈ পাঁচ বছৰ কাল কংগ্ৰেছৰ সাধাৰণ সম্পাদক হৈ থাকে।

বিয়াল্লিছৰ গণ আন্দোলনৰ সময়তো দেশৰ আন আন নেতাসকলৰ লগতে তৈয়বউল্লা চাহাবৰো ফাটেক হয়। সেইবোৰ তেওঁ বৰপেটা জেলত আছিল। একে জেলতে হেনো গোপীনাথ বৰদলৈ ফকৰুদ্দিন আলি আহমেদ আদিও আছিল। বৰপেটা জেলত থাকোতে ধলপুৰাতে হঠাৎ এটি ডাঙৰ ভূমিকম্প আহি ধ্বংসলীলা ঘটালে। সেই সময়ত তৈয়বউল্লা চাহাবে আজান দি আছিল তেওঁ কোৱাৰ দৰে— 'আজানৰো শেষ ভূমিকম্পৰো শেষ। পুৰাচাৰি মিনিট।

ভূমিকম্পত গোপীনাথ বৰদলৈ কথমপি ৰক্ষা পৰিছিল। তৈয়বউল্লা চাহাব ভাষাত—'বৰদলৈ-ফকৰুদ্দিন থকা সৰু ঘৰ এটাৰ দেওৱালবোৰ ফাটি-ছিটি গৈছে। আঁঠুৱাৰ ওপৰত পৰিল ইটাৰ বৃহৎ এটা খণ্ড পৰো-পৰো অৱস্থাত ঘৰটো। ভূমিকম্প শেষ হৈ যোৱাৰ বহুখিনি পাচত, হেড ওৱাৰ্ডাৰো আহি তলা খুলি বৰদলৈক যেনিবা উলিয়াই আনি আমাৰ ৱাৰ্ডত থাকিবলৈ দিহা কৰি দি গ'ল। আৰু দুই-এক ছেকেণ্ডমান ভূমিকম্প থকাহেঁতেন! ৰাতি পুৱালত দেখা গ'ল যে পৰো পৰো অৱস্থা বৰদলৈহঁতৰ ৱাৰ্ড ইটাবোৰ সুলকি পৰিছে, এটাৰ ওপৰত আন এটা ইটা বৈ আছে কোনোমতে। 'ৰাখে হৰি মাৰে কোনে?

১৯৪৫ চনৰ ২৭ মাৰ্চ। চাহাবৰ কাৰাদণ্ডৰ ম্যাদ উকলিবলৈ আৰু কিছুদিন বাকী আছিল। এনেতে 'ছাদুল্লা বৰদলৈ চৌধুৰী ত্ৰিপাক্ষিক চুক্তি স্বাক্ষৰিত হোৱাত চুক্তিৰ চৰ্ত অনুসৰি সকলো ৰাজনৈতিক বন্দীয়ে খালাচ পালে। তৈয়বউল্লা চাহাবেযো খালাচ পালে। কিন্তু তেওঁ ত্ৰিপাক্ষিক চুক্তি সৰ্বান্তঃ কৰণে মানি ল'বলৈ টান পাইছিল আৰু অসময়ত পোৱা খালাচেও তেওঁক অকণো আনন্দ দিব পৰা নাছিল। তেওঁ সেই আৱতৰীয়া খালাচ সম্পৰ্কে এটা প্ৰেছ বৰ্ণনাত দমুকৈ কৈছিল— 'মই এই অযাচিত খালাচৰ সোৱাদ একো পোৱা নাই, 'I did not relish this unwanted release!

১৯৪৭ চনৰ তিনি জুনৰ কথা— অকস্মাৎ গৰ্ৱণৰ জেনেৰেল লৰ্ড মাউন্টবেটেন কংগ্ৰেছ আৰু লীগ উভয়ৰে সমৰ্থন লাভ কৰি ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰাৰ আঁচনি ৰূপায়ণ কৰাত সন্তুষ্ট হৈ নাটকীযভাৱে লণ্ডনলৈ উৰা মাৰিলে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিন ভাৰতবৰ্ষই স্বাধীনতা পালে, কিন্তু তাৰেই ঘন্টামান আগতে মহাকাব্যৰ ভাৰতবৰ্ষৰ অঙ্গছেদন কৰি পাকিস্তানৰ জন্ম হ'ল।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ছাৰ আকবৰ হাযদৰী স্বাধীন অসমৰ ৰাজ্যপালৰ আসন অলংকৃত কৰি লোকপ্ৰিয় গোপীনাথ বৰদলৈক মুখ্যমন্ত্ৰীৰ শপত গ্ৰহণ কৰালে। ৰাজ্যপালৰ ১৪ আগষ্টৰ 'অসম ৰাজপত্ৰ' ঘোষণা অনুসৰি দৰং সমষ্টিৰ পৰা বিনা প্ৰতিদ্বন্দ্বিতাই তৈযবউল্লা চাহাব অসম বিধানসভাৰ সদস্য নিৰ্বাচিত হ'ল। ১৯৪৮ চনৰ পাঁচ মাৰ্চ তাৰিখে মন্ত্ৰিত্বৰ শপত গ্ৰহণ কৰি আবকাৰী প্ৰচাৰ আৰু জেল বিভাগৰ দাযিত্ব গ্ৰহণ কৰিলে। ১৯৫০ চনৰ ২০ জানুৱাৰী তাৰিখে তেওঁ মন্ত্ৰী পদ ইস্তাফা দি অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ ধন ভঁৰালী হ'ল। তাৰ পাচত ১৯৫২ আৰু ১৯৫৭ চনত একেৰাহে দুবাৰো ৰাজ্যসভাৰ সদস্য মনোনীত হৈ নিস্বাৰ্থভাৱে অসমৰ স্বাৰ্থৰ হকে কাম কৰিলে।

অসমৰ হিন্দু-মুছলমানৰ মাজত স্থাযী সম্প্ৰীতি-সমন্বয স্থাপন কৰাৰ পথত এইজন উদাৰমনা পুৰুষে বহুখিনি কাম কৰি থৈ গৈছে। এইজন মহান অসম প্ৰাণা ব্যক্তিৰ ১৯৬০ চনৰ ৩০ অক্টোবৰ তাৰিখে ৭০ বছৰ বযসত মৃত্যু হয। □

# গণ শিল্পী সৈনিক
# বিষ্ণু ৰাভা



১৯০১ চনত প্ৰতিষ্ঠা হোৱা কটন মহাবিদ্যালযৰ সময়ৰ বিভিন্ন স্তৰেদি উত্তৰণৰ পথ বগাই শতবৰ্ষৰ দুৱাৰলিত উপস্থিত হৈছে। আৰু এনেকৈয়ে সৃষ্টি হৈছে কটনৰ ইতিহাস ক্ৰমান্বযে।

অসমৰ সাংস্কৃতিক জগতত বিষ্ণু প্ৰসাদ ৰাভাদেৱ 'কলাগুৰু নামেৰে পৰিচিত এটি জনপ্ৰিয় নাম। বহুমুখী প্ৰতিভাৰ অধিকাৰী এই জনা শিল্পী-সাহিত্যিক সৈনিকৰ ওপৰত সুধী সমাজত বহু আলোচনা-সমালোচনা হৈ গৈছে আৰু অনাগত দিনবোৰতো হ'ব। কেৱল ৰাভাৰে নহয় সুন্দৰৰ পূজাৰী জ্যোতি প্ৰসাদৰ আৰু বহুজনৰ, যিসকলৰ কৃতি, চৰিত্ৰ, জীৱনী জনা-নজনাৰ মাজেৰে কালৰ বুকুত জীন যাব লাগিছে সেই দুযোজনৰে জীৱন সংগ্ৰামৰ শকতি আৰু বলিষ্ঠ প্ৰগতিশীল ধাৰাৰ ওপৰত নিজৰ ব্যক্তিসত্ত্বা আৰু ধাৰণা জড়িত কৰাৰ প্ৰচেষ্টা নবীন শিল্পী-সাহিত্যিকৰ উল্লেখনীয সাফল্য আৰু উত্তৰ পুৰুষৰ বাবেই আদৰ্শৰ ইতিহাস।

ৰাভাৰ জন্ম হৈছিল ১৯০৯ চনত বৰ্তমান বাংলাদেশৰ ৰাজধানী ঢাকা মহানগৰীত। পূৰ্ববঙ্গৰ ঢাকা তেতিয়া ভাৰতৰ পৰা উচ্ছেদ কৰিবৰ কাৰণে জীৱন-পণ কৰা জাতীয বিপ্লবী যাক সাম্ৰাজ্যবাদে সন্ত্ৰাসবাদী আখ্যা দিছিল।

১৯০৫ চনত ৰুচ বিপ্লৱ সফল হোৱা নাই যদিও সাধাৰণ শ্ৰমিক-কৃষকে বিদ্ৰোহ কৰি প্ৰবল-প্ৰতাপী জাৰ সম্ৰাটৰ শাসনৰ ধৰিত্ৰী লৰাই দিযাৰ বাতৰিযেই নহয তাৰ প্ৰভাৱো বিশ্বৰ শ্ৰমিক আৰু ঔপনিবেশিক দাসত্বৰ কবলত থকা জনসাধাৰণৰ মাজত পৰিছিল। ১৯০৬ চনৰ ইতিহাস প্ৰসিদ্ধ বঙ্গভঙ্গ আন্দোলনত প্ৰথম ৰুচ বিপ্লৱৰ পৰোক্ষ প্ৰেৰণাৰ কথা আন্তৰ্জাতিক আৰু আমাৰ দেশৰ বিভিন্নজনৰ বিশ্লেষণত পোৱা যায। সম্ভৱত° পূব-বঙ্গৰ সেই বিপ্লৱী ধাৰাযে ৰাভাৰ কিশোৰ জীৱনৰ বিপ্লৱী মনোভাৱৰ প্ৰথম ৰেখাপাত কৰে।

১৯১৭ চনত মহান লেনিনৰ নেতৃত্বত বিশ্বৰ প্ৰথম সমাজতান্ত্ৰিক বিপ্লৱ সংঘটিত হৈছিল ১৯১৭ চনৰ সাত নৱেম্বৰত সেই বিপ্লৱৰ প্ৰভাৱ বিশ্বৰ শ্ৰমিক আৰু উপনিবেশ বা অৰ্দ্ধ উপনিবেশৰ দেশসমূহত কেনেদৰে পৰিছিল তাৰ প্ৰমাণ ১৯১৮ চনৰ পৰাই আৰম্ভ হোৱা বিশ্বজুৰি এক নতুন জাগৰণ। বিশ্ব সাম্ৰাজ্যবাদে ছোভিযেট ইউনিযনক জন্মতে কণ্ঠৰোধ কৰি অপমৃত্যু ঘটোৱাৰ দুৰভিসন্ধিৰে যি অৱৰোধ, অপচেষ্টা চলাইছিল সমগ্ৰ ইউৰোপৰ সচেতন শ্ৰমিক শ্ৰেণীয়ে তাৰ প্ৰতি সমৰ্থন জনোৱা দূৰত থাওক প্ৰকাশ্যে তাৰ প্ৰবল বিৰোধিতা কৰিছিল। ইজিপ্ত তুৰ্কিস্তান পাৰস্য ভাৰত আৰু চীনত জাতীয আন্দোলনৰ নতুন ধাৰাৰ সূত্ৰপাত হৈছিল ১৯১৮-১৯ চনৰ ভিতৰতে।

আনহাতে, ব্ৰিটিছ সাম্ৰাজ্যবাদেও ছোভিযেত বিপ্লৱৰ বাতৰিযে যাতে ভাৰতবাসীক স্পৰ্শ নকৰেহি, তাৰ কাৰণে ছোভিযেত বিপ্লৱ সম্পৰ্কীয বা মাৰ্ক্স এঙ্গেলছ, লেনিনৰ লেখা ভাৰতত নিষিদ্ধ কৰাকে ধৰি সকলো অপচেষ্টা অৱলম্বন কৰিছিল। তথাপি জুইৰ অঙঠা কাপোৰেৰে বান্ধি ৰখা সম্ভৱ নোহোৱাৰ দৰেই আহি পৰা ছোভিযেত বিপ্লৱৰ প্ৰভাৱৰ কথা সাম্ৰাজ্যবাদেও স্বীকাৰ কৰিব লগাত পৰিছিল। সেই স্বীকৃতিৰ প্ৰমাণ হ'ল ১৯১৮ চনত গঠিত মণ্টেগু চেমচফৰ্ড আযোগৰ প্ৰতিবেদনত।

সাম্ৰাজ্যবাদৰ তেনে অপপ্ৰচাৰৰ যোগ্য প্ৰত্যুত্তৰ দি মহাত্মা গান্ধীযে ১৯১৯ চনত ঘোষণা কৰিছিল যে তেখেতে 'বলছেভিক' ভীতিৰ কথা বিশ্বাস কৰে। লগতে তেখেতে এই কথাও ঘোষণা কৰিছিল 'পাষণ্ড (ব্ৰিটিছ) চৰকাৰক সংশোধন কৰাৰ কোনো পথ নাই। এই শাসন বিলোপ কৰিব লাগিব।

ছোভিযেত বিপ্লৱৰ সবিশেষ বাতৰি ভাৰতে পোৱা নাছিল। পাইছিল মাত্ৰ ইযাকে যে লেনিনৰ নেতৃত্বত সশস্ত্ৰ বিদ্ৰোহ কৰি ছোভিয়েতৰ জনসাধাৰণে

ক্ষমতা লাভ কৰিছিল। তাৰেই প্ৰেৰণাত ভাৰততো সেই সময়ত গোপনে অস্ত্ৰ সংগ্ৰহ কৰি ব্ৰিটিছ সাম্ৰাজ্যৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ এনে ব্যাপক প্ৰস্তুতিৰ স্বাক্ষৰ সেই সময়ৰ সশস্ত্ৰ বিপ্লৱীসকলৰ ইতিহাসে বহন কৰিছে।

ধাৰণা হয় কিশোৰ কালৰ পৰাই বিষ্ণু ৰাভাৰ প্ৰাণতো স্পন্দন উঠিছিল এই বিপ্লৱৰ প্ৰতিধ্বনিৰে। তাৰ প্ৰমাণ ছাত্ৰ অৱস্থাতে গোপন বিপ্লৱী কাৰ্যকলাপৰ কাৰণে তেখেতে একাধিক শিক্ষালয়লৈ যাব লগা হৈছিল সাম্ৰাজ্যবাদৰ শেনচকুৰ পৰা আঁতৰত থাকি বিপ্লৱী সাধনাৰ অভিলাসত। তাৰেই সুস্পষ্ট নিদৰ্শন প্ৰযাত ৰাভা বহুজনে উল্লেখ কৰা কোচবিহাৰৰ ভিক্টৰিয়া মহাবিদ্যালয়ত অধ্যয়ন কৰি থকা সময়ত তেখেতে সেই ৰাজ্যত থকা ইংৰাজ শাসনৰ প্ৰতিনিধি ৰিজেন্ট হাটচিনচন্ আৰু ব্ৰিটিছৰ পদলেহনকাৰী দেশীয় দেৱান খাস্তাগীৰ দুয়োকে বলি দিয়াৰ আহ্বান জনাই ৰাজভৱনৰ প্ৰৱেশদ্বাৰত সেই যুগৰ আহ্বানৰ নিদৰ্শন তুলি ধৰিছিল। সেয়ে প্ৰমাণ কৰে বিষ্ণু ৰাভা আছিল কিশোৰ কালৰ পৰা বিপ্লৱী।

ৰাভা আছিল কৃতী ছাত্ৰ। ইংৰাজী বিষয়ত সন্মানসহ স্নাতক হোৱাৰ সম্ভাৱনা থকা আৰু সকলোৱে আশা কৰা সত্ত্বেও তেখেতে স্নাতক উপাধি লাভৰ পৰীক্ষা নিদিলে। আৰু ইয়াতেই তেওঁৰ শিক্ষা জীৱনৰ সামৰণি পৰিল।

ৰাভা আছিল সুনিপুণ খেলুৱৈ। একাধিক খেলত তেখেতে পাৰদৰ্শিতা প্ৰকাশ কৰি পদক লাভ কৰিছিল। কিন্তু ছাত্ৰ জীৱনৰ লগে লগে তেখেতৰ শৰীৰ চৰ্চা আৰু খেল প্ৰতিযোগিতাও শেষ হয়।

ৰাভা আছিল আশৈশৱ শিল্পী— বয়স বাঢ়ি অহাৰ লগে লগে তেখেতে গীত ৰচনা, সুৰ সাধনা, নৃত্য অনুশীলন, চিত্ৰাঙ্কন প্ৰমুখ্যে সুকুমাৰ কলাৰ বিভিন্ন দিশত য'তেই অংশগ্ৰহণ কৰিছিল তাতেই ভূয়সী প্ৰশংসা অৰ্জন কৰিছিল। ৰুচ নৃত্য পটীয়সী প্ৰখ্যাত আনা পাভলোভা আৰু ভাৰতৰেই আৰ্ন্তজাতিক খ্যাতি অৰ্জন কৰা অমৰ নৃত্য বিশাৰদ উদয় শঙ্কৰে তেখেতৰ পৰা নৃত্য সম্পৰ্কে পৰামৰ্শ গ্ৰহণ কৰিছিল। ৰাভা আছিল সুনিপুণ অভিনেতা। নাটক আৰু কথাছবিত সাধাৰণতে দেখা পোৱা গৈছিল গৌণ চৰিত্ৰত। কিন্তু তাৰ মাজেদিয়েই তেখেতে প্ৰমাণ কৰিছিল তেখেতৰ অনুকৰণীয় অভিনয় কুশলতা।

ৰাভা আছিল অসমীয়া সাহিত্যৰ অতীত পৰম্পৰাৰ অন্যতম সাধক আৰু অসমীয়া সাহিত্যৰ আধুনিক ৰূপান্তৰৰ কলাকাৰ। অসমীয়া ভাষা সাহিত্যত

ৰাভাৰ লিখনিযে যেনে নিভাঁজ আৰু শুৱদী ৰূপলৈ গীত, কবিতা, গল্প, উপন্যাস আদি সাহিত্য প্ৰধান উপাদানসমূহত আত্মপ্ৰকাশ কৰিছিল, তাৰ তুলনা বিৰল। ৰাভা আছিল থলুৱা ভাস্কৰ্য্যৰ অন্যতম সম্ভাৱনাপূৰ্ণ অনুশীলনকাৰী। তেখেতৰ চিত্ৰ-ভাস্কৰ্যৰ বিশাৰদসকলে তাৰেই প্ৰতি প্ৰকাশ কৰা অভিমতে সেই কথা প্ৰমাণ কৰে।

ৰাভা আছিল অসমীযা, বড়ো ৰাভা নেপালী, বাংলা, ইংৰাজী হিন্দী ভাষাত নিভাঁজ নিখুঁতভাৱে নিজৰ মনৰ ভাৱ প্ৰকাশ কৰিব পৰা গুণৰ অধিকাৰী। হযতো তেখেতে আৰু অন্যান্য ভাষাও জানিছিল। কিন্তু কিমান ভাষা জানিছিল বা কিমান ভাষাত তেখেতে ৰচনা কৰিব পাৰিছিল সেই কথা জনা নাযায।

ৰাভা আছিল সম্ভৱতঃ একমাত্ৰ পুৰুষ যিজনে অসমৰ বৈষ্ণৱ সংস্কৃতি আৰু অসমত বাস কৰা বিভিন্ন জনসমষ্টিৰ সংস্কৃতি সমল সংগ্ৰহ কৰি সমন্বয সাধন কৰাই নহয নিজৰ জীৱনক তাৰ লগত ওত প্ৰোতভাৱে জড়িত কৰি তুলিছিল। বৈষ্ণৱ শাক্ত আদি বিবিধ ধৰ্মীয বা জনজাতীয গীত-মাত সুৰ-নৃত্য আদি ৰাভাই, যেনেদৰে গভীৰভাৱে অধ্যযন আৰু অনুশীলন কৰিছিল অনুমান যেন ৰাভা আছিল শিল্পী হিচাপেই জন্ম গ্ৰহণ কৰা পুৰুষ।

ৰাভাৰ জীৱনৰ এই মূল চালিকা শক্তি ৰাজনৈতিক দিশতো ৰাভা অসমৰ ভিতৰত দুটা ক্ষেত্ৰত তুলনাবিহীন। প্ৰথমতে তেখেতৰ ৰাজনৈতিক কৰ্মধাৰা বক্তৃতা মঞ্চ নিৰ্দিষ্ট আসনত বহি তত্ত্ব বা বাণী প্ৰচাৰ নাইবা উপদেশ বৰ্ষণৰ ধাৰাৰ পৰা সম্পূৰ্ণ বেলেগ। পানীৰ অবিহনে যেনেদৰে মাছৰ জীৱন কল্পনাৰ অতীত তেনেদৰেই জনসমুদ্ৰৰ মাজত বিচৰণৰ বাহিৰে ৰাভাৰ কৰ্মজীৱনৰ অন্য কোনো নিৰ্দিষ্ট ক্ষেত্ৰ নাছিল।

তেখেতৰ ৰাজনৈতিক জীৱনৰ আন এটি তুলনাহীন দিশ হ'ল ভাৰতীয বিপ্লৱৰ বৰ্তমান কালৰ দুটি প্ৰধান স্তৰত এটিৰ পৰা আনটিলৈ অধিক প্ৰেৰণাৰে জীৱনৰ শ্ৰেষ্ঠতম সামৰ্থ্যৰ অৱদান। এই দুযো স্তৰৰ সংগ্ৰামত তৰুণ অসমৰ সেনানী আছিল ৰাভা। জাতীয মুক্তিৰ সংগ্ৰামত যেনেদৰে সৰ্বস্ব পণ কৰি আত্মনিযোগ কৰিছিল ততোধিক প্ৰেৰণা আৰু কৰ্মোদ্যসমূহ জনতাৰ মাজত নিজকে বিলীন কৰি জনসাধাৰণক নতুন দিগন্তলৈ আগবঢ়াই দিযা অভিযানৰ আগশাৰীত আছিল ৰাভা।

যিয়েই নহওক জীৱিত কালতে কিংবদন্তিত পৰিণত হোৱা বহুমুখী প্ৰতিভাৰ বিষ্ণুৰাভাৰ ব্যক্তিত্ব সাঁথৰস্বৰূপ। তেখেতৰ গীত কবিতাবোৰ ফঁহিয়াই চালে প্ৰথম দৃষ্টিত এক স্থিৰ মতাদৰ্শৰ সলনি বিসংগতিমূলক চিন্তাধাৰাৰ যেন বোধ হয়। যিখিনিয়ে পাচত পুনৰ মন-মগজু, হিয়াত বিপ্লৱ সুৰৰে জগোৱাই দেহ নচুৱায়। যিজন পুৰুষে ব্ৰিটিছক ভাৰতৰ পৰা খেদিবলৈ দেহে-কেহে আন্দোলনত জড়িত আছিল, সেইজনেই আকৌ ভাৰতে স্বাধীনতা পোৱাৰ পাচত চিঞৰি ফুৰিছিল— 'ইয়ে আজাদী ঝুঠ হ্যায়' । সেইজন ৰাভাই চিৰ যুগমীয়া বৰগীতৰ অমিয়া দেশ অসমৰ শোকাকুল অৱস্থা দেখি কান্দি উঠিছিল গীতৰ মাজেৰে—

'অ মোৰ নিচলা অসমী আই
দুখীয়া আদিম ভাই
কোনে পতিযাব তোমাৰ আজিও
কিযনো এনে বিলাই

এইজন ব্যক্তিয়ে বহু গুণগ্ৰাহী ব্যক্তিক সতীৰ্থক দেশৰ অন্ধকাৰৰ কথা কৈ সেই আন্ধাৰ আঁতৰাই তাৰ ঠাইত দিব্যজ্যোতিৰ আলোকৰে আলোকিত কৰাৰ কথা কৈ কৈ কামনাবোৰ হাঁহি হাঁহি কৈ জীৱন নাটৰ আঁৰ কাপোৰ পেলালে ১৯৬৯ চনৰ ১৯ জুনৰ মাজনিশা। উৰি গ'ল চিৰমুক্তি বিচাৰি কালজয়ী আলোক স্তম্ভ শিল্পী সৈনিক ফিৰিঙতি। পৰি ৰ'ল আদৰ্শ। বাজি উঠিল—

*'এয়ে মোৰ শেষ গান*
*মোৰ জীৱন নাটৰ শেষ ৰাগিনী—*
*কল্যাণ খৰমান।*



# জ্ঞান তপস্বী কটনিয়ান

# সূৰ্য্যকুমাৰ ভূঞা



কটন কলেজ শতবাৰ্ষিকী উদযাপনৰ দিশত আগবাঢি গৈছে আৰু ২০০১ চনত এই মহাবিদ্যালয়খনৰ শতবাৰ্ষিকী উদ্‌যাপন কৰা হ'ব। উত্তৰ-পূৰ্বাঞ্চলৰ উপৰি ভাৰতৰ বিভিন্ন ঠাইৰ পৰা অহা মুধাফুটা ব্যক্তিসকলে এই মহাবিদ্যালয়ৰে ছাত্ৰ আছিল। অসমৰ প্ৰায়বোৰ বুদ্ধিজীৱীয়েই এসময়ত কটন কলেজৰ মুধাফুটা ছাত্ৰ কিম্বা শিক্ষক আছিল। ১৯০১ চনৰ পৰা আহি আজি কটন কলেজ জন্মৰ এশবছৰীয়া জয়ন্তী উদ্‌যাপনৰ প্ৰাক মুহুৰ্ত্তত সেযে আজিৰ এই মুহুৰ্ত্তত আমাৰ ছাত্ৰ সমাজে ইতিহাস ৰোমন্থন কৰিব লাগে। কটন কলেজৰ লগত জড়িত অসমৰ ইতিহাসত অনেক গুণী-জ্ঞানী ব্যক্তি অসমৰে পুত্ৰ আৰু এই মহানজনক এই প্ৰাক-মুহুৰ্ত্তৰ পৰাই সোঁৱৰিলেহে হয়তো এই শতবাৰ্ষিকীৰ উদ্দেশ্য সফল হ'ব।

সূৰ্য্যকুমাৰ ভূঞা এনে এজন ব্যক্তি আছিল। আজিৰ হয়তো অনেক মানুহে নাজানে যে পঞ্চাছ বছৰ মানৰ আগতে সূৰ্যকুমাৰ ভূঞাৰ কবিতাই অসমীয়া সাহিত্যৰ আকাশ ৰামধেনুৰ ৰঙেৰে ৰঞ্জিত কৰি তুলিছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ পাচত সাহিত্যৰথী বেজবৰুৱাৰ 'বাহী'ৰ পাঠকসকলক তৃপ্তি দিছিল যাইকৈ ভূঞাৰ কবিতাই। তেওঁ পদ্মনাথ গোঁহাই বৰুৱাৰ 'উষা'ত কবিতা লিখিবলৈ আৰম্ভ কৰি পাচত সেই কাকতৰ বাহিৰে 'বাহী' আৰু বিভিন্ন

'আলোচনী'কো তেওঁৰ কবিতাৰ সম্ভাৰ যোগাইছিল। কিন্তু উল্লেখযোগ্য যে 'বাঁহী'তহে ওলাইছিল তেওঁৰ বাছকবনীয়া কবিতাকেইটা। ভূঞাৰ ভালেখিনি কবিতাতে আছিল ভাব, ভাষা আৰু ছন্দৰ অপূৰ্ব সমন্বয়। প্ৰেম উচ্ছল হৈ উঠিছিল কেইবাটাও কবিতাত আৰু 'আপোন-সুৰ'ত ঝংকৃত হৈছিল প্ৰেমৰ মাহাত্ম্য।

প্ৰেমেই মস্তক মণি সাধনৰ ধন,

জীৱন শোকৰ লীলা, অবিশ্ৰান্ত ৰণ

প্ৰেম কিন্তু ধ্ৰুৱজ্যোতি আদি অন্ত নাই

এনেকৈয়ে কাকতে-পত্ৰই ওলোৱা আটাইখিনি কবিতাকে গোটাই তেওঁ নিৰ্মালি নাম দি কিতাপৰ আকাৰেৰে তেওঁৰ বিযাৰ পাছতে প্ৰকাশ কৰি উলিযালে। সেইখনেই আছিল তেওঁৰ প্ৰথম কিতাপ।

কবিতাৰ লগে লগে ভূঞাই চুটি গল্প, জীৱনী আৰু বুৰঞ্জীমূলক প্ৰবন্ধ লিখিছিল। অসমীযা ভাষাত আঙুলিৰ পাবতে লেখিব পৰা যি কেইখন জীৱন চৰিত্ৰ আছে তাৰ ভিতৰত সূৰ্য্যকুমাৰ ভূঞাদেৱে লিখা আনন্দৰাম বৰুৱাৰ জীৱনীখন উল্লেখযোগ্য। কলিকতাত পঢা কালত কিতাপখনৰ বাবে সমল বিচাৰি, তেওঁ এদিন চাচৰ গুৰুদাস বন্দ্যোপাধ্যাযৰ ওচৰ পাইছিলগৈ, কিযনো আনন্দৰাম প্ৰেচিডেন্সী কলেজত পঢোতে বন্দ্যোপাধ্যায তেওঁলোকৰ গণিতৰ অধ্যাপক আছিল। তেওঁৰ (সূৰ্য্যকুমাৰ ভূঞাৰ) এইবোৰ কাম কৰিবলৈ বৰ পৰিশ্ৰম হৈছিল কিন্তু সেই পৰিশ্ৰমক পৰিশ্ৰম বুলি গণ্য কৰা নাছিল। এই পৰিশ্ৰমত তেওঁ লভিছিল আত্মতুষ্টি, পাইছিল আনন্দৰ উত্তেজনা, দেখিছিল বুৰঞ্জীৰ মাজেদি অসমীযাক নতুনকৈ প্ৰচাৰ কৰাৰ সম্ভাৱনা।

অসমৰ বুৰঞ্জীৰ বিষযে নতুন তথ্য উদঘাটন কৰিবৰ মানসেৰেই তেওঁ বিলাত পাইছিল গৈ আৰু অসমৰ লগত আগতীযা ব্ৰিটিছ সম্বন্ধ (Early British Relation in Assam) সম্পৰ্কে এখন গবেষণাগ্ৰন্থ লিখি London বিশ্ববিদ্যালযৰ পৰাই পি এইচ ডি উপাধি লাভ কৰি দেশলৈ ঘূৰি আহিছিল। পাচত সেই ইউনিভাৰচিটিযে তেওঁক তাৰ পৰাই 'ডক্টৰ অব লিটাৰেচাৰ' উপাধিৰে ভূষিত কৰিলে।

উল্লেখযোগ্য যে ইংৰাজীৰ এম এ ত অলপ নম্বৰৰ বাবে দ্বিতীয় শ্ৰেণী পোৱা বাবে ভূঞাই কটন কলেজত সোমাবৰ বাবে কিছুদিন অপেক্ষা কৰিব লগা হৈছিল। সেই সময়ত কটন কলেজত অকল প্ৰথম শ্ৰেণীৰ এম এ ক

হে অধ্যাপকৰ পদত লোৱা হৈছিল। দ্বিতীয় শ্রেণী পাই চাকৰিত সোমোৱাৰ বাবে চৈয়দ মহম্মদ চাদুল্লাক হেনো কিছুদিন ৰসায়ন বিদ্যাত সহায়ক আৰু পাচতহে অধ্যাপনা কৰিবলৈ দিয়া হৈছিল। আৰু প্রেমধৰ গোহাঁই দর্শনৰ অধ্যাপক হৈছিল যদিও, তেওঁ নিগাজী হ'ব নোৱাৰিলে। ভূঞাই পোনতে যোৰহাট বেজবৰুৱা স্কুল আৰু যোৰহাট মিছন স্কুলত শিক্ষকতা কৰে আৰু তাৰ পাচতহে তেওঁ কটন কলেজত অসমীয়া বিভাগৰ অধ্যাপক হয়। তেওঁ যথা সময়ত কটন কলেজৰ প্রিন্সিপাল আৰু শিক্ষা বিভাগৰ ডাইৰেক্টৰ হৈ কামৰ পৰা অৱসৰ গ্রহণ কৰাৰ পাচত নে তাৰ অলপ দিন আগতে বৰদলৈ গৱৰ্ণমেন্টে তেওঁক গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰা সম্পর্কত বিশেষ বিষয়া পাতি দিছিল আৰু তেওঁ সেই কাম অতি সুচাৰুপে সম্পন্ন কৰে। ভূঞাই নিজেও আৰু আন বহুতেও ভাবিছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেৱেঁই প্রথম উপাচার্য্য হ'ব-বুলি। সেই বাব কিন্তু সময়ত কৃষ্ণকান্ত সন্দিকৈক অর্পণ কৰাত তেওঁ কিছু নিৰুৎসাহ হৈছিল। অৱশ্যে কৃষ্ণকান্ত সন্দিকৈৰ পাচত আকৌ ভূঞাকেই সেই পদত অধিষ্ঠিত কৰা হৈছিল। তিনি বছৰৰ পাচত তেওঁৰ সেই দায়িত্বৰ ওৰ পৰিল, কিন্তু বয়স আৰু স্বাস্থ্যৰ ফালৰ পৰা ভূঞা ক্রমাৎ পৰি আহিলেও তেওঁ কর্মৰ পৰা বিৰত নহ'ল। কংগ্রেছৰ তৰফৰ পৰা তেওঁ দিল্লীৰ ৰাজ্যসভাত অসমৰ প্রতিনিধিত্ব কৰিছিলগৈ। স্বাস্থ্য ঠিক থাকিলে তেওঁ কোনোবা ৰাজ্যৰ ৰাজ্যপাল হোৱা একো আচৰিত কথা নহ'লহেঁতেন।

তেওঁ চৰকাৰৰ মনোনয়ন পাই পৌৰনিগমৰ সভ্য হৈছিল। সেই সময়কণত হওকেই বা নহওকেই, তেওঁ তেওঁৰ ঘৰৰ ওচৰতে থকা দীঘলীপুখুৰীটোৰ সংস্কাৰ সাধি তাক মনোমুগ্ধকৰ কৰাৰ কথা ভাবিছিল আৰু সেই সম্বন্ধে কটন কলেজৰ আলোচনীত লিখিছিল। তেওঁ কল্পনা কৰিছিল পথালিয়ে দীঘলীপুখুৰীৰ ওপৰেদি মানুহ যাব পৰা ধেনুভিৰীয়া এখন দলং, দলংখনৰ ঠিক মাজডোখৰ ঘূৰণীয়াকৈ বহল কৰি দাঁতিয়ে দাঁতিয়ে মানুহ বহিবলৈ বেঞ্চ আৰু পাৰত উদ্যান কিন্তু আজি সেই দীঘলীপুখুৰীৰ কাষত বিভিন্ন অপৰিকল্পিত নির্মাণ আৰু জধে মধে গছবোৰ কটা দেখি দেখিলে সঁচাকৈয়ে বৰ দুখ লাগে। সূর্য্যকুমাৰ ভূঞাই বহু পৰিকল্পনা কৰোতেও সাঁকোখন হ'বলৈ দিয়া হোৱা নাছিল, প্রদূষণৰ ভয়ত কিন্তু এতিয়া যদি ইয়াৰ পাৰত পর্যটনৰ গৃহ নির্মাণ হয় তেন্তে অদূৰ ভৱিষ্যতত দীঘলীপুখুৰীয়ে বর্তমানৰ ভৰলুলৈ পৰিণত হ'ব তাত কোনো সন্দেহ নাই। ❑

## শিল্পী নেতা

# প্ৰফুল্ল চন্দ্ৰ বৰুৱা



মানুহৰ জন্ম সৃষ্টিকৰ্তাৰ বিশ্ব সৃষ্টিৰ এক পৰিঘটনা। এই পৰিঘটনাৰ আৱৰ্তন চক্ৰৰ বিশ্ব প্ৰৱাহত অলেখ মানৱৰ সংযোজন ঘটিছে। কিন্তু ইয়াৰ প্ৰায়বোৰ বিস্মৃতিৰ অন্ধকূপত বিলনী হৈ গৈছে। মাত্ৰ কীৰ্তিমন্তসকলেহে যুগ যুগ ধৰি জীয়াই থাকে। মহাভাৰতত দ্ৰোণাচাৰ্যই তাকেই কৈছে— 'কীৰ্তিৰ্যসুৎসং জীৱিত।' জন্মৰ সাৰ্থকতা প্ৰতিপন্ন কৰিব নোৱাৰিলে বিশ্ব বলুকাত জাতকৰ পদচিহ্ন হোৱা নাযায়। প্ৰাচীন' ভাৰতীয় পণ্ডিত বিষ্ণু শৰ্মাই জন্মৰ সাৰ্থকতা সম্পৰ্কে কৈছে— 'স জাতো যেন জাতেন সাৰ্থক যাৰ জন্মৰ দ্বাৰা জাতি আৰু বংশ মহিমা মণ্ডিত হয়। ভাৰতবৰ্ষত বহু ক্ষণজন্মা পুৰুষে সুপ্ৰাচীন যুগৰে পৰা নিজৰ সংকীৰ্তিৰ বলত নিজ জন্ম সাৰ্থক কৰি দেশক মহীয়ান কৰি গৈছে। অসমতো তেনে পুৰুষ আৰু মহাপুৰুষৰ অভাৱ হোৱা নাই— যিসকল সাৰ্থক জন্মৰ দ্বাৰা স্মৰণীয় আৰু বৰণীয় হৈ আছে।

'কিয়নো পাহৰ অসমীয়া হেৰা, চিৰকাল আছিলা স্বাধীন'। এই গীতটিয়ে অসমৰ সংগীত জগতত এদিন আলোড়নৰ সৃষ্টি কৰিছিল। কেৱল এই গীতটিয়ে নহয় এই গীতটিৰ উপৰি অসমা নিৰুপমা জননী, আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ নাৰায়ণ ৰূপ' আদি গীতেও অসমৰ সংগীত জগতত তোলপাৰ লগাই আছে। ইয়াৰ প্ৰধান কাৰণ হ'ল ১৯২৪ চনতে 'এইছ এম

ভি' গ্ৰামোফোন কোম্পানীত প্ৰথম অসমীয়া গীত হিচাপে এই গীতকেইটি ৰেকৰ্ড কৰা হৈছিল আৰু বহুলভাৱে প্ৰচাৰিত হৈছিল। সেই গীতৰ সুৰকাৰ আৰু গায়ক আছিল প্ৰফুল্ল চন্দ্ৰ বৰুৱা। উল্লেখযোগ্য যে এইজন ব্যক্তি আমাৰ কটন কলেজৰেই ছাত্ৰ আছিল।

এইজন ব্যক্তিক লক্ষ্য কৰিলে দেখা যায় যে তেওঁ একেধাৰে আছিল বিশিষ্ট শিল্পী প্ৰবীণ, মুক্তিযোদ্ধা প্ৰখ্যাত দানবীৰ আৰু ৰাজনীতিজ্ঞ ব্যক্তি। ১৯০০ চনৰ সাত মাৰ্চত ধুবুৰীত তেওঁৰ জন্ম হৈছিল। পিতৃ সংগীতাচাৰ্য লক্ষীৰাম বৰুৱা আৰু মাতৃ জাহ্নৱী দেৱী। পাঁচ বছৰ বয়সতে মাতৃ ১৪ বছৰ বয়সতে পিতৃহীন হৈ ল'ৰা প্ৰফুল্লই জীয়াই থাকিবৰ কাৰণে চিন্তা কৰিবলগীয়া হৈছিল। অৱশেষত আত্মীয় স্বজনৰ সহায়, নিজৰ তীক্ষ্ণ বুদ্ধি আৰু অধ্যৱসায়ৰ গুণত তেওঁ স্কুলীয়া আৰু কলেজীয়া শিক্ষা লাভ কৰিব পাৰিছিল। তেওঁ ১৯১৮ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা, ১৯২০ চনত কটন কলেজৰ পৰা আই এছ চি পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ ৰিপণ কলেজত চতুৰ্থ বাৰ্ষিকলৈ বি এছ চি অধ্যয়ন কৰিছিল। তেওঁ আছিল সৰুৰে পৰা দেশপ্ৰেমী। সেই কাৰণে ১৯২৯ চনত যেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত গোটেই ভাৰতৰ অসহযোগ আন্দোলন চলে তেতিয়া ডেকা প্ৰফুল্ল চন্দ্ৰই কলেজীয়া শিক্ষাৰ মোহ এৰি অসহযোগ আন্দোলনত যোগ দিয়ে। উল্লেখযোগ্য যে সেই সময়ত কলিকতা বিশ্ববিদ্যালয় তথা ভাৰতৰ ভিতৰতে বৰুৱাইহে অসহযোগ আন্দোলনত যোগ দিয়া প্ৰথম ছাত্ৰ আছিল। কলিকতাৰ পৰা অসমলৈ উভতি আহি প্ৰথমে তেজপুৰ আৰু পাচত মঙলদৈত অসহযোগ আন্দোলনত যোগ দিছিল। তেওঁ ১৯২১ চনৰ শেষৰফালে মঙলদৈত জিলা কংগ্ৰেছৰ সভাপতি হয়। ইয়াৰ পাচত তেওঁ স্বেচ্ছাসেৱক বাহিনীৰ প্ৰধান নায়কৰূপে কাম কৰে। কিন্তু ইয়াৰ পৰিণাম স্বৰূপে তেজপুৰ জেলত ছমাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিবলগীয়া হয়। ১৯২৩ চনত তেওঁ পণ্ডিত মদনমোহন মালব্যক লগ পায় আৰু তেওঁৰ উপদেশ ক্ৰমে কাশী হিন্দু বিশ্ববিদ্যালয়ত ইঞ্জিনিয়াৰিং পঢ়েগৈ। কিন্তু তাত কিছুদিন অধ্যয়ন কৰাৰ পাচত তেওঁৰ মনে সংগীত আৰু অভিনয় জগতলৈহে ঢাপলি মেলিছিল। পিতৃগুণ আয়ত্ত কৰাৰ কাৰণেই হয়তোতেওঁ অলপ দিনৰ ভিতৰতে সংগীতত পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। ছাত্ৰ অৱস্থাৰ পৰাই তেওঁ নিজে সুৰ দি অভিনয় কৰি আৰু বেহেলা বজাই কটন কলেজ, ৰিপণ কলেজ আৰু কাশী হিন্দু বিশ্ববিদ্যালয়ত গঠিত হোৱা সংগীত সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাপক আছিল আৰু

বিশ্ববিদ্যালযৰ প্ৰাযবোৰ সংগীত অনুষ্ঠানত যোগ দিযাৰ উপৰিও কাশী মহানগৰীত বেহেলা বজাবৰ কাৰণে তেওঁ প্ৰাযেই নিমন্ত্ৰণ পাইছিল।

পৰৱৰ্ত্তী কালতো তেওঁ আন্দোলনৰ লগত জড়িত থাকিল, ইযাৰ ফলত ১৯৩০ চনৰ পৰা ১৯৪০ চনৰ ভিতৰত কেইবাবাৰো তেওঁৰ ঘৰখনতো ক্ৰোক কৰা হৈছিল আৰু ৪২ ৰ আন্দোলনত প্ৰধান ভূমিকা লোৱাত তেওঁ প্ৰায চাৰে চাৰি বছৰ কাৰাবাস বৰণ কৰিবলগীযা হৈছিল।

প্ৰফুল্ল চন্দ্ৰ বৰুৱা স্বাধীনচিতীযা আছিল কাৰণে কলেজীযা শিক্ষাৰ অন্তত চাকৰি নকৰি ব্যৱসাযলৈহে মন মেলে। তেওঁ প্ৰথমে গ্ৰামোফোন ৰেকৰ্ড বিক্ৰী কৰি পোৱা ধনেৰে ১৯২৫ চনত গুৱাহাটীৰ পাণ বজাৰত গ্ৰামোফোন বাদ্যযন্ত্ৰৰ এখনি দোকান দিযে। দোকানত তেওঁৰ লাভ হৈছিল যদিও ১৯২৯ চনত এই দোকান এৰি শিৱসাগৰলৈ যায আৰু তাতে প্ৰথমে গড়কাপ্তানী বিভাগত বাটত শিল পেলোৱা কামৰ ঠিকা লয। তাত লাভবান হোৱাৰ পাচত তেওঁ ৰেলৱে শ্লিপাৰ যোগান ধৰোতা হিচাপে আৰু উজনি অসমত বন বিভাগৰ তলত বেতৰ মহলদাৰ হিচাপে কাম আৰম্ভ কৰে। উল্লেখযোগ্য যে কলিকতালৈ বেতৰ যোগান ধৰোতাসকলৰ ভিতৰত জ্যোতি প্ৰসাদ আগৰৱালাৰ ককাক হৰিবিলাস আগৰৱালাই আছিল প্ৰথম অসমীযা ব্যক্তি।

এই ক্ষেত্ৰত দ্বিতীয ব্যক্তিজনেই হ'ল প্ৰফুল্ল চন্দ্ৰ বৰুৱা। তেওঁ কেৱল কলিকতাতেই নহয ৰাণীগঞ্জ ঝাড়িযা আদি বংগ আৰু বিহাৰৰ বিভিন্ন ঠাইতো বেতৰ ব্যৱসায কৰিছিল। কিন্তু পাচত অংশীদাৰজনৰ লগত মনোমালিন্য হোৱাত তেওঁ সেই ব্যৱসায এৰিছিল।

আগতে উল্লেখ কৰি অহা হৈছে যে প্ৰফুল্ল চন্দ্ৰ বৰুৱাই ১৯২৪ চনত প্ৰথমে অসমীযা গীত হিজ মাষ্টাৰ ভইচ'ত বাণীবদ্ধ কৰে। প্ৰথমখন ৰেকৰ্ডত গীতিকাৰ উমেশ চন্দ্ৰ চৌধাৰী ৰাধানাথ ফুকন আৰু প্ৰসন্নলাল চৌধুৰীৰ মুঠতে চাৰিটা গীত নিজে সুৰ দি বাণীবদ্ধ কৰে। তাৰ পাচত তেখেতে আন দুখন ৰেকৰ্ড প্ৰস্তুত কৰে। সেই দুখন ৰেকৰ্ডত আনন্দ চন্দ্ৰ বৰুৱা, জ্যোতি প্ৰসাদ আগৰৱালা, অম্বিকাগিৰী, উমেশ চন্দ্ৰ চৌধাৰী, চন্দ্ৰ কুমাৰ আগৰৱালা আৰু শ্ৰীমন্ত শংকৰদেৱ বিৰচিত দুটা বৰগীত সন্নিবিষ্ট কৰে।

বৰুৱা এগৰাকী সু-অভিনেতাও আছিল। জ্যোতি প্ৰসাদৰ 'জয়মতী' চলচ্চিত্ৰ (১৯৩৫) বৰুৱাই বৰগোহাঁইৰ তেখেতৰ ভ্ৰাতৃ পৰশুৰাম বৰুৱাই (ফুনু বৰুৱা) গদাপানিৰ আৰু তেখেতৰ শিশু পুত্ৰদ্বয় জয়ন্ত আৰু ৰাজিতে লাই

আৰু লেচাই অভিনয় কৰিছিল। অতি শোকৰ কথা বৰুৱাদেৱৰ মৃত্যুৰ প্ৰায় এবছৰ পূৰ্বে তেখেতৰ অতি মৰমৰ পুত্ৰ ৰণজিতে অকস্মাতে ইহলীলা ত্যাগ কৰে। ৰণজিতৰ মৃত্যুৰ পাচত বোৱাৰী সাহিত্যিকা নীতি বৰুৱাক সান্ত্বনা দিবৰ কাৰণে গীতা ধৰ্মী বৰুৱাদেৱ শিলপুখুৰীত অৱস্থান কৰি বিধবা বোৱাৰী আৰু নাতিনীহঁতক— শান্ত্বনা দি আছিল।

বৰুৱাদেৱ শিক্ষা, সাহিত্য উদ্যোগ সংস্কৃতি ৰাজনীতি, ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত আছিল। ১৯৫১ চনৰ পৰা একুৰিৰো অধিক বছৰ টি ব'ৰ্ডৰ সদস্য আছিল। এবাৰ তেখেতে টি ব'ৰ্ডৰ উপ-সভাপতিৰূপে কাৰ্য্য পৰিচালনা কৰিছিল। তেখেত অসম ৰাজ্যিক বিদ্যুৎ ব'ৰ্ডৰ তদন্ত আযোগৰ সভাপতি, চাহ উদ্যোগ 'বৰুৱা কমিটী'ৰ সভাপতি অসম সাহিত্য সভাৰ আজীৱন সদস্য অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনৰ সাংস্কৃতিক শাখাৰ সভাপতি তথা উদ্বোধক আছিল। অসম সাহিত্য সভা অনুষ্ঠানটোক তেখেতে প্ৰাণ সম ভাল পাইছিল আৰু স্বনামধন্য পিতৃক যুগমীয়া কৰাৰ কাৰণে গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ কাষতে 'সংগীতাচাৰ্য লক্ষীৰাম বৰুৱা সদন নিৰ্মাণৰ বাবে উল্লেখযোগ্য দান আগবঢাইছিল। তদুপৰি অসম সাহিত্য সভাৰ তেখেত এগৰাকী হিতৈষী পৃষ্ঠপোষক আছিল। অসম সাহিত্য সভা আৰু অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি তেখেতে আগবঢোৱা অৱদানৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰি বিহপুৰীয়া (১৯৮৫) অধিবেশনত তেখেতক সম্বৰ্ধনা জনোৱা হৈছিল।

বযসে মানুহক বুঢা কৰে। উদ্যোগী সিংহ পুৰুষ বৰুৱাদেৱে ৮৬ বছৰ বযসলৈকে বলিষ্ঠ ডেকাজনৰ দৰে অবিৰাম দেশৰ আৰু দহৰ হকে কাম কৰি আছিল। অসম জাতীয শ্ৰমিক বাহিনী খুলি তেখেত তাৰ প্ৰথম বাৰ সেনাপতি হৈ কাৰ্য পৰিচালনা কৰিছিল। সদৌ অসম ছাত্ৰ সন্থা আৰু সদৌ অসম কৰ্মচাৰী পৰিষদৰ উদ্যেগত চলা ছবছৰীযা বিদেশী বহিষ্কাৰ আন্দোলনৰো বৰুৱাদেৱ এজন জাগ্ৰত পহৰী আছিল। ১৯৮৩ চনত অসমৰ বুকুত সংঘটিত হোৱা তাণ্ডৱ লীলা তদন্ত কৰাৰ কাৰণে বৰুৱা আৰু তেখেতৰ সতীৰ্থ কেইগৰাকীমানৰ আপ্ৰাণ চেষ্টাৰ ফলত ইতিহাস প্ৰসিদ্ধ 'মেহতা আযোগ গঠন কৰা হয।

পৰম শিক্ষানুৰাগী বৰুৱাদেৱ ১৯৬৮ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা সদৌ অসম হাইস্কুল শিক্ষক সন্থাৰ আদৰণি সমিতিৰ সভাপতি, শিৱসাগৰ জনজাতীয সাংস্কৃতিক সন্থাৰ সভাপতি, শিৱসাগৰ শংকৰদেৱ সমাজৰ সভাপতি, শিৱসাগৰ মাদক দ্ৰব্য নিবাৰণী সংঘৰ সভাপতি আছিল। অসমৰ

উদ্যোগপতিসকলৰ ভিতৰত বৰুৱাদেৱ অন্যতম শ্ৰেষ্ঠ ব্যক্তি হোৱাৰ উপৰি উদ্যোগপতিকৰণৰ ক্ষেত্ৰত তেখেত সাগৰ সদৃশ জ্ঞানৰ অধিকাৰী আছিল। চাহ শিল্প সম্পৰ্কে অতুলনীয় অভিজ্ঞতা থকা কাৰণেই ভাৰতীয় চাহ নিগমৰ প্ৰতিনিধি নেতৃত্ব দি বৰুৱাদেৱে বহুবাৰ লণ্ডন, ৰোম, কানাডা, আফ্ৰিকা ইত্যাদি বহু ৰাষ্ট্ৰ ভ্ৰমণ কৰিছিল।

বৰুৱাদেৱ ১৯৫৭ আৰু ১৯৬১ চনত দুবাৰো লোকসভাৰ সদস্য নিৰ্বাচিত হৈছিল। সংসদী সদস্য হিচাপে তেখেতে অসমৰ অভাৱ-অভিযোগ দূৰীকৰণৰ বাবে আৰু উন্নয়নমূলক কামত অসমক আগবঢ়াই নিয়াৰ কাৰণে মাত মাতি আহিছিল।

এতিয়া আমি উভতি যাওঁ শোণিত কুঁৱৰীৰ কথালৈ। শোণিত কুঁৱৰীৰ পাতনি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে লেখিছিল— 'চিত্ৰলেখা'ৰ ভাও লোৱা সংগীতবিদ প্ৰফুল্ল বৰুৱা তেতিয়া ছাত্ৰ, কাশীৰ পৰা তেজপুৰ পালেহি আৰু তেওঁ চিত্ৰলেখাৰ ভাওত গাবলগীয়া গীতবোৰৰ সুৰবোৰ শুনি উৰুলীকৃত হৈ উঠিল বুলি তেখেতে সেই সুৰবোৰৰ প্ৰশংসা কৰিবলৈ ধৰিলে। সকলোৰে আগত আৰু তেখেতৰ সুললিত কণ্ঠৰ পৰা ওলাই সেইবোৰ সুৰে লাহে লাহে সকলোৰে মন আকৰ্ষণ কৰিবলৈ ধৰিলে ইয়াৰ পাছতে গুৱাহাটীত বহিল অসম সাহিত্য সভাৰ সপ্তম অধিবেশন (১৯২৪)। সভাপতি হৈ আছিল সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা। সাহিত্য সভাৰ অধিবেশনত গাবলৈ বুলি প্ৰফুল্ল চন্দ্ৰ বৰুৱাই 'গছে গছে, পাতি দিলে আৰু ৰূপহ কোঁৱৰৰ চুমাৰ পৰশত'— এই দুটা অসমীয়া সুৰীয়া গীত ঠিক কৰিলে। মই ক'লো, 'নালাগে গাব— মই আৰু ঠাট্টা-বিদ্ৰূপৰ কোবত গুৱাহাটীত থাকিব নোৱৰা হ'ম। প্ৰফুল্ল চন্দ্ৰ বৰুৱা কিন্তু গাবলৈ দৃঢ় প্ৰতিজ্ঞ। সভাৰ অধিবেশনত সেই গীত গোৱাৰ সময়ত যেতিয়া বৰুৱা গৈ সভাৰ আগত গাবলৈ থিয় হ'ল— মই মানুহে হাঁহিব বুলি সভাৰ পৰা ওলাই গৈ বিষ্ণু মেধিদেৱৰ ঘৰৰ আগত জামু গছৰ তলত বৈ থাকিলোঁ। কিছুপৰ পাচত মোৰ বন্ধু উমেশ চন্দ্ৰ বৰুৱাই লৰি আহি মোক মাতি নিলেহি— 'ভয় নাই ভয় নাই। মানুহে তোমাৰ সুৰৰ বৰ শলাগ লৈছে।' সংগীত ওজা লক্ষীৰাম বৰুৱাযো অসমত হিন্দুস্তানী সংগীতৰহে প্ৰচাৰ কৰিছিল। তেখেতৰ যত্নত সেই সময়ত বৈজ্ঞানিক ভাৱে সংগীত চৰ্চাৰ যদিও অসমত প্ৰচলন হৈছিল অসমীয়া সংগীতক নতুন যুগৰ বৰ সবাহলৈ অনাৰ চেষ্টা বিশেষ নাছিল

প্ৰফুল্ল চন্দ্ৰ বৰুৱাদেৱে হেনো কৈছিল—'সংস্কৃতি পৰিবৰ্তনশীল, আজি যি কৃষ্টি, কামক্ৰমত হৈ পৰে সংস্কৃতি। প্ৰচলিতৰ সচতে নতুনৰ যি মিশ্ৰণ সিয়েই সংস্কৃতি আৰু ই প্ৰকাশ পায় মানুহৰ দৈনন্দিন চাল-চলন, পিন্ধা-উৰা, গীত-মাত, কথা-বতৰা, আচাৰ ব্যৱহাৰ আদিত। সংস্কৃতি বিৰ্বতন, প্ৰাকৃতিক দুৰ্যোগ, প্ৰব্ৰজন আদিৰ সংমিশ্ৰণৰ গতিবেগে সাংস্কৃতিক পৰিবৰ্তৰো গতি নিৰূপণ কৰে। অসমৰ ক্ষেত্ৰত এই সাংস্কৃতিক পৰিবৰ্তন অন্য প্ৰান্ততকৈ ক্ষিপ্ৰতৰ। অসমৰ সাংস্কৃতিক জীৱন চহকী আৰু গতিশীল।

যিয়েই নহওক আজিৰ কটনিযানসকলে এই সফল ব্যক্তিৰ কথা চিন্তা কৰি তেওঁলোকৰ পদচিহ্নত আগবঢ়াৰ কামনাৰেই এই প্ৰবন্ধটো লিখা হ'ল। ◆

## ৰাজনীতিবিদ, শিক্ষাপ্ৰেমী

# সীতানাথ ব্ৰহ্মচৌধুৰী



অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি সীতানাথ ব্ৰহ্মচৌধুৰীদেৱ এগৰাকী প্ৰাক্তন কটনিযানো। অসমৰ জাতীয় সংহতি সুদৃঢ় কৰিবলৈ আজীৱন প্ৰচেষ্টা চলাই যোৱা ব্ৰহ্মচৌধুৰী কটন কলেজত পঢ়ি থকাৰ কালতেই আবাসৰ ছাত্ৰসকলৰ মাজত থকা উচ্চ নীচ ভেদাভেদৰ প্ৰাচীৰ ভাঙিবলৈ সক্ষম হৈছিল। তেখেতৰ স্মৃতিত কলেজৰ নৱছাত্ৰাবাসটিৰ নাম ৰখা হৈছে 'সীতানাথ ব্ৰহ্মচৌধুৰী ছাত্ৰাবাস'।

সীতানাথ ব্ৰহ্মচৌধুৰীক অসম সাহিত্য সভাই বৰ পলমকৈ চিনি পালে। এইজন লোকে সময়ত সাহিত্য সভাৰ আসনখন পোৱা হ'লে সংহতিৰ দিশৰ কথা বাদেই অসমীয়া সাহিত্যৰ ক্ষেত্ৰত তেখেতৰ পৰিকল্পিত আঁচনিখন কাৰ্যকৰী কৰিব পাৰিলেও দুযোটা দিশতে অভাৱনীয় কাম হ'লহেঁতেন বুলি ভাবিব পাৰো।

এইজনা লোকৰ পূৰ্বপুৰুষৰ আছিল এক ঐতিহ্যময় অতীত। ভূটানৰ পাৰ্দেশত কোঁচ, কামৰূপৰ উত্তৰ দিশত বীপু নামে এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল— এই সীতানাথ ব্ৰহ্মচৌধুৰীৰ পূৰ্বপুৰুষসকলে।

ইতিমধ্যে ইংৰাজসকলে অসম ৰাজ্যখনো নান চল-চক্ৰান্তেৰে গ্ৰাস কৰি আহিছিল। বীপু ৰাজ্যৰ ৰাজধানী নৌনগৰৰ ওপৰতো ইংৰাজৰ চকু পৰিল।

সেই সময়ৰ ৰীপু ৰাজ্যৰ ৰজা কল্লাই প্ৰাণ পণে যুদ্ধ কৰিলেও নৌনগৰ ৰক্ষা কৰিব নোৱাৰিলে। ইংৰাজসকলে নগৰখন সম্পূৰ্ণৰূপে ধ্বংস কৰিলে। ৰজা কল্লা ইয়াতে সবংশে নিধন হ'ল। মাথোন কল্লাৰ গৰ্ভৱতী পত্নী কেইজনমান পাত্ৰমন্ত্ৰী সহ পলাই ভালুকমাৰীৰ অটব্য অৰণ্যত আশ্ৰয় লাভ কৰে। ইয়াতে কল্লাৰ একমাত্ৰ পুত্ৰ গণ্ডৰামৰ জন্ম হয়। কিন্তু এই ৰাজপুত্ৰৰ তেতিয়া হেনো দিবলৈ নিজৰ দুভৰি মাটিও নাছিল। ৰাজ্যৰ ৰাজধানী ৰাজহাউলী সকলো শেষ হৈ গচ্ল। থাকিল মাথোন এক সন্ত্ৰস্ত জীৱন। গণ্ডৰামে নিজৰ পৰিচয় গোপন কৰি কোনো মতে জীৱন নিৰ্বাহ কৰি থাকিল। এওঁৰেই নাতি ল'ৰা আছিল আমাৰ কটন গৌৰৱ সীতানাথ ব্ৰহ্মচৌধুৰীদেৱ।

সীতানাথৰ জন্ম হৈছিল ১৯০৮ চনৰ আঠ অক্টোবৰৰ দিনা। সেই সময়ত ওচৰত কোনো স্কুল নথকাত পোনপ্ৰথমে ঘৰতে এখন স্কুল পাতি সদানন্দ নামৰ এজন লোকৰ দ্বাৰা তেওঁ শিক্ষা গ্ৰহণ কৰিবলৈ ল'লে। কিন্তু ছাত্ৰৰ অভাৱত স্কুলখন বেছি দিন নিটিকিল, শেষত কিন্তু দূৰৰ ঘিলাগুৰি নামৰ ঠাইখনত নতুনকৈ প্ৰতিষ্ঠা হোৱা প্ৰাথমিক স্কুলত শিক্ষা সাং কৰি তেওঁ ভালুকমাৰীৰ পৰা চাৰি মাইল দূৰৈৰ পুঠিমাৰি মজলীয়া স্কুলত পঢ়া আৰম্ভ কৰিলে। সীতানাথৰ কাব্য জীৱনৰ পাতনিও ইয়াতেই মেল খালে। কাষেৰে বৈ যোৱা এখন নদীযেই লগৰী হ'ল। এই নদীৰ পাৰত বহি ঘাট-মাউৰা ল'ৰাটিয়ে নিজৰ কাব্য জীৱন লাভ কৰিলে।

ছাত্ৰ হিচাপে তেওঁ বিভিন্ন ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাইছিল। ঘিলাগুৰি প্ৰাথমিক স্কুল পুঠিমাৰি এম ভি স্কুল, ধুবুৰী চৰকাৰী হাইস্কুল, তেজপুৰ হাইস্কুল আৰু শিৱসাগৰ হাইস্কুলৰ পৰা কৃতিত্বেৰে স্কুলীয়া শিক্ষা সমাপ্ত কৰি ১৯৩৬ চনত কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰি কিছুদিন স্নাতকোত্তৰ পঢ়িছিল যদিও অৰ্থৰ অভাৱত শিক্ষা সমাপ্ত কৰিব নোৱাৰিলে। শিক্ষাৰ প্ৰতি অত্যন্ত আগ্ৰহ থকাৰ বাবে পৰৱৰ্তী জীৱনত তেওঁ শিক্ষা বিস্তাৰৰ ওপৰতেই বিশেষ গুৰুত্ব দিছিল।

ৰাজনীতিবিদ, শিক্ষাপ্ৰেমী আৰু সমাজ সংস্কাৰক ব্ৰহ্মচৌধুৰী উত্তৰাধিকাৰী সূত্ৰেই বহুতো গুণৰ অধিকাৰী হৈছিল। কোকৰাঝাৰ মহকুমাৰ ভালুকমাৰী গাৱত ১৯০৮ চনৰ আঠ অক্টোবৰ তাৰিখে জন্ম গ্ৰহণ কৰা সীতানাথৰ পিতৃ মনবাৰ ব্ৰহ্মচৌধুৰী, ককায়েক শোভাৰাম ব্ৰহ্মচৌধুৰী আৰু নিবাৰণ চন্দ্ৰ ব্ৰহ্মচৌধুৰী সেই কালত গোৱালপাৰাৰ শীৰ্ষস্থানীয় নেতা আৰু সমাজ সংস্কাৰখ আছিল। ডাঙৰ ককায়েক শোভাৰাম ব্ৰহ্মচৌধুৰীৰ সৰুৰে পৰা

সাহিত্যৰ প্ৰতি যথেষ্ট ৰাপ আছিল। পাচত তেওঁ কবি হিচাপে পৰিগণিত হৈছিল। শোভাৰামৰ প্ৰেৰণাই ভাযেক সীতানাথকো সাহিত্যৰ জগতলৈ লৈ গৈছিল। ১৯২৪ চনত শোভাৰাম ব্ৰহ্মচৌধুৰীৰ মৃত্যু হৈছিল। ককায়েকৰ মৃত্যুৱে তেওঁৰ অন্তৰত গভীৰ দুখ দিলে। ১৯২৫ চনত সীতানাথ ব্ৰহ্মচৌধুৰীয়ে লেখা 'কমলকলি' কবিতা পুথিত ককাযেকৰ মৃত্যুত হোৱা অপূৰণীয় ক্ষতিৰ কথা উল্লেখ কৰিছে। ককাযেক শোভাৰাম ব্ৰহ্মচৌধুৰীৰ উপৰি তেওঁ 'ডাঙৰ' কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালা, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী, স্বৰ্গীয় পদ্মধৰ চলিহা আৰু পাচত তেওঁৰ বন্ধু বিপুনাথ বুঢ়াগোহাঁইৰ পৰা সাহিত্য ক্ষেত্ৰত যথেষ্ট প্ৰেৰণা পাইছিল। আনন্দ চন্দ্ৰ আগৰৱালা 'মোৰ পিতৃৰ দৰে' আছিল বুলি কৈ তেওঁ গৌৰৱ কৰিছিল। গোৱালপাৰাৰ আৰক্ষী অধীক্ষক হৈ থকা অৱস্থাত আনন্দ আগৰৱালাই ব্ৰহ্মচৌধুৰীক অসমৰ শীৰ্ষস্থানীয় কবি সাহিত্যিক আৰু নেতৃস্থানীয় লোকসকলৰ লগত চিনাকি কৰি দিছিল। তদুপৰি ১৯২৬ চনত ধুবুৰীত বহা অসম সাহিত্য সভাৰ নৱম অধিবেশনত অভ্যৰ্থনা সমিতিৰ সভাপতি এইগৰাকী আগৰৱালাযেই তেওঁক স্বৰচিত কবিতা পাঠ কৰিবলৈ সুবিধা দিছিল। ক'বলৈ গ'লে তেতিযাৰ পৰাই সাহিত্য ক্ষেত্ৰত তেওঁৰ এখন বহল সমাজৰ সৈতে সম্পৰ্ক গঢ়ি উঠিছিল। ইযাৰ পাচত ১৯২৯ চনত তেওঁৰ 'চকুলো' আৰু 'আৱেগ নামৰ দুখন কবিতা পুথি ওলাইছিল। 'আৱেগ' নামৰ কবিতা পুথিখনৰ পাতনিত স্বৰ্গীয় পদ্মধৰ চলিহাই ব্ৰহ্মচৌধুৰীৰ কাব্যকীৰ্তিৰ পৰিচয দাঙি ধৰি কৈছে— 'আবেগ নামৰ পুথিখনিৰ সৰহভাগ কবিতাই স্বদেশপ্ৰেম আৰু ভগৎ প্ৰেমৰ গভীৰ উচ্ছাস'। এই কবিতা পুথিখনৰ বিষযে 'দৈনিক বাতৰিয়েও উচ্চ মত পোষণ কৰিছিল। এইজনা ব্যক্তিযে মাজতে কিছুদিন সাহিত্য সেৱাৰ পৰা আঁতৰি থকাত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে আক্ষেপ কৰি চিঠিও হেনো দিছিল। ব্ৰহ্মচৌধুৰীয়ে ৰায়চৌধুৰী সম্পাদিত 'চেতনা'ত আৰু অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ত তিলোত্তমা বৰুৱা ছদ্ম নামত ভালেমান কবিতা লেখিছিল। ১৯৭৬ চনত 'ফুলেশ্বৰী দৈমাৰী' নামৰ তেওঁৰ আন এখন কবিতা পুথি প্ৰকাশ পায়। এই কবিতা পুথিখনৰ ভালেকেইটি কবিতা ইতিপূৰ্বে বাঁহীত ওলাই গৈছিল। কবিতা পুথি চাৰিখনৰ উপৰি ব্ৰহ্মচৌধুৰীৰ ১৯৪০ চন 'গাঁও সংগঠন' নামৰ যুক্তাক্ষৰ বৰ্খিত সহজ-সৰল ভাষাৰ এখন গদ্য পুথি প্ৰকাশ পাইছিল। উল্লেখযোগ্য যে এই কিতাপখন অসম চৰকাৰে প্ৰকাশ কৰিছিল। অসম চৰকাৰৰ জনশিক্ষা অভিযানত এই কিতাপখনে গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাইছিল।

মনে প্ৰাণে অসমৰ ঐক্য আৰু সংহতি বিচৰা ব্ৰহ্মচৌধুৰীয়ে ১৯৫৬ চনত ধুবুৰীত অসম সাহিত্য সভাৰ ৰূপালী জয়ন্তী অধিবেশন উদ্বোধন কৰি অসমত বাস কৰা বিভিন্ন খিলঞ্জীয়া জাতি উপজাতিৰ মিলনৰ ওপৰত সৰ্বাধিক গুৰুত্ব দি কেতবোৰ গঠনমূলক কাম কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। সেই অধিবেশনত আশাবাদী মনোভাব লৈ আৰু কৈছিল— 'অসমৰ লোকসংখ্যা নিতান্ত কম, তাৰ উপৰি অসমীয়া কোৱা লোকৰ সংখ্যা আৰু তাকৰ যদিও আমাৰ হতাশ হ'বৰ একো কাৰণ দেখা নাই। আমাৰ জনসংখ্যা তাকৰ হ'লেও আমাৰ মন উদাৰ, আমাৰ মন বহুত ওখ, পৰ্বতে ভৈযামে মৰম প্ৰীতি শ্ৰদ্ধাৰ একতাৰ ডোলেৰে আমি বান্ধ খোৱা। আমি যদি কাৰো দৰ্শনে, সাহিত্যে জ্ঞান-বিজ্ঞানে আমাক সজাই-পিন্ধাই উলিয়াব পাৰো তেন্তে দেশী-বিদেশী সকলোৱে শিকিবলৈ আগ্ৰহ কৰিব, বিশ্বজগতৰ দৰাবাৰত অসম মাতৃযে গৌৰৱময় আসন লাভ কৰিব।' ১৯৫৬ চনৰ পাচত সুদীৰ্ঘ ২৫ বছৰৰ মূৰত ব্ৰহ্মচৌধুৰীযে অসমৰ এই জাতীয় অনুষ্ঠানটোৰ নেতৃত্ব দিবলৈ সুবিধা পাইছিল। অসমৰ বাইজেও এক গুৰুত্বপূৰ্ণ সন্ধিক্ষণত বহু চিন্তা কৰিয়েই এই গুৰু ভাৰ তেওঁক দিছিল।

সাহিত্য জগতৰ পৰা আপুনি ৰাজনীতিলৈ কিয় গ'ল— এইবুলি এজনে প্ৰশ্ন কৰোতে তেওঁ কৈছিল— 'মই প্ৰকৃততে সাহিত্যিকো নহওঁ, ৰাজনীতিবিদো নহওঁ। কিন্তু মই খেযালী প্ৰকৃতিৰ। আনে মোক চলাব নোৱাৰে। ৰাজনীতিবিদসকল যে খেলো প্ৰকৃতিৰ নহয় এই কথা কোৱাত মোৰ কোনো আপত্তি নাই। কিন্তু ব্যক্তিগতভাৱে মই এটা কথা ক'ব পাৰো— 'আনৰ ওপৰত আধিপত্য চলোৱাৰ আমাৰ এটা প্ৰবৃত্তি আছে। 'য'তে থাকো মূৰব্বী' হিচাপে থকাৰ মনোবৃত্তি মোৰ আছে। কিন্তু মই ৰাইজক 'এক্সপ্লইট' কৰাৰ বিৰোধী'।

ব্ৰহ্মচৌধুৰী লোকসভাৰ সদস্য হৈ থকা অৱস্থাত (১৯৫২-৫৭) মণিপুৰ, ত্ৰিপুৰাকো অন্তৰ্ভুক্ত কৰি আৰু কোচবিহাৰ জলপাইগুৰিকো সামৰি সম্মিলিত অসম (ইউনাইটেড অসম) গঠনৰ কাৰণে চেষ্টা কৰিছিল। গোৱালপাৰা বিচ্ছেদৰ সময়ৰ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ আৰু তেওঁ গোৱালপাৰাক অসমৰ লগত ৰাখিবলৈ যথেষ্টখিনি ত্যাগ স্বীকাৰ কৰিছিল। ৰাজ্য পুৰ্নগঠন আয়োগৰ আগত তেওঁ অসমৰ অখণ্ডতাৰ ৰক্ষাৰ হকে সবল যুক্তি উপস্থাপন কৰিছিল, আৰু এই ক্ষেত্ৰত কাম কৰিবলৈ সক্ষম হৈছিল। পুনৰ গঠন আয়োগৰ সদস্য হৃদয় নাথ কুঞ্জৰৰ জনজাতীয় লোকৰ প্ৰতি থকা মৰমৰ কথা তেওঁ

উল্লেখ কৰিছিল। জবাহৰলাল নেহৰুৰ দুৰ্বল নেতৃত্বৰ কাৰণেই যে অসমৰ সমস্যা যে বৃদ্ধি পাইছিল সেই কথাও তেওঁ প্ৰসংগক্ৰমে বিভিন্ন বন্ধুবৰ্গৰ আগত কৈছিল। ব্ৰহ্মচৌধুৰী সংসদৰ সদস্য হৈ থাকোঁতে ভাৰতীয় জনজাতীয় লোকসকলৰ উন্নতিৰ কাৰণে এটা সুকীয়া বিভাগ খুলিবলৈ অপৰিসীম চেষ্টা কৰিছিল। অসমত কৃষি উদ্যোগ স্থাপন, ৰেললাইন সম্প্ৰসাৰণ, শোধনাগাৰ স্থাপন আৰু তেতিয়াই যোগাযোগাত্ত দলং নিৰ্মাণ আদিৰ কাৰণে সবল যুক্তি উত্থাপন কৰিছিল। তেওঁৰ যত্নতে সেই সময়ত গোৱালপাৰা আৰু গাৰো পাহাৰত কে'বাটাও সমূহীয়া উন্নয়ন খণ্ড স্থাপিত হৈছিল। এম পি হোৱাৰ আগযেও তেওঁ ১৯৪৬ চনত ধুবুৰী লোকেল ব'ৰ্ডৰ উপ-সভাপতি আৰু পাচত স্কুল ব'ৰ্ডৰ সদস্য হৈ থাকোতে ধুবুৰী মহকুমাৰ নিম্ন প্ৰাথমিক বিদ্যালয়সমূহত অসমীযা ভাষা প্ৰচলন কৰাইছিল। এই ক্ষেত্ৰত গুৱাহাটী উজান বজাৰৰ কমলাকান্ত ভট্টাচাৰ্যৰ সহায-সহযোগিতাৰ কথা তেওঁ বিশেষভাৱে উল্লেখ কৰিছে।

অসম সাহিত্য সভাৰ সভাপতি হিচাপে তেওঁ অসম আৰু অসমীয়াৰ বাস্তৱ সমস্যা আৰু আমাৰ দোষ-ত্ৰুটী বিলাকত স্পষ্ট আৰু নিৰপেক্ষভাৱে দাঙি ধৰিছিল। অষ্টচত্বাবিংশ তিনিচুকীয়া অধিবেশনত (১৯৮১) অসমীয়া জাতিৰ গঠনৰ কথা বিশ্লেষণ কৰোতে বিভিন্ন জনগোষ্ঠীৰ একতাৰ বলত বলিষ্ঠ হোৱা অসমীযা জাতিৰ একতা নষ্ট হৈ দলাদলি হ'লেই মৰণ বুলি তেওঁ সকীযাই দিছিল। আমাৰ সাহিত্যিক সকলকো তেওঁ অসমীয়া জাতিৰ গঠন বুজি কোনো অংগ গোষ্ঠীক অনাদৰ অৱহেলা নকৰি বুকুত সাবটি লৈ সাহিত্য সৃষ্টি কৰিবলৈ নিবেদন জনাইছিল। সেই অধিবেশনতে তেওঁ বিদেশী নাগৰিকৰ প্ৰব্ৰজন বন্ধ কৰিবলৈ চৰকাৰক কেতবোৰ গঠনমূলক পৰামৰ্শ দিয়াৰ লগতে অসমৰ ডেকা চামক স্বাবলম্বী হ'বলৈ ব্যৱসায-বাণিজ্যত মনোনিবেশ কৰিবলৈ কাতৰ অনুৰোধ কৰিছিল।

'এতিয়াৰ পৰাই যদি অসমীয়া মানুহৰ মন এনে ধৰণে তৈয়াৰী নহয়, তেন্তে যুগ যুগ ধৰি আন্দোলন চলালেও আমাৰ এই সমাস্যা সমাধান নহয়।'

১৯৮২ চনৰ ২৩ নৱেম্বৰৰ দিনা এইজনা সিংহ পুৰুষে জীৱন যাত্ৰাৰ সমৰণি পেলালে। ■

# প্ৰবীণ সাহিত্যিক
# সত্যনাথ বৰা



এইবাৰৰ এই শিতানত লেখিবলৈ লৈছো প্ৰবীণ সাহিত্যিক সত্যনাথ বৰাৰ কথা। এইজনা সাহিত্যিকে জীৱনৰ ভাটি বয়সত আৰ্ল ল' কলেজৰ লগতে অসমীয়া বিভাগ-কটন কলেজত অধ্যাপক নিযুক্ত হৈছিল। অৱশ্যে শাৰীৰিক অসুস্থতাৰ বাবে অসমীয়া অধ্যাপনা এৰি দিয়ে যদিও আইনৰ অধ্যাপনা জীৱনৰ শেষলৈকে কৰি আছিল।

গুৱাহাটীৰ ভৰলুমুখত ১৮৬০ চনত সত্যনাথ বৰাৰ জন্ম। তেওঁ বয়স কথমপি সাত বছৰ হওঁতেই মাতৃৰ মৃত্যু হয় আৰু তেওঁ ন-বছৰত ভৰি দিওঁতেই পিতৃ বিয়োগ হয়। গতিকে, সত্যনাথ আৰু হেমকান্তি নামেৰে তেওঁৰ চাৰি বছৰীয়া ভনীয়েক তেওঁলোকৰ একমাত্ৰ অভিভাৱিকা সূৰ্যা বৰবৰানী বুঢ়ীমাকৰ প্ৰতিপালনত জীৱন ধৰিবলগীয়া হয়।

পাঁচ বছৰীয়া বয়সত, পিতৃৰ জীৱন কালতে সত্যনাথক শিক্ষাত লগোৱা হয়। সেই কালত অসমৰ পঢ়াশালিত অসমীয়া নচলি বঙলা ভাষাহে চলিছিল। কিয়নো ব্ৰিটিছ শাসনৰ আদিছোৱাত বঙালী চৰকাৰী বিষয়াৰ কূট বুজনিত চৰকাৰ বাহাদুৰে অসমীয়া ভাষাকে বঙলাৰ অপভ্ৰংশ বুলি ভাবি অসমৰ আদালতত আৰু সদৌ পঢ়াশালিত বঙলা ভাষা চলাইছিল। গতিকে সত্যনাথে মদন মোহন তৰ্কালঙ্কাৰৰ 'শিশুশিক্ষা' আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ 'বৰ্ণ পৰিচয়'

কিতাপৰ জৰিযতে ক খ শিকি 'মধ্য বঙ্গ বিদ্যালয'ৰ ছাত্ৰ বৃত্তি পৰীক্ষালৈকে বঙলা সাহিত্য অধ্যযন কৰিবলগীযা হৈছিল। বুঢীমাকৰ জৰিযতে সত্যনাথে লিখা-পঢাত ইমানকৈ অতি কষ্টেৰে উদ্গতি কৰে, তেতিয়া তেওঁৰ ভাতমুঠিৰো এনে টান পৰিছিল যে কেতিয়াবা ভীমকল খাই তেওঁ স্কুল কৰিব লগাত পৰিছিল। তাৰপাচত সেই অবস্থাতেই সত্যনাথক ইংৰাজী হাইস্কুলত নাম লগাই দিয়া হয। কিন্তু সত্যনাথৰ এনে দুৰ্ভাগ্য যে তাত দুবছৰমান পঢ়োতেই, একমাত্ৰ জীৱন ধৰণী বুঢীমাকৰো মৃত্যু হয। এইবাৰ সত্যনাথ সমূল নিঠৰুৱা হৈ পৰিল, স্কুলত পঢ়ক ছাৰি পেটৰ ভাতমুঠিও নিমিলা হ'ল। স্কুলীয়া ছাত্ৰ হিচাপে সত্যনাথ বৰ চোকা বুদ্ধিৰ পৰিচয দিছিল। স্কুলৰ শ্ৰেণী শিক্ষাত আৰু বছৰেকীযা মহলাত তেওঁ সততে প্ৰথম-দ্বিতীয় হৈ ৰ'ব পাৰিছিল। সেই গুণলে চাই, সত্যনাথে অকালতে স্কুল এৰিব লগা হোৱাত শিক্ষকসকলে আক্ষেপ কৰি কেনেকৈনো তেওঁক আকৌ স্কুলত ভৰ্তি কৰিব পাৰি তাৰ উপায চিন্তিবলৈ ধৰিলে। ফলত এই হ'ল যে দদাযেক সোণাৰাম বৰাই সত্যনাথক হাইস্কুলত পুনৰ নাম লগাই দিলে, আৰু ল'ৰাই যিমানলৈকে পঢিব পাৰে সিমানলৈকে তেওঁ গাত ল'লে। সোণাৰাম বৰা সেই সমযত এজন আঢ্যৱন্ত লোক আছিল, গতিকে তেওঁ অকাতৰে সত্যনাথক পঢৱালৈ ধৰিলে।

১৮৮১ চনত সত্যনাথ বৰাই দ্বিতীয বিভাগত এণ্ট্ৰেঞ্চ পাছ কৰি কলিকতাৰ কলেজত পঢিবলৈ মন মেলিলে। বিদ্যোৎসাহী দদাইযেকে তেওঁৰ সেই সংকল্প কাৰ্যত ফলিয়াবলৈ আনন্দেৰে আগবাঢিলে। সেই কালত হেনো কলিকতালৈ যাবলৈ সদাগৰী বৰজাহাজৰ বাদে আন কোনো যানবাহনৰ ব্যৱস্থা নাছিল। সত্যনাথ যিখন জাহাজত ডিব্ৰুগড়ৰ পৰা ১০ দিন ভটিয়াই আহিছিল সেইখন জাহাজত আন এজন অসমীযা গুৱাহাটী পাইছিলহি। সেই জাহাজতেই বৰা আৰু সেই অসমীযা ছাত্ৰ জনৰ মিলন হয়। একেটা উদ্দেশ্যৰ দুটি অসমীয়া ছাত্ৰ লগলাগি দুটি ভাই-ককাইৰ দৰে মহা মিলা-প্ৰীতিৰে ভটিযাই গ'লগৈ। গুৱাহাটীৰ পৰা ন দিনৰ মূৰত সিবিলাক গোৱালন্দত নামিলগৈ। তাৰ পৰা ৰেলত উঠি পাছদিনা দুযো নিৰাপদে কলিকতা পালেগৈ। সেই সমযত কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰবৰ্গে ১০৪ নম্বৰ আমহাৰ্ষ্ট ষ্ট্ৰীটত এটি ছাত্ৰবাস (Mess) পাতিছিল, তাতে বৰা আৰু তেওঁ দুযো থিত ল'লেগৈ। সেই বছৰতে আনন্দমোহন বসু, হেৰম্বচন্দ্ৰ মৈত্ৰ, কৃষ্ণ কুমাৰ মিত্ৰ প্ৰভৃতি জনচেৰেক দেশহিতৈশী পুৰুষৰ উদ্যোগত, বোম্বাই প্ৰেছিডেন্সিৰ 'ফাৰ্গুচন কলেজ'ৰ আৰ্হিৰে, কলিকতাত 'চিটি কলেজ' নামেৰে সেই কলেজতে সত্যনাথ বৰা এফ এ মহলাত ভৰ্তি হ'লগৈ।

পাচত নতুন কলেজত ভৰ্ত্তি হ'লগৈ। পাচত নতুন কলেজত ভৰ্ত্তি হৈ বি এ পাছ কৰিলে। শেষত তেওঁ নিজৰ সাঁচতীয়া ধনেৰে বি এল পাছ কৰিলে।

কোৱা বাহুল্য যে স্কুলীয়া ছাত্ৰাৱস্থাৰ পৰাই সত্যনাথৰ কোমল অন্তৰত সাহিত্যিক ৰাপৰ নিজৰা চিৰ্‌ছিৰ্‌কৈ বৈ আছিল, কলেজীয়া ছাত্ৰাৱস্থাত পথ প্ৰশস্ত পাই সি প্ৰকাশ্যে কুলকুলকৈ প্ৰবাহিত হ'বলৈ ধৰিলে। সেই কালৰ অসমীয়া আলোচনীত প্ৰকাশিত হোৱা তেওঁৰ প্ৰবন্ধাদি আৰু সভা-সমিতিত দিয়া ৰচনা বক্তৃতাদিত সত্যনাথৰ সাহিত্যিক প্ৰতিভাৰ চিন ফুটি ওলাবলৈ ধৰিলে। তদুপৰি সাহিত্য পুথি ৰচনাৰ আঁচনিয়ে তেওঁৰ সাহিত্যানুৰাগ বহলাই দেখুৱালে। 'জোনাকী' আৰু 'বিজুলী' আলোচনীত প্ৰচাৰিত হোৱা পণ্ডিত পানীন্দ্ৰনাথ গগৈৰ দুই-চাৰিটা গদ্য, পদ্য আৰু প্ৰবন্ধই যেতিয়া অসমীয়া সাহিত্যত তেওঁৰ স্বাভাৱিক ৰাপ আৰু অধিকাৰৰ চিনাকি দিছিল, তাৰ আগতে সত্যনাথ বৰাৰ কেইটিমান মাথোন গদ্য আৰু পদ্য ৰচনাই অসমীয়া সাহিত্যৰ প্ৰতি তেওঁৰ আন্তৰিক অনুৰাগ ফুটাই দেখুৱাইছিল। পাচত গগৈৰ 'ল'ৰাশিক্ষা' পুথিলানিয়ে যিদৰে ৰাইজৰ আগ্ৰহ আকৰ্ষণ কৰিছিল, তাৰ আগতে বৰাৰ 'সাহিত্য-বিচাৰ' পুথিৰ আঁচনিয়ে অসমীয়া সাহিত্যিকৰ অন্তৰত তদ্ৰূপ আশাৰ সঞ্চাৰ কৰিছিল। এই আঁচনি বৰাই কলিকতীয়া কলেজীয়া ছাত্ৰাৱস্থাতে আঁকিবলৈ আৰম্ভ কৰে। তদুপৰি, সভা-সমিতি আদিত যোগ দি, তাত ৰচনা পাঠ কৰা আৰু মৌখিক বক্তৃতা দিয়াত সত্যনাথ বৰা বৰ ভাল আছিল। সেই সময়ৰ কলিকতাৰ এ এছ. এল ক্লাব'ত (কলিকতাত অসমযীয়া ছাত্ৰৰ সাহিত্যিক সমিতি) তেওঁ দিয়া বৰ্ক্তৃতাই সকলোকে মুগ্ধ কৰিছিল।

এই ছেগতে আৰু দু-আষাৰ কৈ থোৱা যায যে অসমীয়া সাহিত্য, শিল্প আদিৰ প্ৰচাৰ কাৰ্যত সেই কালৰ কলিকতা প্ৰবাসী অসমীয ছাত্ৰ আৰু অন্যান্য অসমীয়া জনসাধাৰণৰ বিশেষ অনুভূতি আৰু সহানুভূতি প্ৰকাশ পাইছিল।

বি এল পাছ কৰি উঠি সাত্যনাথ বৰাই ১৮৮৯ খৃ° গুৱাহাটীত ওকালতি আৰম্ভ কৰেহি। তেতিযালৈকে গুৱাহাটীত অসমীয়া বি এল নাছিল। গতিকে নতুনকৈ পোন প্ৰথম বি এল উকীল পাই গুৱাহাটীৰ অসমীয়া ৰাইজে বৰ আনন্দেৰে মোক্কেল আদি গোটাই দি তেওঁক সহায কৰিবলৈ ধৰিলে। এনেদৰে বছৰ দহেকমান ওকালতি কৰাৰ ফলত সত্যনাথ বৰা যথাযথৰূপে এজন আঢ্যৱন্ত লোক হৈ জিলিকি উঠিল। শেষলৈ তেওঁ সৰু-সুৰা গোচৰত থিয হ'বলৈ আহৰি নোপোৱাত পৰিল। 'কটন কলেজ'ত অসমীযা অধ্যাপক আৰু

'আৰ্ল আইন কলেজ'ত আইন বক্তাৰ বাব গ্ৰহণ কৰাৰ পৰা সত্যনাথ বৰাই ডেপুটি কমিচনাৰৰ কাছাৰিৰ আদালতৰ সংস্ৰব পৰিহাৰ কৰি কেৱল কমিচনাৰ আৰু জজৰ আদালতৰ শকত আপীল গোচৰাদিত উপস্থিত হোৱাৰ নিয়ম বান্ধি ল'লে। ইমানতো সাহিত্য চৰ্চালৈ সময়ৰ নাটনি পৰাত, তেওঁ 'কটন কলেজ'ৰ অধ্যাপকৰ শোভনীয় বাবটিও প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হৈছিল।

অসমীয়া সাহিত্যৰ প্ৰতি অনুৰাগ আৰু তাৰ উন্নতি সাধিবলৈ ধাউতি সত্যনাথ বৰাৰ অন্তৰত অতি প্ৰখৰ আৰু বৰ প্ৰবল আছিল। সেই কাৰণেহে ওকালতিৰ নিচিনা এটি ব্যৱসায়ত ধৰিও তেওঁ সেই অনুৰাগ ৰসালকৈ আৰু সেই ধাউতি কোবালকৈ ৰাখি সংসাৰত চলিব পাৰিছিল। তাৰ ফলস্বৰূপে ওকালতিৰ কালত সত্যনাথ বৰাই কে'বাখনো সজ আৰু সাৰুৱা অসমীয়া গ্ৰন্থ প্ৰচাৰ কৰিছিল, তাৰ ভিতৰত এই কেইখনৰ নাম লেখত ল'বলগীয়া— 'গীতাৱলী' 'সাহিত্য বিচাৰ', 'সাৰথি', 'চিন্তাকলি', 'বহল ব্যাকৰণ' আৰু 'আকাশ ৰহস্য'। সত্যনাথ বৰাৰ ভাষা আছিল নিভাঁজ অসমীয়া। মনোভাঁৱ ব্যক্ত কৰিবলৈ নিভাঁজ অসময়ীয়া শব্দ বিচাৰি নোপোৱা নোহোৱালৈকে তেওঁ অনুস্বাৰ বিসৰ্গ বৰ্জিত বঙলুৱা সংস্কৃতীয়া শব্দ ব্যৱহাৰ নকৰিছিল।

ৰাজনৈতিক ক্ষেত্ৰতো সত্যনাথ বৰাৰ ঠাই ঠেক নাছিল। দেশৰ অভাৱ-অভিযোগ আদি গুচাবৰ অৰ্থে আবেদন-নিবেদন আদি যুগুত কৰাত আৰু সেই উদ্দেশ্যে সভা-সমিতি পাতি ৰাইজে কৰা আন্দোলন আদিত নীৰৱ কৰ্মী সত্যনাথ বৰাই নীৰৱে যোগদান কৰিছিল। পোন প্ৰথম অসম কাউন্সিলত দেশৰ উন্নতি কল্পে আৰু ৰাইজৰ হিতাৰ্থে আলোচিত হোৱা শাসন সংক্ৰান্ত বিষযবোৰত তেওঁ আন্তৰিকতাৰে সৈতে সজ পৰামৰ্শ দানেৰে সততে সহায কৰি ৰং পাইছিল।

১৯১৭ চনত, 'অসম এছ'চিযেছন'ৰ পঞ্চদশ বছৰেকীয়া অধিবেশন সত্যনাথ বৰাৰ সভাপতিত্বত শিৱসাগৰত বহে। এছ'ছিয়েছনৰ সেই বৈঠকৰ সভামণ্ডপতে স্বৰ্গীয পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিত্বত 'অসম সাহিত্যিক সন্মিলনী'ৰ পোন প্ৰথম অধিবেশনো বহিছিল। সাহিত্যিক সন্মিলনীত পৰম উল্লাহেৰে যোগদান কৰি আৰু একান্ত মনেৰে সভাপতিৰ অসমীয়া অভিভাষণ পাঠ শুনি বৰাই সৰলভাৱে সন্তোষ প্ৰকাশ কৰিছিল। পাছদিনা সেই মণ্ডপতে 'অসম এছ'চিযেছন' বৈঠকৰ সভাপতিৰ আসন গ্ৰহণ কৰি সত্যনাথ বৰাই তেখেতৰ সাৰুৱা শুৱলা আৰু জ্ঞানগৰ্ভ ইংৰাজী অভিভাষণ স্বাভাৱিক অঙ্গী-ভঙ্গীৰে পাঠ কৰি সমবেত ৰাইজক মোহিত কৰিছিল।

ইচ্ছাময়ৰ ইচ্ছাত সত্যনাথ বৰাৰ এখনি সুখৰ সংসাৰ গঢ়ি উঠিছিল। তেওঁ ওকালতি কৰি থাকোতেই স্বৰ্গীয় লক্ষীৰাম নামতিযাল বৰুৱাৰ জীযাৰীক বিযা কৰায। এওঁ এগৰাকী শান্তিময়ী মহিলা আৰু দিপ্‌লিপ শিপিনী আছিল। বাহিৰত স্বামী-সাহিত্যিক-শিল্পী, ভিতৰত ভাৰ্যা-গৃহিনী-শিপিনী দুয়োৰে স্বভাৱ-চৰিত্ৰ, আৱ-ভাৱ, ৰীতি-নীতি, সাংসাৰিক গঢ-গতিত দুযো একে ধৰণৰ আছিল, দুযো দুয়োকে সংসাৰত অপৰিহাৰ্য সহায-সাৰথি যেন দেখিছিল। তাৰ ফলেই আছিল তেওঁ বিলাকৰ দাম্পত্য সুখ আৰু সম্পদ। সত্যনাথৰ সংসাৰ পোনতে তেওঁৰ পিতৃভেটি ভৰলুমুখত প্ৰতিষ্ঠিত হৈছিল, পিচে, আবেলি বযসত তেওঁৰ বহুল সংসাৰলৈ সেই ঠাই ঠেক বুজোৱাত তেওঁ গুৱাহাটীৰ উজান বজাৰৰ দীঘলী পুখুৰীৰ পাৰত মাটি কিনি লৈ, এখন নতুন ঘৰ কৰিছিল। নতুন ঘৰ-দুৱাৰ পুৰণি কৰি বসতি কৰা কিছুমান বছৰৰ পাচত, স্বামী-ভাৰ্য্যা দুযোৰে স্বাস্থ্য পৰি যাবলৈ ধৰিলে। কালত সেযে কাল হৈ অকালত দুযো-দুযোকে পিছ পেলাই আগবাঢিবলৈ বাঞ্ছা কৰিছিল, কিন্তু নিযতিৰ নিৰ্ধাৰিত নীতি অনুসৰি, নিজ মুক্তিমাৰ্গ চিকণাই সুগম কৰাৰ অৰ্থে স্বামী আগবাঢ়িল, ভাৰ্য দুমাহ মানৰ পাচতহে স্বামী অনুগামী হ'ল। সত্যনাথৰ ভুবন মোহিনীৰ সংসাৰত দুটি সুযোগ্য পুত্ৰ বংশধৰ হৈ গ'ল— প্ৰথমটি অম্বিকানাথ বৰা আৰু দ্বিতীযজন জ্ঞাননাথ বৰা।

যিযেই নহওক সত্যনাথ বৰা এজন একনিষ্ঠ সাহিত্যসেৱক আৰু নিভাঁজ অসমীযা লেখক আছিল। সত্যনাথ ভাবত অসমীযা চিন্তাত অসমীযা, ভাষাত অসমীযা, শব্দত অসমীযা, বাক্যত অসমীযা, ব্যাকৰণত অসমীযা আৰু ব্যাখ্যাতো সুগম অসমীয়া সাহিত্যিক আছিল। □

## বাগ্মীবৰ কটনিযান

# ককা নীলমণি ফুকন



চিৰ কৌমাৰ্য্য ব্ৰতধাৰী অতি ওজস্বী ভাষাৰ অধিকাৰী ৰসাল কথা আৰু সুন্দৰ ভাষাৰে মানুহৰ মন মুহিব পৰা, বক্তৃতা দিব পৰা গুণ সম্পন্ন, আজীৱন সাহিত্য সাধনাত ব্ৰতী ককা নীলমণি ফুকন এগৰাকী প্ৰবাদ পুৰুষ স্বৰূপ। চিৰকুমাৰ আছিল বাবেই তেওঁক সকলোৱে 'ককা সম্বোধনেৰে মাতিছিল আৰু কথাত অতি বাগ্মিতা প্ৰদৰ্শন কৰিব পাৰিছিল কাৰণে তেওঁক কোৱা হৈছিল 'বাগ্মীবৰ।

ককা নীলমণি ফুকন এজন প্ৰাক্তন 'কটনিযান আছিল। সেয়েহে আজিৰ এই কটন গৌৰৱ নে অসম গৌৰৱত তেওঁৰ কথাই লিখিবলৈ লৈছোঁ। ফুকনদেৱৰ জন্ম ২২ জুনত। প্ৰায় শতবৰ্ষ পূৰ্ণ কৰি আঠানৱৈ বছৰ বযসত ইং ১৯৭৮ চনৰ ২০ জানুৱাৰীৰ দিনা পৰলোক গমন কৰা ককা ইমূৰৰ পৰা সিমূৰলৈ আছিল আদৰৰ, সন্মানৰ এগৰাকী জনপ্ৰিয ব্যক্তি। পঞ্চাশ বছৰ বযসলৈকে তেওঁ ডিব্ৰুগড়তে কটাই পাছত যোৰহাটত নিগাজিকৈ থাকিবলৈ লয়। তেওঁৰ পিতৃৰ নাম আছিল লম্বোদৰ ফুকন আৰু মাতৃ আছিল চন্দ্ৰাৱলী ফুকননী।

নীলমণি ফুকনে সাত-আঠ বছৰ বযসত প্ৰাথমিক বিদ্যালয়ত শিক্ষাৰম্ভ কৰে ডিব্ৰুগড়ত। ইং ১৮৯৩ চনত তেওঁ ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ ডিব্ৰুগড়

চৰকাৰী হাইস্কুলত অধ্যয়ন কৰিবলৈ লয় আৰু পাছত তেওঁ এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। তাৰ পাছত তেওঁ কলিকতাৰ প্ৰেচিডেন্সি কলেজত এফ এ (ফাৰ্ষ্ট আৰ্টছ) শ্ৰেণীত প্ৰথম বাৰ্ষিকত ভৰ্তি হয় যদিও ১৯০১ চনত কটন কলেজ প্ৰতিষ্ঠা হোৱাত তালৈ বদলৈ হৈ দ্বিতীয় বাৰ্ষিকত ভৰ্তি হয়। ১৯০৫ চনতহে তেওঁ এই পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত তেওঁ কোচবিহাৰৰ ভিক্টোৰিয়া কলেজৰ পৰা ১৯০৭ চনত বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ কলিকতাত আইনৰ শিক্ষাও গ্ৰহণ কৰিছিল। অৱশ্যে এই অধ্যয়ন তেওঁৰ অসম্পূৰ্ণ হৈ থাকে।

ফুকনদেৱে চাকৰি জীৱন আৰম্ভ কৰিছিল শিক্ষকতাৰে। ডিব্ৰুগড়ৰ জৰ্জ ইনষ্টিটিউটৰ তেওঁ আদিৰে পৰা গুৰি ধৰি এই অনুষ্ঠানতে তেওঁ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰিছিল সুদীৰ্ঘ ১৫ বছৰ। ১৯১১ চনৰ পৰা ১৯২৫ চনলৈকে তেওঁ উক্ত অনুষ্ঠানতেই শিক্ষা সেৱাত ব্ৰতী আছিল।

ফুকনে তদানীন্তন ৰাজনীতি, সমাজনীতি, শিক্ষানীতি আদিৰ প্ৰতি সদায় সচেতন আছিল। ইং ১৯৩৫ চনত তেওঁ জাতীয় কংগ্ৰেছত যোগ দিয়ে। ইংৰাজী ১৯৪৮ আৰু ইং ১৯৫২ চনত তেওঁ কংগ্ৰেছৰ ফালৰ পৰা বিধানসভাৰ সদস্য নিৰ্বাচিত হৈছিল। ইংৰাজ আমোলতো ১৯২১ চনত তেওঁ অসম কাউন্সিলৰ সদস্য আছিল। তেওঁ ইংৰাজী শিক্ষা পদ্ধতি পছন্দ কৰা নাছিল। বৰং প্ৰকৃত শিক্ষা বেদ, উপনিষদৰ পৰা পোৱা সম্ভৱ বুলিহে কৈছিল। তেওঁ কৈছিল 'ছাত্ৰ সমাজক ৰাজনীতিৰ পৰা আঁতৰাবলৈ হ'লে সমাজনীতিৰ 'ইনজেকশ্যন' দিব লাগিব। ভাৰতৰ স্বাধীনতা আন্দোলন বিশ্বশান্তি আন্দোলন আৰু বিশ্বমৈত্ৰী স্থাপন আদি আন্দোলন তেওঁ সক্ৰিয় অংশগ্ৰহণ কৰিছিল। অসম জাতীয় মহাসভাৰ গোৰেশ্বৰ শাখাৰ তৃতীয়া অধিবেশনৰ তেওঁ সভাপতি নিৰ্বাচিত হৈছিল। এই সভাত তেওঁ দিয়া ভাষণ আছিল অসমীয়া লোকৰ স্বাৰ্থৰ অনুকূলে।

আদৰ্শ শিক্ষাবিদ হিচাপে ফুকনৰ শিক্ষা, শিক্ষক আৰু ছাত্ৰৰ প্ৰতি থকা ধাৰণা আলোচনা কৰিবলগীয়া। তেওঁ লেখা প্ৰবন্ধৰাজি আৰু বিভিন্ন ছাত্ৰ শিক্ষকৰ সন্মিলনত দিয়া লিখিত ভাষণ সমূহৰ পৰা শিক্ষা, শিক্ষক, ছাত্ৰ সম্পৰ্কে থকা বাগ্মীবৰৰ মনোভাব ধৰিব পাৰি। বহুবছৰ ধৰি নিজে শিক্ষক আছিল কাৰণে শিক্ষা জগতৰ কথা তেওঁ সূক্ষ্মভাৱে চালি-জাৰি চাব পাৰিছিল। তদুপৰি শিক্ষক আৰু ছাত্ৰই সন্মুখীন হোৱা নানা সমস্যাৰ কথা তেওঁ গভীৰভাৱে উপলব্ধি কৰিব পাৰিছিল। এই সম্পৰ্কত দিয়া তেওঁৰ গঠনমূলক পৰামৰ্শখিনি চিন্তা

কৰিবলগীয়া বিষয়। তেওঁ প্ৰায় ক্ষেত্ৰতে মহাত্মা গান্ধীৰ মতকে সমৰ্থন কৰিছিল। ফুকন নিজে ইংৰাজী ভাষাত অসাধাৰণ দক্ষতা থকা লোক হ'লেও গান্ধীজীৰ দৰে তেওঁ বিদেশী ভাষাৰ মাধ্যমেৰে শিক্ষা দিয়াত দুৰ্ঘোৰ বিৰোধী আছিল। গান্ধীজীৰ দৰে তেওঁ ভাবে যে ইংৰাজী শিক্ষাই আমাক অকৰ্মণ্য কৰি তোলে। ইংৰাজীৰে চিন্তা কৰিবলৈ, ইংৰাজীৰে ভাব প্ৰকাশ কৰিবলৈ আমাৰ ল'ৰা-ছোৱালীক শিকালে সেই ল'ৰা-ছোৱালীক লোকক গতাই দিয়াৰ নিচিনা হয়। ইয়াৰ পৰিবৰ্তে যি শিক্ষাই ল'ৰা-ছোৱালীক পৰবৰ্তী জীৱনৰ বাবে গঢ়ি তুলিব পাৰে, তেনে শাৰীৰিক, মানসিক, আধ্যাত্মিক সমতা থকা শিক্ষাহে দিয়া উচিত বুলিহে তেওঁ কৈছিল।

ফুকনে কৈছিল শিক্ষা বস্তুটো কিতাপত সোমাই থকা বস্তু নহয়। নিজা বাহু বলেৰে চলিব পৰা শিক্ষাহে প্ৰকৃত শিক্ষা। বৰ্তমানৰ শিক্ষা পদ্ধতি জাতীয় জীৱনৰ আদৰ্শত গঢি নুঠা কাৰণে তেওঁ কেইবা ঠাইতো অসন্তুষ্টি প্ৰকাশ কৰিছিল। এই প্ৰসংগত তেওঁ অতীত ভাৰতৰ শিক্ষা পদ্ধতিৰ লগত বৰ্তমানৰ শিক্ষা পদ্ধতিৰ তুলনা কৰিছিল। অতীত ভাৰতৰ 'প্ৰণিপাতেন পৰিপ্ৰেশ সেৱায়া' শিক্ষাৰ উদ্দেশ্য আছিল। ইয়াৰ ফলত ছাত্ৰৰ অনুসন্ধিৎসা বাঢি গৈছিল। এতিয়া জাপ জাপ পাঠ্যপুথি আৰু সাহায্যিকা আদিয়ে ছাত্ৰৰ মেধাশক্তি নষ্ট কৰি পেলাইছে।

শিক্ষাৰ লগত শিক্ষানুষ্ঠানৰ ঘনিষ্ঠ সম্পৰ্ক থকাৰ কথাও তেওঁ উল্লেখ কৰিছে আৰু শিক্ষা আৰু শিক্ষানুষ্ঠানবিলাক সদায় স্বতন্ত্ৰীয় হোৱা উচিত বুলি মন্তব্য দিছে। স্বাধীনভাৱে দিয়া শিক্ষাৰ তেওঁ পোষকতা কৰিছিল। এই প্ৰসংগত তেওঁ খোলাখুলি ভাবেই কৈছিল— 'আজিকালিৰ এজন অজ্ঞ' বিদ্যাৰ শিক্ষামন্ত্ৰীৰ আগত এজন অগাধ পণ্ডিত বা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যই কি নিৰ্দেশ দিয়ে মুখলৈ চাই থাকিব লাগে'। ইয়াৰ ফলত শিক্ষাৰ ক্ষেত্ৰত বিভিন্ন বৈষম্যই দেখা দিয়া আৰু পবিত্ৰ শিক্ষানুষ্ঠানবিলাকত অপবিত্ৰ লেতেৰা ৰাজনীতিয়ে বিৰাজ কৰাৰ কথা তেওঁ তেতিয়াই আঙুলিয়াই দিছিল।

'শিক্ষা, শিক্ষক আৰু ছাত্ৰ' নামৰ প্ৰবন্ধ এটাত তেওঁ আজিৰ শিক্ষা পদ্ধতি যে মানবীয় আদৰ্শৰ পৰা ফালৰি কাটি আহিছে সেই কথা উল্লেখ কৰিছে। তাত তেওঁ কৈছে— 'শিক্ষাই এতিয়া কেৱল নিবনুৱাৰ পেটৰ কোৰকোৰণি মাৰিলেহে নচলিব। মনৰ অস্থিৰতাও দূৰ কৰিব লাগিব। নৈতিক বল বঢ়াব লাগিব, মানুহৰ ব্যৱহাৰিক আৰু অনুভূতিময় জীৱন পাৰনেজীয়াকে খাপখুৱাই

নিমজ কৰি তুলিব লাগিব। জাতিৰ ঘাই সঞ্জীৱনী শক্তি শিক্ষা যন্ত্ৰ-প্ৰাতিৰ দৰে কমাৰশালত গটি-পটি তোলা বস্তু নহয়। ই কাৰ্যভূমিত ক্ষেত্ৰজ বীজৰ দৰে বৰ্দ্ধিষ্ণু বস্তু। আমাৰ ভাৰতীয় সমাজ ব্যৱস্থাৰ অনুকূলে যোৱা নিকনুৱাই দেশ ছাটি পেলোৱা যুগত দৰিদ্ৰ দেশত 'ঋণংকৃত্বা ঘৃতং পিবেৎ'ৰ অৰ্থনীতি হ'ব লাগেনে? 'অৱস্থা চাই ব্যৱস্থা' অৰ্থনীতি হ'ব লাগে, এনে ধৰণৰ প্ৰশ্ন উত্থাপন কৰি তেখেতে ছাত্ৰ-ছাত্ৰীৰ মন শিপাই যোৱাকৈ পাঠ্যপুথি পাঠ্যক্ৰম ৰচিবলৈ শিক্ষাৰ গুৰি ধৰোতাসকলক পৰামৰ্শ দিছিল।

আকৰ্ষণীয় ব্যক্তিত্বৰ অধিকাৰী বাগ্মীবৰ নীলমণি ফুকনৰ সুদীৰ্ঘ জীৱনটোৰ বহুতো উল্লেখনীয় কাহিনী আছিল। তেওঁৰ ব্যক্তিগত জীৱনৰ কাহিনীবোৰৰ উপৰি ৰাজহুৱা জীৱনৰ এনে দুই-চাৰিটা কাহিনী আছে যি বহুতৰে মনত গভীৰ প্ৰভাৱ পেলাই গৈছে। এনে কাহিনীবোৰে সমযত হাঁহিৰ খোৰাক যোগালেও ইযাৰ গভীৰ প্ৰভাৱ পেলাই গৈছে। এনে কাহিনীবোৰ সমযত হাঁহিৰ খোৰাক যোগালেও ইযাৰ গভীৰ তাৎপৰ্যও আছে। ফুকন মানুহজনৰ একক ব্যক্তিত্বও এই কাহিনীসমূহত সোমাই আছে।

বৃটিছৰ ৰাজত্বৰ দিনৰ কথা। বুৰঞ্জীবিদ সাহিত্যিক বেণুধৰ শৰ্মাই তেওঁৰ জন্মস্থান চাৰিঙত পোনপ্ৰথমবাৰৰ বাবে বীৰপুৰুষ মণিৰাম দেৱানৰ তিথিৰ আযোজন কৰিলে। তালৈকে সভাপতি হিচাপে নিমন্ত্ৰণ কৰিলে বাগ্মীবৰ নীলমণি ফুকনক। বেণুধৰ শৰ্মাৰ ভাষাত শ্ৰীযুত নীলমণি ফুকন তেতিযা ইংৰাজতকৈও এখোপ চৰা। নীলমণি চাহ বাগিচাৰ স্বত্বাধিকাৰী আৰু স্বযং তাৰ মেনেজাৰ। তেজগোৰা, আটোমটোকাৰী সাজপাৰ, ভাল ভাল বিলাতী চাহাবেও ধুনমৰাত চেৰ পেলাব নোৱাৰে। মুখতো হেনো ভিক্টোৰীয়ান যুগৰ ইংৰাজী মাত-কথা আঁখে ফুটাদি ফুটি থাকে। তেতিয়া চৰকাৰী নীতি সমৰ্থন কৰাত ফুকনে সদায় আগভাগ লৈছিল। সেই বুলি অসমীযা জাতিৰ বিধ্বসনা প্ৰস্তাৱ ওলালেই হয ওলোটা প্ৰস্তাৱ দি নহয জাউৰিয়ে জাউৰিযে থকা সৰকাকৈ সমালোচনা কৰি সেই প্ৰস্তাৱ ওফৰাই পঠিযাছিল।

সেইজন ফুকনে সভালৈ আহিবলৈ সন্মতি প্ৰকাশ কৰাত উদ্যোক্তাসকলৰ আনন্দৰ সীমা নোহোৱা হ'ল। তিথিৰ দিনা চাৰিঙত কেউফালৰ পৰা অজস্ৰ মানুহৰ সমাগমত সভাপতি ফুকনক আগে-পাছে, আদিৰ সভাস্থলীলৈ অনা হ'ল। সভামণ্ডপত, প্ৰৱেশ কৰাৰ ক্ষন্তেক পাছতেই এজন লোকে ফুকনক উদ্দেশ্য কৰি বজ্ৰ কণ্ঠেৰে ক'লে— 'বিলাতী কপোৰ পিন্ধি সভাপতি হ'ব নোৱাৰে।

গাৰ কাপোৰ খহাই যদি খহাওক। নহ'লে আমাৰ উঠাইঁক।' এইবুলি বৈ থকা দলে বলে সভাস্থলীৰ পৰা যাবলৈ ওলাল। মানুহজন আছিল নিষ্ঠাবান কংগ্ৰেছ কৰ্মী নৱনাথ শৰ্মা। তেওঁৰ বিষয়ে বেণুধৰ শৰ্মাই কৈছে— 'চৰকাৰ আৰু চৰকাৰী কৰ্মচাৰীৰ প্ৰতি তেওঁৰ মুখখন মুখ নহয় যেনিবা কাতিমহীয়া কৰা ভীমকলৰ মধুনা খাৰহে। সেই কলাখাৰ সদৃশ চোকা অসহযোগী মুখৰ খাৰ কাটিব পাৰিছিল অকল বৃটিছ অনুৰক্ত উচ্চৈশ্ৰাবহেন পুৰুষ নীলমণি ফুকনেহে। ফুকনে তেজস্বী ভাষাৰে প্ৰত্যুত্তৰ দিছিল এইদৰে— 'স্বদেশপ্ৰেম, গাৰ কাপোৰ ডোখৰত সোমাই নাথাকে। মোৰ বুকু ফালি চক্ দেখিব, হনুমন্তৰ দৰে মোৰ বুকুতো লেখা আছে অসমৰ প্ৰতি অচলা ভক্তি। জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী। জন্মভূমিৰ অৰ্থে প্ৰাণ দিম, সিও ভাল, তথাপি কাপোৰ পিন্ধি দেশভক্ত হোৱাতো স্বীকাৰ নকৰো।' সেই দিনাৰ সেই যুদ্ধখন দেখি হেনো সকলোৱে আনন্দ উপভোগ কৰিছিল। সভাপতি ফুকনৰ দুঘন্টা জোৰা অনৰ্গল বক্তৃতা শুনি হেনো চৰকাৰৰ উচ্চ পদস্থ বিষযাসকলেও একমুৰে হেনো কৈছিল— 'নীলমণি ফুকনে ঠিক বাগ্মীবৰ হয়।

সাহিত্যৰ ক্ষেত্ৰত তেওঁ জীৱনৰ ভাটি বেলাতহে একনিষ্ঠক লাগিছিল। আনকি প্ৰতিভা আৰু মনীষাৰ বলত তেওঁ ভাৰতীয় একাডেমিৰো প্ৰতিনিধি হ'বলৈ সক্ষম হৈছিল। ১৯৪৪ চনত শিৱসাগৰত আৰু ১৯৪৭ চনত ডিব্ৰুগডত হোৱা অসম সাহিত্য সভাৰ অধিবেশনতো তেওঁ সভাপতিৰ আসন শুৱনি কৰিছিল। সাহিত্য আৰু সংবাদ সেৱাত ফুকনৰ বৰঙনি আছিল অসীম। ডিব্ৰুগডৰ পৰা প্ৰকাশিত 'আলোচনী' খনৰ তেওঁ কে'বাবাৰো সম্পাদক আছিল। ১৯৩৪ চনত প্ৰকাশিত শিশু আলোচনী 'ন-জোন' খনৰো তেওঁ সম্পাদনাৰ দাযিত্বত আছিল। ১৯৩৯ চনত যোৰহাটৰ পৰা ওলোৱা দাযিত্বত আছিল। ১৯৩৯ চনত যোৰহাটৰ পৰা ওলোৱা সাপ্তাহিক বাতৰি কাকতখনৰ সম্পাদনাও তেওঁৱেই কৰিছিল। ১৯৩৮ চনত পোনতে পুথি আকাৰে তেওঁৰ চতুৰ্দশপদী কবিতাৰ পুথি 'জ্যোতিকণা' প্ৰকাশ হৈ ওলায। তাৰ পাছত ওলায এখন এখনকৈ কেইবাখনো গ্ৰন্থ। সাহিত্য কলা (১৯৪০) জায়াতীৰ্থ ('৪১), চিন্তামণি ('৪২), মানসী ('৪৩), গুটিমালি, ('৫০) জিঞ্জিৰি, ('৫১) তুমিনো নোহোৱা কি ('৭১) ইত্যাদি।

নীলমণি ফুকনৰ কবিতাত মানুহৰ ইন্দ্ৰিয় জগতে ঢুকি নোপোৱা চিৰন্তন সত্যৰ সম্ভেদ বা অনুসন্ধানৰ সুৰ শুনিবলৈ পোৱা যায়। বিশ্বৰ সকলো বস্তুতে অদৃশ্য পৰমাত্মাৰ প্ৰভাব তেওঁ উপলব্ধি কৰিছিল। তেওঁৰ ৰহস্যবাদী কবিতাত

কেতিয়াবা ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰভাৱ পৰা যেন লাগে। নলিনীবালা দেৱীৰ ৰহস্যবাদৰ দৰেই তেৰোঁ সুন্দৰক বিচাৰি হাবাথুৰি খাইছিল, দুৰ্গেশ্বৰ শৰ্মাৰ দাৰ্শনিকতাৰ দৰে তেৰোঁ মানুহক কালৰ হাতৰ পুতলা সদৃশ বুলি কল্পনা কৰিছিল। তথাপি যেনিবা তেওঁলোকৰ কবিতাৰ দৰে ভাবৰ গভীৰতা আৰু প্ৰকাশভংগীৰ চাৰুতাৰ অভাৱ তেওঁৰ কবিতাত চকুত নপৰাকৈ নাথাকে।

তথাপি এইগৰাকী সাহিত্যিকৰ আশাশুধীয়া সাধানা, ৰসাল আৰু ওজস্বী বক্তৃতা, আদৰ্শবাদ, এটি জীৱন-যাপন আদি যে অনুকৰণৰ যোগ্য, সেই কথা অনস্বীকাৰ্য্য। তেওঁৰ এই মহৎ গুণৰাজিৰ স্বীকৃতি স্বৰূপেই নলবাৰীত 'সংস্কৃত সঞ্জীৱনী সভাই তেওঁক সাহিত্য ৰত্ন' উপাধিৰে বিভূষিত কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে 'ডক্তৰ অয়ল' উপাধিৰে তেওঁৰ প্ৰতিভাক স্বীকাৰ কৰি সন্মান জনাইছিল। ইয়াৰ উপৰি চৰকাৰে তেওঁক 'পদ্মশ্ৰী' উপাধিৰেও অলংকৃত কৰিছিল, কিন্তু তেও ইয়াক প্ৰত্যাখান কৰিছিল। ✡

# সাহিত্যাচাৰ্য্য কটনিয়ান
# অতুল চন্দ্ৰ হাজৰিকা



অসমৰ সাহিত্য জগতত এখন বিশিষ্ট স্থান অধিকাৰ কৰা সৰ্বজন শ্ৰদ্ধেয় সকলোৰে মৰমৰ এজন ব্যক্তি আছিল— অতুল চন্দ্ৰ হাজৰিকা। এই শিতানৰ কটন গৌৰৱ নে অসম গৌৰৱত এইজনা ব্যক্তিৰ বিষয়ে আলোকপাত কৰিব বিচাৰিছো।

সাহিত্য আচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ জন্ম হৈছিল গুৱাহাটীৰ উজান বজাৰত ১৯০৩ চনৰ ৯ ছেপ্টেম্বৰ তাৰিখে। তেওঁৰ পিতৃ আছিল নগাঁৱৰ উৰিয়া গাঁৱৰ ৰমাকান্ত হাজৰিকা আৰু মাতৃ নিৰুপমা হাজৰিকা। অসমীয়া সাহিত্যলৈ কাব্য, নাটক, প্ৰবন্ধ, সাধু আদিৰে বিভিন্ন অৱদান যাউতিযুগীয়া স্বাক্ষৰ ৰাখি থৈ যোৱা সাহিত্যিকসকলৰ ভিতৰত নিঃসন্দেহে হাজৰিকাৰ স্থান সবাৰো ওপৰত। লেখৰ জোখৰেও তেওঁ বহু সংখ্যক পুথি ৰচনা আৰু সম্পাদনা কৰিছিল। অসময়ীয়া ভাষাত সৰ্বাধিক সংখ্যাত গ্ৰন্থ ৰচনা কৰা আৰু অসম সাহিত্য সভাৰ দ্বাৰা সাহিত্যচাৰ্য্য উপাধি লাভ কৰা এওঁৱেই প্ৰথম অসমীয়া সাহিত্যিক।

গুৱাহাটী মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুল আৰু কটন কলেজিয়েট স্কুলত পঢ়ি ১৯২৩ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। কটন কলেজৰ পৰা ১৯২৫ চনত আই এছ চি আৰু ১৯২৮ চনত বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৫

চনত আৰ্ল ল কলেজৰ পৰা বি এল ১৯৪১ চনত শ্বিলঙৰ চেন্ট এডমান্টছ্‌ কলেজৰ পৰা বি টি আৰু ১৯৪৩ চনত প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে কলিকতা বিশ্ববিদ্যালযৰ পৰা অসমীযাত এম এ উপাধি লয। বি এ পাছ্‌ কৰি উঠি গুৱাহাটী, বৰপেটা, নগাওঁ, ডিব্ৰুগড আদি ঠাইত কিছুকাল শিক্ষক আৰু স্কুল ইনছপেক্টৰ ৰূপে কাম কৰি ১৯৪৫ চনত কটন কলেজত অসমীযাৰ অধ্যাপক ৰূপে সোমায। ১৯৬১ চনত ইয়াৰ মূৰব্বী অধ্যাপকৰূপে অৱসৰ লয়। ১৯৫৪ চনৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ বি টি শ্ৰেণীৰো অধ্যাপক আছিল।

১৯৩৪ চনৰ ১২ ডিচেম্বৰত হাজৰিকাই 'অভিমন্যু বধ' কাব্যৰ ৰচক নলবাৰীৰ ৰমাকান্ত চৌধুৰীৰ নাতিযেক সাবিত্ৰী চৌধুৰীক বিযা কৰায। ১৯৮৬ চনৰ সাত জুনলৈকে সাবিত্ৰী হাজৰিকাৰ লগত সুখে-সন্তোষে দিন কটাই এগৰাকী জীযাৰী আৰু নাতি-নাতিনীহঁতক এৰি থৈ স্বৰ্গধামলৈ গতি কৰে।

জীযাই থকা কালছোৱাত হাজৰিকাদেৱে বিভিন্ন সাহিত্যিক, সামাজিক সাংস্কৃতিক কামৰ লগত জড়িত আছিল। ১৯৫৩ চনৰ পৰা তেওঁ ১৯৫৬ চনলৈ অসম সাহিত্য সভাৰ সম্পাদক পদত অধিষ্ঠিত আছিল। ১৯৫৯ চনত তেওঁ অসম সাহিত্য সভাৰ নগাঁও অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈ অমূল্য অভিভাষণেৰে অসমীযা ৰাইজক আপ্যাযিত কৰিছিল। ১৯৬৯ চনত তেওঁক গ্ৰন্থ 'মঞ্জুলেখা'ৰ বাবে সাহিত্য একাডেমিৰ পৰা পুৰস্কৃত কৰা হৈছিল। ১৯৭১ চনত ভাৰত চৰকাৰে তেওঁক পদ্মশ্ৰী সন্মানেৰেও সন্মানিত কৰে। অসম সাহিত্য সভাই ১৯৮২ চনত তেওঁক 'সাহিত্যচাৰ্য্য' আখ্যাৰে আখ্যাযিত কৰে।

পোনতে হাজৰিকাই ১৯৩৪ চনত গুৱাহাটীৰ পৰা অমিয কুমাৰ দাসৰ সম্পাদনাত ওলোৱা 'বাঁহী'ত 'চিত্ৰদাস' ছদ্ম নামেৰে কবিতা লিখিবলৈ লৈছিল। পুথি আকাৰে প্ৰকাশ হৈ ওলোৱা তেওঁৰ কবিতাৰ সংকলন কেইখন হ'ল— *পাঞ্চজন্য, দীপালী, কৌমুদী, মণিমালা, মুকুতামালা, মাণিকী-মাধুৰী, ৰুণুক-জুনুক, তপোবন, ৰণ হুংকাৰ, ৰক্তজবা, গান্ধী-মালিকা, সাহিত্য তীৰ্থ, ৰাংঢালি, মণিকূট, ফেঁহুজালি, অপৰাজিতা, ঐকতান, শৰতৰ সুৰ, শতাব্দীৰ আৰ্ঘ্য, গগনাৰ সুৰ ৰুণজুনৰ জিলমিল, মুক্তি গাযত্ৰী, সুন্দৰৰ আৰাধনা, ঝংকাৰ, জযতু জননী, কাম্বদি, প্ৰকৃতিৰ সুৰ, প্ৰেম-পাৰিজাত, সন্ধ্যা আৰতি, দুবৰি পোহৰ, পঞ্চশৰ* আদি এওঁৰ কবিতাৰ প্ৰসঙ্গত ড° সত্যেন্দ্ৰ নাথ শৰ্মাই এই মন্তব্য দিছিল— 'কবি হিচাপে হাজৰিকা সূক্ষ্ম অন্তৰস্পৰ্শী কল্পনাৰ অধিকাৰী নহয। তেওঁৰ বৰ্ণনা প্ৰতিভা আছে, কিন্তু গভীৰ জীৱন-জিজ্ঞাসা, অন্তৰ সন্ধানী, কল্পচিত্ৰ আৰু

অভিনৱ আলোক সম্পতী দৃষ্টিৰ বিশেষ পৰিচয় পোৱা নাযায়। কিন্তু জীৱনৰ সৰু ঘটনা, অৱজ্ঞাতক প্ৰকৃতিৰ শোভা, দৃশ্য আৰু পৰিস্থিতিক তেওঁ বহুতো কবিতাত সৰল বৰ্ণনাৰে আকৰ্ষণী কৰি তুলিছে। স্বদেশপ্ৰেম, মাতৃভূমি আৰু একনিষ্ঠ ভক্তি তেওঁৰ কবিতাৰ বৈশিষ্ট্য। তেওঁৰ কবিতাত অসমৰ প্ৰায় নদ-নদী, ফল-মূল, চৰাই-চিৰিকতিয়ে, কবিতাৰ সাজ পিন্ধি প্ৰকাশ পাইছে।' অৱশ্যে ড° মহেন্দ্ৰ বৰাই কোৱাৰ দৰে 'তেওঁৰ কবিতাত চন্দ সৰস্বতীৰ কটাক্ষপাত সহিব নোৱাৰি বহু সময়ত কবিতা থমকি ৰয়।' সেইবুলি 'তপোবন'ৰ কে'বাটাও কবিতা সুন্দৰ হৈছে। 'দেৱদাসী' তেওঁৰ এটা যুগজয়ী কবিতা। কবি হিচাপে তেওঁ আছিল অনুভূতি প্ৰৱণ, সময় সচেতন। স্বভাৱ কবি হিচাপে তেওঁ যে অসামান্য প্ৰতিভাৰ অধিকাৰী আছিল, সি অনস্বীকাৰ্য। যি বিষয়ৰ ওপৰতেই তেওঁক লিখিবলৈ দিয়া যায় তাৰ ওপৰতেই তেওঁ সুন্দৰ কবিতা ৰচি দক্ষতাৰ পৰিচয় দিব পাৰিছিল। তেওঁৰ কবিতাৰ ভাব স্বতঃস্ফূৰ্ত, ভাষা সাৱলীল আৰু ছন্দও আৰ নলগা। অৱশ্যে দুই-এটা কবিতাত ছন্দৰ ভাৰসাম্যতা আৰু ভাষাৰ প্ৰযোগ বাট নেহেৰুৱা নহয়। তথাপি উপযুক্ত ভাব প্ৰকাশক শব্দৰ প্ৰযোগে তেওঁৰ আন এটি বৈশিষ্ট্য। সমাজৰ সকলো চাম লোকৰ বাবে তেওঁৰ কবিতা বোধগম্য। তেওঁৰ বিভিন্ন কবিতাত পোৱা যায় প্ৰকৃতি জগতৰ বিভিন্ন উপাদান, জাতীযতাবোধ, স্বদেশ-প্ৰেম, সংস্কাৰ ধৰ্মিতা, আধ্যাত্মিকতা আৰু দাৰ্শনিক ভাবৰ প্ৰকাশ।

'মাণিকী-মাধুৰী', 'ৰুণুক-জুনুক' আদি শিশু কবিতা পুথিত সন্নিবিষ্ট আৰু শিশু আলোচনী 'কাকলি' আদিত প্ৰকাশিত শিশু কবিতাবোৰত হাস্যৰসৰ অৱতাৰণা প্ৰাচীন আৰু ঐতিহাসিক আখ্যানৰ উল্লেখ, গ্ৰাম্য লোক বিশ্বাস, অসমমীয়া প্ৰবাদ-পটন্তৰ বা ফকৰা-যোজনাৰ প্ৰয়োগ আৰু শিশু মানসিকতাৰ লগত খাপ খোৱা ভাষা আৰু নীতি শিক্ষা পৰিলক্ষ্যণীয়। তেওঁৰ কেতবোৰ কবিতাত আধুনিক সমাজৰ বিভিন্ন ৰূপো অংকন কৰিছে। আভিজাত্যা ভিমাণী অকাঁজী কিছুমান নাৰী দেখি তেওঁ যেনেকৈ 'তপোবন' খণ্ড কবিতা গ্ৰন্থত মটৰত হাৱা খালে, গধুলি চিনেমা চালে, উন্নতি নে অধোন্নতি' বুলি শ্লেষপূৰ্ণ বাক্যবাণ নিক্ষেপ কৰিছে, দীপালী কবিতা পুথিৰ 'দেৱদাসী' কবিতাত তেনেকৈ সমাজৰ লাঞ্ছিতা অথচ দেৱৰো বঞ্চিতা দেৱদাসীৰ অন্তৰৰ কৰুণ কিনকিনৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰি সংস্কাৰকামী মনৰ পৰিচয় দিয়াৰ উপৰি গভীৰ মানৱীয়তা বোধ প্ৰতিপন্ন কৰিছে। তেওঁৰ সংস্কাৰকামী মনোভাৱ, 'গান্ধী-মল্লিকা' কবিতা সমূহতহে অধিক স্পষ্ট। শৰতৰ নিয়ৰ, বসন্তৰ ব'হাগী, হেমন্তৰ কুঁৱলীৰ বৰ্ণনাও

তেওঁৰ কবিতাত আছে। অসমীয়া গীত-মাত, ঐতিহ্য, কৃষ্টি, সংস্কৃতি, পৰম্পৰাৰ প্ৰতিও যে সচেতন তাৰ পৰিচয় পোৱা যায়। তেওঁৰ কবিতাত প্ৰকাশিত বহু শব্দ, অনুষ্ঠান, উৎসৱ আদিৰ উল্লেখৰ পৰা। 'কাকলি কবিতাৰে 'সৰস্বতীৰ কচ্ছপবীণা', 'সুৰুযৰ সাত ঘোঁৰা', 'ৰামৰ সেউৰ', কবিতাৰ 'বাঁহৰ আগত ভেকুলী নাচে', 'বৰদৈচিলা' কবিতাৰ উল্লেখ মন কৰিবলগীয়া।

কবিতাতকৈযো হাজৰিকা নাট্যকাৰ হিচাপেহে বেছি খ্যাত। তেওঁ লিখা প্ৰথমখন নাটক আছিল 'শুক্লধ্বজা' মাতৃ মঙ্গল, বেউলা, কনৌজ কুঁৱৰী, নন্দ দুলাল, চম্পাৱতী, কুৰুক্ষেত্ৰ, শ্ৰীৰামচন্দ্ৰ, সাবিত্ৰী, নৰকাসুৰ, মৰ্জিযানা, কল্যাণী, শকুন্তলা, বনিজ কোঁৱৰ, ছত্ৰপতি শিৱাজী, মানস প্ৰতিমা, অশ্ৰুতীৰ্থ কুশিল কুঁৱৰী (ৰুক্মিণী হৰণ), আহুতি, নিৰ্যাতিতা (সীতা), দময়ন্তী টিকেন্দ্ৰজিৎ, তপতী, মূলাগাভৰু, বিসৰ্জন, সতী, চেৰছাহ পানিপথ আদি তেওঁৰ ৰচিত উল্লেখযোগ্য নাটক। উক্ত নাটকবোৰৰ ভিতৰত পৌৰাণিক, বুৰঞ্জীমূলক অনুবাদ আৰু বিবিধ বিষয় লৈ লিখা নাটক দেখিবলৈ পোৱা যায়। শিশুৰ বাবেও হাজৰিকাই এসময়ত কে'বাখনো পাঠ্যপুথিও ৰচনা কৰিছিল। সৰল ইংলণ্ডৰ বুৰঞ্জী, মিঠাপাঠ (১ ম ভাগ), মিঠা পাঠ (২ ভাগ) সোণালী ব্যাকৰণ, সোণালী পাঠ, নতুন জোণালী পাঠ ইত্যাদি। এসময়ত পঢ়াশালী পাঠ্য হিচাপে নিৰ্বাচিত হৈছিল।

তেওঁৰ গদ্যহীন কথা সাহিত্যৰ ভিতৰত *'আনন্দ মঠ'*, ভাষণিকা মঞ্চলেখা, স্মৃতিৰ পাপৰি, স্মৃতি লেখা মালিকা আদি উল্লেখযোগ্য।

সাহিত্য ৰচনাৰ ক্ষেত্ৰত তেওঁ নিজে কোৱা মতে, তেওঁৰ ওপৰত ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰোক্ষ প্ৰভাৱ পৰাৰ উপৰি আনন্দ চন্দ্ৰ আগৰৱালা, ৰঘুনাথ চৌধাৰী, আহমদ হাজৰিকা প্ৰভাৱো পৰিছে। মৃত্যুৰ আগমুহূৰ্তলৈকে কলম চলাই যোৱা এইগৰাকী সাহিত্যিক অসম সাহিত্য সভাৰ স'তে অতি ঘনিষ্ঠভাৱে জড়িত আছিল। তিনিবাৰকৈ ইয়াৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হৈছিল (১৯৫৩-৫৪, ১৯৫৪-৫৫, ১৯৫৫-৫৬)। ইয়াৰ নগাওঁ অধিবেশনত (১৯৫৯) সভাপতিত্ব কৰিছিল। ১৯৬৯ চনত অসমীয়া নাট্য জগতৰ বৃহৎ বুৰঞ্জী মঞ্চলেখা গ্ৰন্থৰ বাবে সাহিত্য একাডেমিৰ পুৰস্কাৰ পায়। ভাৰত চৰকাৰে পদ্মশ্ৰী উপাধি প্ৰদান কৰিছিল। আজীৱন সাহিত্য কৃতিৰ বাবে ১৯৮২ চনত অসম সাহিত্য সভাই পোন প্ৰথমবাৰৰ বাবে সূচনা কৰা সাহিত্যাচাৰ্য উপাধিৰে বিভূষিত হৈছিল। এইজনা মহান ব্যক্তিৰ মৃত্যু হয় চাৰিকুৰি বছৰ বয়সত। ❑

## প্ৰতিভাবান কটনিয়ান

# শৰৎ চন্দ্ৰ গোস্বামী



ধীৰ, স্থিৰ, সভাশুৱনি, গহীন গম্ভীৰ সদালাপী, গঠনমূলক কামত সদায় অগ্ৰগণি সেই জন আছিল শৰৎ চন্দ্ৰ গোস্বামী। অসম সাহিত্য সভাৰ জন্ম কালৰে পৰা লাগি ভাগি তাক সৌষ্ঠব দান কৰোঁতাসকলৰ ভিতৰত শৰৎ চন্দ্ৰ গোস্বামী আছিল প্ৰধান।

ইংৰাজী ১৯৮৭ চনৰ ১২ মে'ৰ দিনা তেতিয়াৰ কামৰূপ জিলাৰ নলবাৰী সত্ৰত শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম হৈছিল। গোস্বামী দেৱক পূৰ্বপুৰুষসকল ভাটীৰ নদীয়া শান্তিপুৰৰ পৰা অহা মানুহ। শৰৎ চন্দ্ৰ গোস্বামী দেৱৰ পিতৃৰ নাম আছিল ললিত চন্দ্ৰ আৰু মাতৃৰ নাম মুকুন্দ প্ৰিয়া। তেওঁলোকৰ আঠোটি সন্তানৰ ভিতৰত শৰৎ চন্দ্ৰ আছিল দ্বিতীয় পুত্ৰ আৰু চতুৰ্থ সন্তান গোসাঁই দেৱৰ পিতাক এজন বৰসদ্যচাৰী নিষ্ঠাবান আৰু মিষ্টভাষী লোক আছিল। গভীৰ পাণ্ডিত্য আৰু সজ-আচৰণৰ কাৰণে তেওঁ অকল নলবাৰী সত্ৰৰ শিষ্য ভক্তসকলেই নহয়, দূৰ-দূৰান্তৰ লোকসকলেও বৰ ভক্তি কৰিছিল।

এতিয়া আহোঁ গোসাঁই দেৱৰ শিক্ষাৰম্ভৰ কথালৈ। তেতিয়াৰ নলবাৰী আৰু আজিৰ নলবাৰীৰ বহুত প্ৰভেদ। আজিৰ নলবাৰী জিলাৰ সদৰ হৈছে। তাত আজি অফিচ আদালত, স্কুল-কলেজ আদি নানা অনুষ্ঠান ভৰি পৰিছে।

তেতিয়া তাত স্কুল কলেজৰ নাম গোন্ধই নাই। সমগ্র নলবাৰী অঞ্চলৰ ভিতৰত সেই সময়ত এখন মাত্র মাইনৰ স্কুল আছিল। তাতো ছাত্র সংখ্যা আছিল নিচেই নগণ্য। এই স্কুল গোসাঁইদেৱৰ ঘৰৰ পৰা এমাইল দূৰত। মাইনৰ স্কুলখনত দুটা শাখা আছিল এটা ছাত্র বৃত্তি শাখা আনটো মাইনৰ ১৮৯৭ চনৰ বৰভূঁইকঁপৰ বছৰতে গোস্বামীয়ে নলবাৰী মাইনৰ স্কুলৰ ছাত্র বৃত্তি শাখাত নাম লগায় তেওঁ ছাত্র বৃত্তিত নাম লগাইছিল যদিও তলে তলে কিন্তু ইংৰাজীও শিকিছিল। তেতিয়া তেওঁৰ বয়স আছিল দহ বছৰ। সেই সময়ত গোসাই বামুণৰ ল'ৰাই সাধাৰণতে ছাত্র বৃত্তিত অসমীয়াহে শিকিছিল, ইংৰাজী পঢ়িলে জাত যায় বুলি ভাবিছিল। পিছে ইংৰাজী জনা লোকে ভাল ভাল চৰকাৰী চাকৰি পোৱা দে৷খি সকলোৰে ক্রমে ইংৰাজী শিক্ষাৰ প্রতি মনৰ গতি ঢাল খাইছিল। গোসাইকো অভিভাৱকে ইংৰাজী শিকিবলৈ বাধা দিয়া নাছিল, কিন্তু দেখা দেখিকৈ ছাত্র বৃত্তিতহে নাম লগাই দিছিল। সেই সময়ত বিজয় চন্দ্র মেধি লক্ষ্মীনাথ শৰ্মা বুলি দুজনা বৰ নিষ্ঠাবান শিক্ষক আছিল। ছাত্র আৰু স্থানীয় লোকক, অতিশয় শ্রদ্ধা কৰিছিল। ছাত্রসকলৰ ভাল দেখিলে তেওঁলোকৰো মনত আনন্দৰ পাৰ কূল নোহোৱা হৈছিল। এই খিনিতে উল্লেখ কৰা যায় যে লক্ষ্মীনাথ শৰ্মাই নলবাৰী হাইস্কুলত শিক্ষকতা কৰি থকা কালতেই সৌভাগ্যক্রমে গোসাইদেৱ স্কুল ইনস্পেক্টৰ হৈ এবাৰ সেই স্কুল পৰিদৰ্শন কৰিবলৈ গৈছিল। নিজে পঢ়ুৱা ছাত্রক ইনস্পেক্টৰ ৰূপে পাই তেতিয়া তেওঁ আনন্দত অধীৰ হৈ হেনো শ্রেণীয়ে শ্রেণীয়ে কৈ ফুৰিছিল। দেখিছা, মোৰ ছাত্র শৰৎ এতিয়া ইনস্পেক্টৰ চাহাব হৈ মোৰ স্কুল চাবলৈ আহিছে। তোমালোকেও মনোযোগেৰে পঢ়ি তেওঁৰ দৰে কৃতী পুৰুষ হ'ব লাগিব।

ইংৰাজী ১৯০০ চনত গোসাইদেৱে অসম উপত্যকাত প্রথম হৈ নলবাৰী মাইনৰ স্কুলৰ পৰা ছাত্র বৃত্তি পৰীক্ষাত বৃত্তি লাভ কৰি গুৱাহাটী কলেজিয়েট হাইস্কুলত নাম লগায়। পিতাকে নি তেওঁক কলেজিয়েট স্কুলৰ ছাত্রাবাসত থৈ আহে। পাছলৈ কিন্তু কিছুদিন তেওঁ ছাত্রাবাস এৰি চন্দ্রকান্ত গোস্বামী, শিৱমোহন গোস্বামী আৰু পিতাম্বৰ গোস্বামী নামৰ তিনিজন সহপাঠী বন্ধুৰ লগ লাগি এটা জুপুৰি ঘৰত থাকি নিজে নিজে ৰান্ধি বাঢ়ি খাই পঢ়িবলৈ লৈছিল। পঢ়া-শুনাত সুবিধা আৰু কম খৰচত চলিবৰ কাৰণে তাকে কৰিছিল। পিছত আকৌ ছাত্রবাসলৈ যায়। ছাত্রাবাসৰ অধীক্ষকে তেওঁক উপদেশ দি ছাত্রবাসলৈ পুনৰ নিয়ে। সেই বছৰতে ঘৰতে তেওঁক পিতৃ বিয়োগ ঘটে।

সেই সময়ত হাজোৰ শ্ৰদ্ধাচৰণ চৌধুৰী নামৰ শিক্ষক এগৰাকী ছাত্ৰবাসৰ অধীক্ষক আছিল। ছাত্ৰবাসত থকা কালত আৰু কলেজিয়েট স্কুলত পঢ়া দিনত তেখেতেই গোসাইৰ স্থানীয় অভিভাৱক ৰূপে কাম কৰিছিল। গোসাইৰ চলন ফুৰণ আৰু আচৰণত মুগ্ধ হৈ তেখেতে গোসাইক বিশেষ তদাৰক কৰিছিল।

সৰু কালৰে পৰা চুটি গল্প লিখাৰ প্ৰতি গোসাই ধাউতি দেখা গৈছিল। কলেজিযেট স্কুলত পঢ়া সময়তে তেওঁ চুটি গল্প লিখি কেইবাটাও পুৰস্কাৰ পাইছিল। কালিৰাম বৰ্মন ডাঙৰীয়াই কয়— 'আমাৰ ছাত্ৰাবাসত সুনীতি সঞ্চাৰিণী নামেৰে এখন সভা আছিল। এই সভা প্ৰত্যেক মাহৰ শেহৰটো দেওবাৰে বহিছিল। তাত ৰচনা পাঠ, কবিতা পাঠ, আবৃত্তি-বক্তৃতা আদি হৈছিল। সাহিত্য চৰ্চাৰ কাৰণে গোসাইদেৱে 'অকঁৰ' নামেৰে এখনি মাহেকীযা হাতে লিখা আলোচনী উলিযাইছিল। সেই বয়সত তেওঁক আমি সকলোৱে বিশেষকৈ গৌৰীকান্ত তালুকদাৰ আৰু মই এই দুজনে প্ৰবন্ধ পাতি লিখি পঠাই দি সহায কৰিছিলো, এই 'অকঁৰ'তেই গোসাইদেৱৰ সাহিত্য সেৱাৰ অকঁৰে দেখা দিছিল।

হাইস্কুলৰ তলত শ্ৰেণীত পঢ়ি থকা কালতেই গোসাইদেৱৰ গল্প 'জোনাকী' কাকতত সত্যনাথ বৰা ডাঙৰীযা প্ৰকাশ কৰিছিল। এই গল্প আছিল তেওঁৰ ছপা হৈ ওলোৱা প্ৰথম ৰচনা।

১৯০৫ চনত প্ৰতিযোগীতমূলক বৃত্তিধাৰী গোস্বামীদেৱে বিযাৰ পাছতেই এফ এ পঢ়িবলৈ কটন কলেজলৈ ঢাপলি মেলিলে। মনোযোগেৰে পঢ়ি তেওঁ ১৯০৬ চনত গুৱাহাটী কটন কলেজৰ পৰা এফ এ পাঁচ কৰে। এই পৰীক্ষাতো তেওঁ অসমীযা পৰীক্ষাৰ্থীসকলৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি বৃত্তি আৰু স্বৰ্ণ পদক লাভ কৰে। এফ এ পৰীক্ষা দি উঠি তেওঁ অৱসৰ পাইছিল সেই সময়তে 'পাণিপথ' নামে এখনি উপন্যাস লিখে।

যথা সময়ত গোসাইদেৱে বি এ পঢ়িবৰ কাৰণে কলিকতালৈ যাত্ৰা কৰে। তাত তেওঁ তেতিযাৰ মেট্ৰোপলিটান, এতিযাৰ বিদ্যাসাগৰ কলেজত বি এ শ্ৰেণীত নাম লগায়। বি এত শৰৎ চন্দ্ৰই দৰ্শন আৰু সংস্কৃতত 'অনাৰ্চ' পঢ়িছিল'। কিন্তু পৰীক্ষাৰ সময়ত হোৱা আকস্মিক অসুস্থতাৰ হেতুকে তেওঁ ডাক্তৰৰ পৰামৰ্শ মতে 'অনাৰ্চ' কোৰ্চত পৰীক্ষা দিব নোৱাৰি গোসাইৰ মনে শান্তি পোৱা নাছিল। তেওঁৰ মন ক্ষুদ্ধ আৰু ক্ষুন্ন হৈ আছিল। গতিকে হাতত অৰ্থ সম্বল নথকা সত্বেও তেওঁ এম এ পঢ়িবলৈ মনত বল বান্ধিলে। সেই উদ্দেশ্যে তেওঁ কলিকতালৈ ৰাওনা হ'ল। তেতিযা তেওঁৰ হাতত আছিল ৰূপ

পঞ্চাছ টকা মাত্ৰ, তাকো তেওঁ দদায়েক অধ্যাপক এজনৰ পৰা ধাৰলৈ নিছিল। ইয়াৰ উপৰি সানেকুছি গাঁৱৰ অভয় ৰায় চৌধুৰী নামৰ উদাৰ আঢ্যৱন্ত লোক এজনে তেওঁক মাহে পঞ্চাছ টকাকৈ বিনা সুতে ধাৰ দি থাকিবলৈ গাত লৈছিল আৰু সেই মতে তেওঁৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি আছিল।

এইদৰে কিছুদিন চলাৰ পিছত তেওঁ কলিকতাৰ বিখ্যাত নগেন্দ্ৰ প্ৰিন্টিং ওবাৰ্কছ'ত এটা কাম যোগাৰ কৰি লয় আৰু এম এ পঢ়িবলৈ ধৰে। তেওঁ সংস্কৃতৰ এম এ ও শাখাত নাম লগাইছিল। ছপাখানাত কাম লৈ নিজে টকা আৰ্জিবলৈ সমৰ্থ হোৱাত তেওঁ অভয়ৰাম চৌধুৰীলৈ ধন্যবাদ দি টকা আৰু কিছুদিনলৈ পঠাব নালাগে বুলি সকলো পৰিস্থিতি বুজাই চিঠি লিখিছিল। সেই চিঠি পাই চৌধুৰীয়ে টকা পঠিয়াবলৈ এৰিছিল যদিও গোসাঁইক সঘনে চিঠিৰে উৎসাহ দি আছিল। গোসাই চাকৰিত প্ৰৱেশ কৰিয়েই এই ধাৰ পৰিশোধ কৰে।

ইমান যত্ন আৰু আগ্ৰহ থকাতো কিন্তু গোসাইদেৱৰ এম এ পঢ়া সম্পূৰ্ণ নহ'ল। তেখেতে পৰিস্থিতিৰ পাকত পৰি সিমানতে অধ্যয়ন সামৰি কৰ্ম জীৱন আৰম্ভ কৰিবলগীয়া হ'ল।

গোস্বামীদেৱৰ কৰ্মময জীৱন মঙ্গলদৈত আৰম্ভ হয়। তেওঁ মঙ্গলদৈ লৈ প্ৰথমে অকলে গৈছিল। মঙলদৈত থকা কালদোখৰত গোসাই সকলোৰে বৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। তেওঁৰ হাঁহি মুখ আৰু সজ আচৰণত সকলো সন্তুষ্ট হৈছিল। অৱস্থাৰ হীন ডেটিলৈ নাচাই তেও সৰু বৰ সকলোৰে লগত মধুৰ ব্যৱহাৰ কৰিছিল।

১৯১১ চনত ভাৰতৰ সকলো ঠাইতে সম্ৰাট পঞ্চম জৰ্জৰ সিংহাসন আৰোহন উপলক্ষে উৎসৱ পালন কৰা হৈছিল।

মঙলদৈ চহৰত হোৱা এই উৎসৱ চাবলৈ দূৰ দুৰণিৰ গএঞা ৰাইজৰো সোঁত বৈছিল। এই বিষয়ে সেই সময়ৰ মহকুমাধিপতি মিঃ ফ্ৰিণ্ডে ১৯১১ চনৰ ১৪ ডিচেম্বৰৰ এখন চিঠিত গোসাঁইলৈ লিখিছিল— 'I have just written a note to Ratneswar Babu telling him howmuch we had all enjoyed the various convocation etertainments you had provided The fireworks and theatre were to particularly good that I feel we ought to thank you specially for your share of work Would you please tell your collegues in the sub-committees how pleased we and all our guest from the north have been

Sd R Fnled
14/12/1911

১৯২৮ চনত শৰৎচন্দ্ৰ গোস্বামী অসম উপত্যকাৰে স্কুল ইনস্পেক্টৰ পদত নিযুক্ত হয়। সেই কামত তেওঁৰ ব্যক্তিত্ব লোক সমাজত এনেভাৱে অনুভূত হৈছিল যে তেওঁ সেই কাম ত্যাগ কৰাৰ অনেক দিন পছিলৈকেও স্কুল ইনস্পেক্টৰ বুলিলে সৰ্বসাধাৰণে শৰৎচন্দ্ৰ গোস্বামী বুলিয়ে জানিছিল। স্কুল ইনস্পেক্টৰ হিচাপে গোসাঁয়ে গাঁও ভূইত ব্যাপকভাৱে শিক্ষাবিস্তাৰৰ কাৰণে বিশেষকৈ অসমৰ দাঁতি কাষৰীয়া পাৰ্বত্য অঞ্চলৰ নগা ভূমি, গাৰোপাহাৰ আদিৰ অসমৰ আশে-পাশে থকা এই জনজাতি সমূহক বাদ দি অসমীয়া জাতি তিষ্টিব নোৱাৰে আৰু অসমীয়া মানুহৰ লগত সম্বন্ধ ত্যাগ কৰি এই জনজাতি সমূহৰ মাজতো যাতে অসমীয়া ভাষা শিক্ষা প্ৰচাৰ হয় তাৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰিছিল।

অকল পাহাৰীয়া জাতিসমূহৰ মাজতেই নহয়, মিচিং, কাৰ্বি, লালুং, বড়ো আদি দাতিকাষৰীয়া সকলো জাতি-উপজাতিৰ মাজত অসমীয়া ভাষা প্ৰচাৰ হোৱাটো সকলোৰে কাৰণে হিতকৰ হ'ব বুলি তেওঁ বিবেচনা কৰিছিল।

অসমৰ কাৰণে এখন সুকীয়া বিশ্ববিদ্যালয়ৰ স্থাপন শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনৰ শেষ উদ্যম আছিল। ই আছিল বহুতৰে দৰে তেওঁৰো জীৱনৰ বহুদিনীয়া এটা সঞ্চিত সপোন। চাকৰিৰ পৰা অবসৰ পাই তেও পোণতে জয়ন্তী আলোচনীত গুৱাহাটী বিশ্ববিদ্যালয় শিতানত একাদিক্ৰমে এলানি প্ৰবন্ধ লিখিছিল। অসম বিশ্ববিদ্যালয সম্পৰ্কে বহুতেই সেই সময়ত নিজ নিজ অভিমত আৰু পৰিকল্পনা কাকতে পত্ৰই দাঙি ধৰিছিল। ৰূপকোঁৱৰ জ্যোতি প্ৰসাদে আনকি বিশ্ববিদ্যালয়ৰ পৰিকল্পিত গৃহ নিৰ্মাণ চিত্ৰ পৰ্যন্ত অংকন কৰিছিল। সেই বিষয়ে গোঁসাইৰ নিজা মত আছিল এই যে অসমৰ কাৰণেই হ'ব লাগিব। সেই বুলি কলিকতা বিশ্ববিদ্যালয়ৰ লগত সম্বন্ধ বিচ্ছেদ কৰা তেওৰ লক্ষ্য নাছিল। তেওঁৰ মতে অসম বিশ্ববিদ্যালয় আৰু কলিকতা বিশ্ববিদ্যালয় এখন আনখনৰ পৰিপূৰক হিচাপে থাকিব। বিজ্ঞান বিষয়ৰ গৱেষণা কলিকতা বিশ্ববিদ্যালয়ত সুন্দৰভাৱে হৈ আছে।

১৯৪৪ চনত অসম বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে আন্দোলনৰ যি প্ৰবল জোৱাৰ উঠিছিল তাৰ গুৰিয়াল আৰু গতিনিৰ্দেশকসকলৰ ভিতৰত শৰৎ গোস্বামী আছিল অন্যতম। তেওঁক প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক নিযুক্ত কৰা হৈছিল। সেই চনৰে ১৯ ডিচেম্বৰত গুৱাহাটীত বহা ইউনিভাৰছিটি কনভেঞ্চখনৰ আহ্বায়ক সচিব (চেক্ৰেটাৰী) আছিল তেও নিজে। পিছে বিধাতাৰ নিদাৰুণ বিধানত তেওঁ তাত উপস্থিত হ'বলৈয়ে নাপালে। ইয়াকে কয়— 'আলচা কাৰ্য্য নহয় সিদ্ধি, বাটত আছে কণা বিধি।' তেওঁ ইতিমধ্যে স্বৰ্গীয় হয়। □

## শেৱালি কবি কটনিযান

# ৰত্নকান্ত বৰকাকতী



ৰত্নকান্ত বৰকাকতী কবি হিচাপে তাহানিখনৰ উষাৰ দিনৰে পৰা অসমীয়া সাহিত্যত পৰিচিত। এইজনা কবি অসমীয়া ৰমন্যাসিক কাব্য সাহিত্যৰ (দ্বিতীয় চৰণৰ) এক অনুপম প্ৰতিভা। জোনাকী যুগৰ ৰমন্যাসিক ধাৰা কবিকেইজনৰ ভিতৰত প্ৰায় কেউজনৰে মৃত্যু হৈছিল। এনে সময়ছোৱাতে শেষবাৰৰ কাৰণে অসমীয়া কাব্য সাহিত্যত ৰমন্যাসবাদী প্ৰেমৰ তীব্ৰ কাব্যিক প্ৰকাশ হৈছিল ৰত্নকান্ত বৰকাকতী আৰু দুজনমানৰ কবিতাত। এওঁলোকে ৰমন্যাসিক কাব্য সাহিত্যৰ কবি ৰূপে সুখ্যাতি আৰ্জিছিল।

ৰত্নকান্ত বৰকাকতীদেৱৰ জন্ম হৈছিল নগাঁৱৰ ধিং মৌজাৰ আঠগাঁওত। পিতৃ চাৰিঙৰ পৃথ্বু বৰকাকতী। ৰত্নকান্ত বৰকাকতীয়ে ধিঙত প্ৰাথমিক শিক্ষা সাং কৰি নাগাওঁত মোমায়েকৰ ঘৰত থাকি তাৰ চৰকাৰী হাইস্কুলত পঢে। ১৯১৫ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি প্ৰথমে কটন কলেজত, পাছত কলিকতাৰ ৰিপন কলেজত নাম লগায়। কিন্তু ঘৰুৱা দুৰ্যোগ হেতুকে শিক্ষা সাং নকৰাকৈয়ে ১৯১৭ চনত গুচি আহে আৰু নলবাৰী চৰকাৰী হাইস্কুলৰ শিক্ষক হয়। ১৯১৮ চনত কলিকতাৰ সংস্কৃত কলেজত নাম লগায়, কিন্তু নৰিয়াত পৰি উভতি আহে। পাছত পুনৰ হুগলী কলেজত নামভৰ্তি কৰিছিলগৈ, কিন্তু এইবাৰ অসহযোগ আন্দোলনত যোগ দি পঢ়া এৰে। ১৯২৪ চনত ধিং

মৌজাৰ একটিং মৌজাদাৰী কৰি তিনিবছৰ মান মৌজা চলাই খেতিবাতিত লাগে। ১৯৩৩ চনত মৌজা পাই মৌজাদাৰী কামতে শেষ জীৱনলৈকে থাকে।

পদ্মনাথ গোহাঁইবৰুৱা সম্পাদিত 'উষা' কাকততে প্ৰথমতে বৰকাকতীৰ কবিতা ওলায় যেনেকৈ ওলাইছিল সেই সময়ৰ কে'বাজনো নতুন লিখকৰ কবিতা। কাকতে-পত্ৰই ওলোৱা কেইটামান কবিতাই তেওঁক কবি বুলি জনাজাত কৰি দিয়াৰ পাছত সাহিত্যৰথী বেজবৰুৱাৰ 'বাঁহী'ত তেওঁৰ 'জিনু আৰু ডালিমী' নামৰ প্ৰবন্ধটো প্ৰকাশ পায়। গোহাঁই বৰুৱা আৰু বেজবৰুৱাৰ 'জয়মতী' নাটকৰ দুই 'ৰোমাণ্টিক স্ত্ৰী চৰিত্ৰ জিনু আৰু ডালিমী সম্পৰ্কে লিখা বিশ্লেষণমূলক এই প্ৰবন্ধটোতে বটিয়াকৈ বুজাই দিলে যে বৰকাকতী অকল ভাৱগধুৰ কবিয়েই নহয়, তেওঁ এজন ভাৱ-গধুৰ সমালোচকো। তেওঁৰ আগতে অসমীয়া নাটকৰ পুৰুষ বা স্ত্ৰী কোনো লিখকেই লিখা নাছিল। প্ৰবন্ধটো ওলোৱাৰ লগে লগে বৰকাকতীৰ প্ৰতি অসমীয়া সাহিত্যৰ চমজদাৰসকলৰ শ্ৰদ্ধা বাঢ়ি গ'ল।

ডিব্ৰুগড আলোচনী সভাৰ তৰফৰ পৰা দুজনমান ডেকাই হেনো এবাৰ আহি বৰকাকতীক অনুৰোধ জনালে তেও যেন তেওঁলোকক সাহিত্যৰ বিষয়ে কেইষাৰমান ৰাজহুৱাকৈ কয়। তেওলোকে বৰ আশা কৰি তেওঁৰ ওচৰলৈ আহিছিল বৰকাকতীয়ে তেওলোকক নিৰাশ নকৰি আলোচনী সভাৰ এক বিশেষ অধিবেশনত এক পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ পাঠ কৰিলে।

ডেকাকালত হেনো বৰকাকতী বৰ আসন্ত সৌম্য আৰু মুখশ্ৰী আছিল। পাছৰ জীৱনত বৰকাকতীৰ পিন্ধন-উৰণত তেনে একো লাহ-বিলাস দেখা নগৈছিল, পিন্ধা কাপোৰ হেনো সকলো সময়তে আছিল বগা আৰু ইস্ত্ৰি নভগা।

এবাৰ লক্ষ্মীনাথ ফুকনে ডিব্ৰুগড়ত জৰ্জ ইন্সটিটিউছনত মাষ্টাৰী কৰাৰ লগতে 'আলোচনী' বুলি কাকতখন চলোৱাত লাগিছিল। তেওৰ অনুৰোধ ক্ৰমেই বৰকাকতীয়ে কাকতখনলৈ কবিতা পঠিয়াইছিল আৰু 'আলোচনীত'তে প্ৰখ্যাত কবিতা 'বিশ্বহৰণ' ওলাই পঢ়ৈৰে সমাজৰ অন্তৰ হৰণ কৰিছিল।

কলিকতাত থকা কালছোৱাত বেণুধৰ শৰ্মা, যোৰহাটৰ শৰৎচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ ফুকন আৰু বৰকাকতী ডাঙৰীয়া এই চাৰিজন প্ৰায় এজন হৈ পৰিছিল। ইয়াৰ উপৰি কেইমাহমানৰ কাৰণে নকুলচন্দ্ৰ ভূঞাও লগ হৈছিলগৈ। দুনিয়াৰ ৰঙেৰে ৰঙিলী হৈছিল তেওঁলোকৰ মন। কিমান ৰং-ৰহইচ আলাপ-আলোচনা যে নহৈছিল তেওঁলোকৰ মাজত।

বৰকাকতীৰ একোটা নিজা মত আছিল আৰু সেই মত স্পষ্ট ভাষাৰে ব্যক্ত কৰিবলৈ তেওঁ কুণ্ঠিত নহৈছিল। সেই মতৰ বিৰুদ্ধে কোনোবাই মাত মাতিলে তেওঁ তৰ্কযুদ্ধত অৱতীৰ্ণ হৈ ভীমৰ গদাৰ প্ৰহাৰেৰে অনেক সময়ত মাত মাতোতাজনৰ কঁকাল ভাঙি দিব পাৰিছিল। তেওঁৰ যেনেকৈ আছিল ভাষাৰ জোৰ তেনেকৈ আছিল যুক্তি। কিন্তু তৰ্কত হাৰিলেও তেওঁ তেওঁৰ মতকে আকোঁৰগোজকৈ ধৰিছিল আৰু নতুনকৈ তৰ্ক জুৰিছিল নতুন কথাৰ অৱতাৰণা কৰি। এই তৰ্ক-বিতৰ্কত যোগ নিদি শ্ৰোতা হৈ থকাজনে লভিছিল অপাৰ আনন্দ।

বৰকাকতী কলিকতা এৰি নগাঁও পালেহি। মহাত্মা গান্ধীৰ 'স্বৰাজ' নামৰ সৰু কিতাপখন তেওঁ অসমীয়ালৈ ভাঙি প্ৰকাশ কৰিলে আৰু তাৰ ন বছৰৰ পাছত ছপা হৈ ওলাল তেওঁৰ কবিতাৰ কিতাপ 'শেৱালি। অসমীয়া সাহিত্যৰ নিকুঞ্জ বন শেৱালিৰ সুৰভিয়ে আমোলমোল কৰি তুলিলে। তেও বিয়া কৰালে মৌজাদৰ হ'ল আৰু মৌজাত এখন আৰু নগৰত এখন দুখন ঘৰ চলাই মৌজাৰ ৰয়তৰ পৰা খাজনা আৰু নগাঁওবাসীৰ পৰা মৰম-শ্ৰদ্ধা আদায় কৰি জীৱন-যাপন কৰিবলৈ ধৰিলে। সাহিত্যৰ চৰ্চাতকৈ তেওঁৰ সাহিত্যৰ ভাবনা ভাবিলে বেছি। ভাৱপ্ৰৱণতা তেওঁৰ আগৰ দৰেই প্ৰবল হৈ ৰ'ল। উঠি চেকুৰাবলৈ আৰু মৌজালৈ অহা-যোৱা কৰিবলৈ তেওঁ এটা ঘোঁৰা লৈছিল। এদিন ঘোঁৰাত উঠি তেওঁ মৌজালৈ যাওঁ বুলি নগৰৰ পৰা গ'ল, এঘন্টামানৰ ভিতৰতে আৰোহীজনৰ নোহোৱাকৈ যে ঘোঁৰাটো উলটি ঘৰ পালেহি। বৰকাকতীৰ কি হ'ল, বৰকাকতী কেনি গ'ল, বৰকাকতী ঘোঁৰাৰ পৰা ক'ৰবাত পৰি ৰ'ল নে কি বুলি গোটেইখনত খদমদম লাগিল। বাটে বাটে মানুহে বিচাৰি গ'ল আৰু গৈ দেখে যে 'ফুলা সৰিয়হ ডৰা'ৰ ওচৰ লোমালোম হৈ থকা মণ্ডমাহ এডৰাৰ ওচৰত বৰকাকতী বহি আছে ভাবত বিভোৰ হৈ। তেনে আলসুৱাই আছিল বৰকাকতীৰ অন্তৰখন। অলপতে জয় পৰি যোৱা বিধৰ মানুহ আছিলতেওঁ। বৰকাকতীৰ পৰা যৌৱনে বিদায় ল'বলৈ কুৰুং কাৰাং কৰিছে কি নাই কৰা এনেতে সাহিত্যৰথী বেজবৰুৱাই বৰকাকতীক এবাৰ লগ পাই তেওঁক 'পাৰপিচুৱেল ইউথ' অৰ্থাৎ যুগমীয়া ডেকা বুলি ক'লে। আন কাৰোবক কোৱা হ'লে হয়তো শুনি ভালেই পালেহেঁতেন, কিন্তু সেই শব্দ দুটাৰ জোঁকাৰ লাগি বৰকাকতীৰ হৃদযতন্ত্ৰীৰ কোনোবা এডাল তাঁৰত ক্ষীণকৈ হ'লেও বিষাদৰ ৰাগিনী এটি বাজি উঠিল। তেওঁৰ মনত তোলপাৰ লগালে জাউৰিয়ে জাউৰিয়ে প্ৰশ্নই, বেজবৰুৱাই মোক কিয় তেনেকৈ ক'লে? কি অৰ্থত তেনকৈ ক'লে বেজবৰুৱাই? মোক যে 'পাৰপিচুৱেল ইউথ' বুলিলে মোৰ কিবা লৰালি দেখিলে নে কি? বেজবৰুৱাই

মোক ইতিকিণ্ডেই কৰিলে কিজানি। কিন্তু সকলোৱেই যেতিযা ক'লে যে তেওঁৰ চিৰযৌৱন বুলি ৰেজবৰুৱাই তেওঁৰ চেহেৰাৰ তাৰিফহে কৰিছে, একো বেযা ভাবত তেনেকৈ কোৱা নাই, তেতিয়াহে তেওঁৰ মনৰ পৰা খুদুৱনি গ'ল। নগাঁৱত ছপাশাল এখন পাতি অসমীযা মাহেকীযা কাকত এখন উলিযাবলৈ তেওঁৰ বহুত দিনৰে পৰা ইচ্ছা আছিল। আগতে নহ'লেও, নিগাজিকৈ মৌজাদাৰ হোৱাৰ পাছৰ পৰা তেওঁৰ মনত থিতি লয আৰু মৃত্যুৰ কেইবছৰমানৰ আগতহে তেওঁ এই ভাৱনা এৰি দিযে। পিছে একো নহ'ল মাহিলীৰূপী মানসী প্ৰতিমা তেওঁৰ হৃদযৰ মন্দিৰতে লুকাই ৰ'ল।

লক্ষ্মীনাথ ফুকনে এবাৰ তেওঁৰ লিখনিত লিখিছিল— 'কথা পাতি থাকোতে কোনোবা সুৰুঙাই দি বৰকাকতী ৰবীন্দ্ৰ নাথৰ কাষ পাবগৈ। ৰবীন্দ্ৰ নাথৰ পৰম ভক্ত আছিল তেওঁ। ভগৱতী প্ৰসাদ বৰুৱা আৰু পাৰ্বতী প্ৰসাদ বৰুৱাই যদি ৰবীন্দ্ৰনাথ আখৰৰ আৰ্হিৰে আখৰ লিখিব পাৰিছিল, বৰকাকতীযে পাৰিছিল ৰবীন্দ্ৰনাথৰ কবিতা এক বিশেষ ভঙ্গীৰে শুনিবলৈ ভাল লগাকৈ আবৃত্তি কৰিব আৰু এনে ভাল লগাকৈ যে স্বযং ৰবীন্দ্ৰনাথেও শুনিবলৈ পোৱা হলে কিজানি শুনি থাকিবৰ মন কৰিলেহেঁতেন।' তেওঁৰ নিজৰ কবিতাও বৰকাকতীযে আবৃত্তি কৰিছিল সেই একেটা ভঙ্গীৰে। ৰবীন্দ্ৰনাথৰ কে'বাটাও কবিতা তেওঁৰ মুখস্থ আছিল। ছাহজাহান সম্বন্ধে ৰবীন্দ্ৰনাথে লিখা-দীঘল কবিতাটো বৰকাকতীৰ মুখত বোলে প্ৰাযে শুনিবলৈ পোৱা গৈছিল। সুবিধা পালেই তেওঁৰ হতুৱাই বন্ধুবৰ্গই কবিতাটো আবৃত্তি কৰোৱাই শুনিছিল— 'ভুলি নাই, ভুলি নাই, ভুলি নাই প্ৰিযা'— কি দৰদৰে যে তেওঁ হেনো আবৃত্তি কৰিছিল।

যিযেই নহওক বৰকাকতী এজন সু-সাহিত্যিক হোৱাৰ লগতে ৰাজনীতিবিদো আছিল। মৃত্যুৰ আগে আগে তেখেত অসম সাহিত্য সভাৰ নাজিৰা অধিবেশনৰ সভাপতি পদত অধিষ্ঠিত হৈছিল যদিও, দুখৰ বিষয অভিভাষণখন নিজে পাঠ কৰি শুনাব নোৱাৰিলে। এই মহান কবিজনাই অসম সাহিত্য সভাৰ সভাপতি হৈ থকা অৱস্থাতে ইহলীলা সম্বৰণ কৰে।

ৰত্নকান্ত বৰকাকতীযে কৈছিল— *"বৈজ্ঞানিকভাৱে (Scientifically) আৰু সৌন্দৰ্যবোধৰ ফালৰ পৰা (Asthetically) চালেও আমাৰ বৰ্তমান ছপা লিখাটো ভাৰতীয় সংস্কৃতিমূলক আটাইবিলাক ভাষাৰ ছপা লিপিতকৈ মাৰ্জিত (Refined) আৰু উন্নত ধৰণৰ তাত সনেদহ নাই। লিপিৰ তিনিটা গুণ (১) সহজে চিনি পোৱা (Ligibility) (২) দেখিবলৈ ধুনীয়া (Beauty) (৩) বেগ (Speed) অৰ্থাৎ খৰকৈ লিখিব পৰা এই তিনিওটা গুণ আমাৰ লিপিত বৰ্তমান।"* ❑

# প্ৰাক্তন মুখ্যমন্ত্ৰী কৰ্মযোগী কটনিয়ান
# মহেন্দ্ৰ মোহন চৌধুৰী



কটন গৌৰৱ নে অসম গৌৰৱ এইলানি লিখনি লিখিবলৈ লওঁতে দেখা গৈছে যে অসমৰ প্ৰায় সকলোবোৰ ডাঙৰ মানুহ অৰ্থাৎ যিসকলে সময়ৰ বালিত নিজৰ পদচিহ্ন ৰাখি গৈছে সেইসকল তেওঁলোকৰ জীৱনৰ কোনোবা এটি স্তৰত কটন কলেজৰ লগত জড়িত হৈ আছে। এইবাৰৰ এই খণ্ডত লিখিবলৈ লৈছো প্ৰাক্তন মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াৰ কথা।

মহেন্দ্ৰ মোহন চৌধুৰী এগৰাকী বহুমুখী প্ৰতিভা সম্পন্ন লোক আছিল। তেওঁ আছিল একাধাৰে ছাত্ৰনেতা, মুক্তি যুঁজাৰু, সুবক্তা, গঠনমূলক সমাজকৰ্মী, ৰাজনীতিবিদ, সুদক্ষ প্ৰশাসক, শিল্পী, সাহিত্যপ্ৰেমী, সাংবাদিক, ধৰ্মপৰায়ণ লোক। মানুহে যি কাম কৰে তাক ব্যক্তি ৰূপৰ বাস্তৱ ফল বুলি ক'লেও বোধহয় ভুল নহয়। ব্যক্তি ৰূপ হৈছে বৃক্ষ আৰু কৰ্ম হৈছে তাৰ ফল। বৃক্ষৰ প্ৰকৃতিৰ ওপৰতেই ফলৰ প্ৰকৃতি নিৰ্ভৰ কৰে।

মহেন্দ্ৰ মোহন চৌধুৰীৰ ব্যক্তিত্বক বাদ দি তেওঁৰ জীৱনী লেখিলে সি হ'ব তেওঁৰ কৰ্মস্তূপৰ ৰচনা মাথোন। তেওঁ আছিল ৰাজনীতিবিদ আৰু সেয়ে ৰাজনীতিকে সদায় দেখি থকাৰ বাবেই তেওঁক কম জনা যায়। কৰ্মী সদায় নিজৰ কৰ্মস্তূপৰ অন্তৰালত গুপ্ত। কৰ্মী আৰু ৰাজনীতিক মহেন্দ্ৰ মোহন চৌধুৰী পূৰ্ণ দৃশ্যমান নহয়। তেওঁক বুজিবলৈ হ'লে তেওঁক তেওঁৰ কৰ্মফলৰ স্তূপৰ

পৰা বাহিৰলৈ উলিয়াই আনিব লাগিব। কিন্তু কামটো তেনেই উজু নহয়। চৌধুৰীৰ ব্যক্তিত্ব অন্তৰ্মুখী। স্বভাৱতে তেওঁ চিন্তাশীল ব্যক্তি। কামৰূপ জিলাৰ কৃষক আৰু কৃষি ক্ষেত্ৰৰ শিক্ষা জীৱনেই তেওঁৰ ব্যক্তিত্বৰ প্ৰধান উপাদান। শিশু কালৰে পৰাই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শ আৰু ধৰ্মনিষ্ঠাৰে অনুপ্ৰাণিত সমাজ জীৱনৰ পৰা মহেন্দ্ৰ চৌধুৰীৰ অন্তৰত এক গভীৰ ভগৱৎ ভক্তিৰ আভাসৰ সৃষ্টি হৈছিল আৰু সেযে বয়সত তেওঁক গীতাই সুখ-দুঃখত শীত-গ্ৰীষ্মত অনুদ্বিগ্ন হৈ নিস্পৃহতাৰ ভাবত তদগত হৈ থাকিবলৈ প্ৰেৰণা যোগাইছিল।

বৰপেটা চহৰৰ সাত মাইল পূবত অৱস্থিত নগাঁও গাঁৱৰ সম্ভ্ৰান্ত পৰিয়াল দণ্ডীধৰ চৌধুৰী মৌজাদাৰ দ্বিতীয়া পুত্ৰ মহেন্দ্ৰ মোহন চৌধুৰী। চৌধুৰী প্ৰথমে যোৰহাট আৰু পিছলৈ বৰপেটা চৰকাৰী উচ্চ মাধ্যমিক স্কুলত পঢ়িছিল। মেট্ৰিক পাছ কৰি তেওঁ কটন কলেজত পঢ়িবলৈ লয়। ছাত্ৰ অৱস্থাৰ পৰাই মহেন্দ্ৰ মোহন আছিল সমাজমুখী সাংগঠনিক কৰ্মী— জাতি-ধৰ্ম, নিৰ্বিশেষে সকলোকে সচেতন কৰিছিল নিজৰ ঠাইখনৰ উন্নতি সাধন কৰিবলৈ। অম্বিকাগিৰী ৰায়চৌধুৰী আৰু ব্ৰজনাথ শৰ্মাৰ যাত্ৰাগানত আকৃষ্ট হৈ আৰু সমাজত প্ৰতিপত্তি লাভ লগতে সংঘবদ্ধ হোৱাৰ সুবিধা বুজি তেখেতেও নিজৰ আৰু ওচৰে-পাঁজৰে থাক গাঁৱৰ পৰা বচা বচা শিল্পী সংগ্ৰহ কৰি অভিমন্যু বধ নাটক ৰূপায়িত কৰিছিল নিজেই অভিমন্যুৰ ভাও লৈ। পূব বৰপেটাৰ ছাত্ৰ সন্থাৰ নিজে সম্পাদক হৈ বিৰাট অঞ্চলটোৰ সৰ্বাঙ্গীণ উন্নতিৰ কাৰণে ছাত্ৰ সমাজক একতাবদ্ধ কৰি গান্ধীজীৰ গঠনমূলক আঁচনি অস্পৃশ্যতা বৰ্জন, মাদক দ্ৰব্য নিবাৰণ, সাম্প্ৰদায়িক ঐক্য, খাদী প্ৰচলন আদি কামত আত্মনিযোগ কৰিছিল আৰু নিজেও তাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯৩০ চনলৈ বৰপেটা মহকুমাৰ মাত্ৰ বৰপেটা চহৰত এখনহে চৰকাৰী উচ্চ মাধ্যমিক স্কুল আছিল। মহকুমাৰ ছাত্ৰই এইখন স্কুলত উচ্চ মাধ্যমিক মাধ্যমিক শিক্ষা লৈ পৰীক্ষা পাছ কৰিছিল। কানিংহাম চাৰ্কুলাৰৰ কাৰণে ১৯৩০ চনত বৰপেটা বিদ্যাপীঠ স্থাপন কৰা হয়। বৰপেটাৰ পূব অঞ্চলৰ গাঁও চেঙ্গা, বহৰি, তাৰাবাৰী, নগাঁও, দুৰ্গাপুৰ, পালহাজী আদি বিৰাট অঞ্চটোৰ এখন উচ্চ মাধ্যমিক স্কুলৰ আৱশ্যকতা অনুভৱ কৰি ঠাই নিৰ্বাচনৰ বাবে তেতিয়া হেতা-ওপৰা লাগে। এই অঞ্চলটোৰ সাংগঠনিক কামৰ মুৰব্বীসকলৰ এজন হিচাপে মুছলমান বসতি ঘন অঞ্চলৰ মধ্যস্থান ভেল্লাতে উচ্চ মাধ্যমিক স্কুল ১৯৪২ চনত স্থাপন কৰি নিজে সম্পাদকৰ গুৰুভাৰ গ্ৰহণ কৰিছিল। এনে সিদ্ধান্তই অঞ্চলটোৰ ঐক্য স্থাপনত যথেষ্ট বৰঙণি আগবঢ়াইছিল।

কটন কলেজৰ ছাত্ৰ হৈ চাৰি বছৰত চৌধুৰীদেৱে সামাজিক কামৰ এখন বহল পথাৰ পায়। তেতিয়াৰ অসমত মাত্ৰ কটন কলেজ আৰু মুৰৰী চাঁদ কলেজ আছিল। অসমৰ ডিগবৈৰ পৰা মানকাছাৰ আৰু চাৰিদুৱাৰৰ পৰা চেৰাপুঞ্জীলৈ এটাইখিনি নগা, মণিপুৰী, মিজো, খাচীয়া, গাৰো, বড়ো, কছাৰী, অসমীয়া, বঙালী ছাত্ৰ কটন কলেজত পঢ়ে আৰু শতকৰা ৯৫ ভাগ ছাত্ৰ থাকে ছাত্ৰবাসত একোজন পণ্ডিত অধ্যাপক চুপাৰিণ্টেণ্ডেণ্টৰ দায়িত্বত পিতা-পুত্ৰৰ সম্বন্ধত। চৌধুৰীয়ে নিজ অঞ্চলত অৰ্জন কৰা সামাজিক কামৰ ধাউতি বঢ়াবলৈ এই বহল ক্ষেত্ৰৰ সুবিধা গ্ৰহণ কৰিছিল। কটনৰ হোষ্টেলৰ মেছ চলোৱা, বেমাৰ-আজাৰত ছাত্ৰসকলক সেৱা-শুশ্ৰূষা কৰা, জুনিয়ৰসকলৰ প্ৰতি ভাতৃ ভাবেৰে অভিভাৱকৰ দায়িত্ব বহন, ছিনিয়ৰসকললৈ যথোচিত সম্মন প্ৰদৰ্শন, ছাত্ৰাবাসৰ কটকটীয়া সময়সূচীত পুৱাৰে পৰা শুবৰ সময়লৈ জীৱন কটাই উচ্চ শিক্ষা লগতে সু-শৃংখল জীৱন-যাপনৰ উপৰি সমাজ সচেতন হোৱা সুবিধাও তেখেতে লৈছিল। কটন কলেজৰ ছাত্ৰ সম্পাদক হৈও কটনিয়ান সমাজখনৰ আৰু কংগ্ৰেছ আন্দোলনৰ নেতাসকলৰ নিৰ্দেশত আলেঙে আলেঙে ইটো সিটো কাম কৰিছিল। এটা সময়ত চৌধুৰী পৰিয়ালৰ আৰ্থিক অৱস্থা অতি শোচনীয় আছিল কিন্তু দেশসেৱাৰ বাবে প্ৰতিজ্ঞাবদ্ধ হৈ মহেন্দ্ৰ চৌধুৰীয়ে আইন পঢ়া ঠিক কৰি অসমৰ সেইদিনৰ একমাত্ৰ আইন কলেজ গুৱাহাটীৰ আৰ্ল ল কলেজৰ পৰা ডিগ্ৰী ল'লে। এই সময়ৰ ভিতৰতে একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান কংগ্ৰেছৰ নেতাসকলৰ সৈতে পৰিচিত হৈ পৰে। ১৯২৬ চনত পাণ্ডুত হোৱা কংগ্ৰেছ অধিবেশন ১৯৩০ চনত হোৱা মহাত্মা গান্ধীৰ দাণ্ডিযাত্ৰা তথা সত্যাগ্ৰহ আন্দোলনত শ্ৰদ্ধা আৰু নিষ্ঠাৰে অংশ গ্ৰহণ কৰি অসমৰ বিশিষ্ট নেতাসকলৰ চকুত পৰিছিল। চৌধুৰীয়ে বৰপেটাত ওকালতি কৰিছিল যদিও এই ব্যৱসায়ে তেখেতক আকৃষ্ট কৰিব নোৱাৰিলে। তেখেত আকৃষ্ট হৈছিল মহাত্মা গান্ধীৰ নেতৃত্বৰ কংগ্ৰেছ মহাসভাৰ অহিংস নীতিৰ ৰক্তপাত নোহোৱা যুদ্ধখনেৰে দেশ স্বাধীন কৰি জীৱন সাৰ্থক কৰা কামত। ১৯৪২ চনৰ 'Do or Die' (কৰেঙ্গে ইয়া মৰেঙ্গে) আন্দোলনৰ বলি হৈছিল মহেন্দ্ৰ মোহন চৌধুৰী। তেখেতক তেতিয়া বৰপেটাত বহুতে মহেন বাবু বুলি মাতিছিল। পৃথিবীৰ দ্বিতীয় মহাসমৰত হাৰাশাস্তি হোৱা ব্ৰিটিছ সিংহক ভৃত্য ভাৰতীয়ই শলঠেকত নেপেলাবলৈ আনহাতে ভাৰতীয়ই স্বাধীনতা যুদ্ধৰ অখণ্ডতা ৰক্ষা কৰি চলাই নিয়া 'ব্যক্তিগত সত্যাগ্ৰহত তেখেতৰ অতি মৰমৰ ভেল্লাগাঁৱৰ চাৰিআলিৰ চুকত

সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰিছিল চৌধুৰীদেৱে। মহাত্মাজীৰ এইপাট অতুলনীয় অহিংস অস্ত্ৰই ভাৰতীযৰ সংহতি অনাত বিশেষভাৱে অৰিহণা যোগাইছিল।

দেশ স্বাধীন হ'ল, কিন্তু অখণ্ড ভাৰত দ্বিখণ্ডিত কৰি। ১৯৪৭ চনৰ ১৫ আগষ্টত দিল্লীত পতা স্বাধীনতা উৎসৱত যোগ নিদি কলিকতাৰ সাম্প্ৰদাযিক হত্যাৰ কেন্দ্ৰ বেলিযাগেট আলিৰ ঘৰ এটাত চকুপানী টুকি থকাটোকে থিৰ কৰিলে মহাত্মাজীযে।

**My heart has dried up on this day of Independence and partition I have nothing to say to anybody Let others rejoice Leave me alone to shed tears**

দেশ স্বাধীন হ'ল। আন্দোলনকাৰীৰ আগভাগ লোৱা সকলৰ পৰা মন্ত্ৰী হৈ দেশ শাসন কৰিবলৈ ধৰিলে। ৰাজনীতিৰ আশ্ৰয় ল'লে তেওঁলোকে।

সাধাৰণ গান্ধী ভলন্টিয়াৰৰ পৰা খাপে-খাপে গৈ মন্ত্ৰী হ'ল মহেন্দ্ৰ মোহন চৌধুৰী আৰু হ'ল মুখ্যমন্ত্ৰী আৰু ৰাজ্যপাল। আগতে উনুকিওৱা মতে নিজ ঠাই নগাঁওত (বৰপেটাৰ) আৰু কটন কলেজৰ হোষ্টেলত থাকি সমাজৰ প্ৰতি আগবঢোৱা জনহিতকৰ কামৰ অন্ত পেলালে জানো মন্ত্ৰী পদ, ৰাজ্যপালৰ পদ পায চৌধুৰীযে?

১৯৮২ চনৰ ২৭ ছেপ্টেম্বৰত তেওঁৰ মৃত্যু হয। গান্ধীজীৰ কংগ্ৰেছত থাকি পৰিধান কৰা গান্ধী টুপীৰে তেওঁ নবগ্ৰহলৈকে শেষ যাত্ৰা কৰিছিল। □

# লোকপ্ৰাণ কটনিযান

# অমিয় কুমাৰ দাস



ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত অসমে লোৱা ভাগ সম্বন্ধে যেতিযা আমি চিন্তা কৰিবলৈ লওঁ, দুজন পুৰুষৰ কথা আমাৰ তৎক্ষণাৎ মনলৈ আহে— ফুকন আৰু বৰদলৈ। পিছে এই কথা ঘাইকৈ ১৯২১ চনৰ অসহযোগ আন্দোলনৰ বেলিকাহে। ১৯৩০ চনৰ আইন অমান্য আন্দোলনৰ গুৰি পোৱাৰ লগে লগে দুজন দুধৰ্ষ সেনাপতিৰ ছবি সমুজ্জ্বল হৈ পৰে। ত্যাগবীৰ হেম বৰুৱা আৰু লোকপ্ৰাণ অমিয কুমাৰ দাস। ১৯৩০ চনৰ আন্দোলন সমগ্ৰ ভাৰতত যেতিযা বিযপি পৰিল অসম তেতিযাও গুণাগঁথাতে আছিল। ফুকন, বৰদলৈ তেতিযা অবসন্ন নহ'লেও বীৰদৰ্প হৈ থকা নাছিল, আগবাঢি আহি নেতৃত্বৰ প্ৰেৰণা দিবলৈ যিমানে মানসিক উত্তেজনা আৰু উত্তাপৰ প্ৰয়োজন সিমানখিনি উত্তাপ-উত্তেজনা হযতো তেওঁলোক দুজনে অনুভব কৰিলেও গুৰুভাৰ বহন কৰাৰ উৎসাহ আহৰণ কৰিব পৰা নাছিল। অথচ অসমৰ ৰাইজে তেওঁলোক দুজনৰ মুখলৈকে চাই আছিল। এনে এটা অৱস্থা অসমৰ ডেকা চামৰ পক্ষে অসহনীয় হৈ উঠিল। তেওঁবিলাকে স্থিৰ কৰিলে প্ৰবীণসকলৰ নেতৃত্বলৈ বাট চাই কাল হানি কৰাৰ ফল নাই, ওলোৱাৰহে কথা। এই ডেকা দলটোৰ নেতৃত্ব লৈ ওলাই আহিল তেজপুৰৰ হেম বৰুৱা আৰু অমিয দাস বুকুত অসীম সাহস লৈ। এই দুজন সৰ্বস্ব ত্যাগী যুৱনেতা আগৰণুৱা হৈ ডেকা কৰ্মী আৰু

ছাত্ৰসকলক উৎসাহ নিদিয়াহেঁতেন অসমৰ আইন অমান্য আন্দোলন সেই বেলি কি হ'লহেঁতেন উমান পোৱা টান। গৱমৰ বন্ধৰ পাছত কলেজ খোলাৰ লগে লগে এদল ছাত্ৰই কলেজ এৰি আন্দোলনত যোগ দিয়াৰ ইচ্ছা কৰিছিল। সেই দলটোৰ প্ৰেৰণাৰ গুৰিতে আছিল এই আলোচনাৰ উপজীব্য পুৰুষ অমিয় দাস।

অমিয় দাস আৰু হেম বৰুৱাই ১৯২১ চনৰ অসহযোগ আন্দোলনতে কলেজ ত্যাগ কৰি আন্দোলনত যোগ দিছিল। সেইদৰে আন্দোলনত জাঁপ দি পৰিছিল। বহুতো উকীল-মুক্তিয়াৰে ওকালতি ব্যৱসায় সাময়িভাৱে হ'লেও এৰি দি অসহযোগৰ কাৰ্যক্ৰমত অৰিহণা যোগাইছিল, কিন্তু প্ৰায় ১০ বছৰৰ পাছত হোৱা আইন অমান্য আন্দোলনৰ সময়ত সেই সকল সাংসাৰিক জীৱনৰ লেঠাত পৰি হতোৎসাহ হৈ পৰিছিল। বহুতৰ অসহযোগৰ দিনৰ অন্তৰৰ উত্তাপখিনি চেচেৰা পৰি গৈছিল। গাঁও অঞ্চলবিলাকতো অৱস্থা প্ৰায় তথৈবচ। তাৰ বহুতে এৰা দিছিল আৰু অলপ সংখ্যক লোকে অন্তৰালত থাকি যি পাৰে সহায়ত্ৰ কৰিছিল। প্ৰকাশ্যে সক্ৰিয়ভাৱে যোগ দিবলৈ আগবাঢ়ি অহা লোকৰ সংখ্যা তেনেই তাকৰীয়া আছিল। এনে এটা দমনীয় দৃশ্য চকুৰ আগত দেখিও হতাশাক এধান মানো লাই নিদিয়াকৈ পূৰ্ণ উদ্যমেৰে ওলাই আহি নেতৃত্ব দিছিল অমিয় কুমাৰ দাস আৰু হেম বৰুৱাই। গুৱাহাটীৰ উজান বজাৰ আছিল প্ৰথম থলি পোতাৰ সুচল ঠাই। তাতে সিদ্ধিনাথ শৰ্মা, বিষ্ণুৰাম মেধি, ডাঃ ভুবনেশ্বৰ বৰুৱাকে প্ৰমুখ্যে কৰি কেইজনমান সাজু হৈ আছিল। নবীন বৰদলৈ পোনতে আগবঢ়া নাছিল যদিও বুদ্ধি-পৰামৰ্শ আৰু আন প্ৰকাৰেও সহায়-সাৰথি আছিল। ইয়াৰ উপৰি অনেক সহানুভূতিশীল পৰিস্কাৰ লোক আছিল যিবিলাকে লেজুত ধৰি হ'লেও বল দিছিল। এনে এটা পৰিবেশৰ গইনা লৈ আইন-আন্দোলন সূত্ৰপাত হৈছিল। কটন মহাবিদ্যালয়ৰ সমুখত হোৱা পিকেটিঙেৰে কলেজ ত্যাগী ছাত্ৰ দললৈকে সমুখত লৈ এইদৰেই অসমত আইন অমান্য আন্দোলন ফিৰিঙতি খাণ্ডৱ দাহৰ মূৰ্তি ধৰিলে। কাৰো প্ৰতি অন্যায় নকৰাকৈ, কাকো লঘু নোবোলাকৈ বিনা দ্বিধাই ক'ব পাৰি খাণ্ডৱ দাহৰ প্ৰথম অগ্নিসংযোগ কৰিছিল হেম-অমিয়ই।

স্বাধীনতা যুঁজৰ সামৰণি তেতিয়াও পৰা নাছিল কিন্তু তাৰ আগতে অসমত প্ৰথম কংগ্ৰেছী মন্ত্ৰীসভাই যেতিয়া শাসনৰ ভাৰ লৈছিল তেতিয়া মন্ত্ৰিত্বলৈ খোচা-কামোৰা হোৱা নাছিল সঁচা, কিন্তু মন্ত্ৰিত্ব গ্ৰহণ কৰিবলৈ অনিচ্ছুক বা উদাসীন আছিল কেৱল এজন লোক। সেইজন আছিল অমিয় দাস। বহুত

অনুৰোধ-উপৰোধৰ পাছত মাদক দ্ৰব্য নিবাৰণী আয়ুক্ত পদটো গ্ৰহণ কৰিছিল, সিও গঠনমূলক কামৰ সুযোগ এটা বুলি পদৱী বা ক্ষমতাৰ মোহত নহয়। এই এটা দৃষ্টান্তই মানুহজনৰ অনন্য সাধাৰণ সাত্বিক ব্যক্তিত্বৰ শুদ্ধোজ্জ্বলৰ মহিমাৰ পৰিচয় দিয়ে। পাছৰ স্বাধীনোত্তৰ কংগ্ৰেছী মন্ত্ৰীসভাৰ সদস্য হৈছিল, কিন্তু সিও লগৰ বিলাকৰ একান্ত হতস্পৃহ হৈছিল। কিন্তু জনহিতকৰ ৰচনাত্মক কৰ্মৰ প্ৰতি অতি সস্পৃহ ব্যক্তি ৰাজনীতিৰ ক্ষেত্ৰত বিৰল। অথচ মহাত্মা গান্ধীৰ আদৰ্শও আছিল সেইটোৱেই। বহু ক্ষেত্ৰত দেখা যায় অসমত ৰাজনীতিৰ ক্ষেত্ৰত যিসকল মতলীয়া হৈ থাকে, সাহিত্যৰ ফালে তেওঁবিলাকৰ সময় আৰু ৰুচি এটাও নোহোৱা হয়। কিন্তু লোকনায়ক দাস যেনেকৈ স্বৰাজ সংগ্ৰামৰ অধিনায়ক আনফালে সাহিত্য ক্ষেত্ৰৰো মহাৰথী। সাহিত্যিক জীৱন ছাত্ৰ অৱস্থাতে আৰম্ভ হৈছিল যদিও তৃতীয় দশকৰ ৰাজনৈতিক আন্দোলনৰ আপেক্ষিকভাৱে সাময়িক স্থবিৰতাৰ কালছোৱাত বাঁহীৰ সম্পাদনাৰ ভাৰ লয়। অসমীয়া মাহেকীয়া কাকতৰ গতানুগতিক ৰূপটোৰ পৰা আঁতৰি সাহিত্যলৈ এটা নতুন ধাৰাৰ পাৰ ভাঙি দিবলৈ দাস সমৰ্থ হৈছিল। সেই ধাৰাটো আছিল দেশ-বিদেশৰ সাহিত্যৰ লগত যোগাযোগ স্থাপন আৰু ভাৰতৰ বিভিন্ন সমস্যাৰ বিষয়ে সজাগতা। অমিয় কুমাৰ দাস সম্পাদিত বাঁহীত বিদেশী সাহিত্যৰ বিখ্যাত গ্ৰন্থৰ ভাঙনি ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল, আৰু সেই বিষযে আলোচনাও হৈছিল।

অমিয় কুমাৰ দাসৰ জীৱনৰ সবাতোকৈ উজ্জ্বল দিশ হ'ল তেখেতৰ জনসেৱাৰ দীঘলীয়া কাহিনী। প্ৰকৃততে জনসেৱাৰ গঠনমূলক কামহে তেখেতৰ অধিক প্ৰিয় আছিল। অসমৰ বহুত প্ৰতিষ্ঠানৰ তেখেতে গুৰি ধৰিছিল আৰু বহুত প্ৰতিষ্ঠানৰ স্থাপন কৰ্তা তেখেতেই। সমাজ সেৱাৰ মাজেদি বিমল আনন্দৰ সোৱাদ পাইছিল বাবেই তেখেতে চহৰৰ জাকজমক আৰু হুলস্থুলীয়া পৰিৱেশ বৰ্জন কৰি ঢেকীয়াজুলিৰ এক নিভৃত চুকত নীড স্বৰূপ এটি সৰু ঘৰত থাকিবলৈ লয়। তেখেতৰ সেৱা সাধনাত সহধৰ্মিণী পুষ্পলতা দাস শক্তি স্বৰূপা হৈ থিয় দিছিল। এনে এক মণিকাঞ্চন যোগ দাম্পত্য জীৱনৰ উজ্জ্বল নিদৰ্শন।

যেতিয়া নিজৰ আদৰ্শ আৰু নীতিৰ কথা উঠিব তেতিয়া তেখেত বজ্ৰতকৈও কঠোৰ। হেজাৰ বিঘিনিয়ে আগুৰি নধৰক লাগে নিজৰ আদৰ্শৰ পৰা চুলি এডাল মানো বিচ্যুত নহৈছিল। ৰাজনীতি ক্ষেত্ৰত কেতিয়াবা দেশৰ উচ্চতম নেতাৰ লগতো খকা-খুন্দা লাগিছিল, তেতিয়া স্পষ্ট ভাষাৰে

সেইসকলক নিজৰ অবিচলিত মত ব্যক্ত কৰিবলৈ অকণো কেৰো-ঘোহোঁ নকৰিছিল। অভাৱ শাৰীৰিক স্বাচ্ছন্দ্যহীনতা এইবিলাকে কোনো কালেও মানুহজনক দোঁৰাব যে নোৱাৰিছিলেই, কিজানি অধিক দৃঢ়তা আৰু বলৰহে সঞ্চাৰ কৰিছিল। আনপিনে এই মানুহজনেই বাটত যাওঁতে কাৰোবাৰ জুই লগা ঘৰৰ জুইৰ বেহুত সোমাই নুমুৱাবলৈ লৰ ধৰিছিল আৰু ভাগি পৰা ঘৰৰ আগত লাগি গালে-মুখে তেজ বোৱাই ওলাই আহিছিল।

১৯৩০ চনত অসম ছাত্ৰ সন্মিলনৰ তেওঁ বাৰ্ষিক সভাৰ সভাপতি নিযুক্ত হৈছিল। সেই বছৰতেই তেও গ্ৰেপ্তাৰ বৰণ কৰি ছমাহ কাৰাদণ্ড বহন কৰিছিল। ১৯৩০ আৰু ১৯৩২ চনত পুনৰ দুবাৰ কাৰাবাস খাটে। ১৯৩৭ চনৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে জয়লাভ কৰি অসম ব্যৱস্থাপক সভাৰ সভ্য হয়। ১৯৪০ চনত পুনৰ ছমাহৰ বাবে জেল খায়। ১৯৪৬ চনত বিধানসভাৰ সদস্য নিৰ্বাচিত হৈ ১৯৬২ চনলৈকে এই পদ অটুট ৰাখে। ১৯৫৬-৫৭ কালছোৱা মন্ত্ৰীসভাত আছিল কৃষি যোগান, শিক্ষা, শ্ৰম আদি বিভিন্ন দপ্তৰৰ দায়িত্ব বহন কৰিছিল। শ্ৰমমন্ত্ৰী থকা সময়ত একাধিকবাৰ জেনেভাত বহা আন্তঃৰাষ্ট্ৰীয় শ্ৰম সন্মিলনত ভাৰতীয় দলৰ নেতা হিচাপে যোগদিছিল। ন্যায়নিষ্ঠ আৰু নিৰহংকাৰী সমাজ সেৱক আছিল আৰু লোকনায়ক হিচাপে জনাজাত হৈছিল।

ৰাজনীতিৰ লগে লগে সাহিত্য চৰ্চা আৰু সংবাদ সেৱাও কৰিছিল। ১৯২৬ চনত চন্দ্ৰ কুমাৰ আগৰৱালা প্ৰতিষ্ঠিত সাপ্তাহিক অসমীয়াৰ সম্পাদক আছিল। ১৯৩৪-৩৬ কালছোৱাত লক্ষ্মীনাথ বেজবৰুৱাৰ পাছত তেও বাঁহীৰ সম্পাদক আছিল। গান্ধীজীৰ জীৱনী 'গান্ধী কথামৃত অসমত মহাত্মা, মহাত্মা গান্ধীক আমি তেখেতক দিৰে বুজিলো আদি বিভিন্ন গ্ৰন্থ ৰচনা কৰি গৈছে। 'মোৰ সত্য অন্বেষণৰ কাহিনী' নাম দি মহাত্মা গান্ধীৰ আত্মজীৱনীখন অসমীয়ালৈ ভাঙিছিল। ইয়াৰ উপৰি জীৱন স্মৃতি নামে নিজওে এখন আত্মজীৱনী ৰচনা কৰিছিল। এইজন ব্যক্তিয়ে ১৯৭৫ চনৰ মাৰ্চ মাহৰ পাঁচ তাৰিখে ইহলীলা সম্বৰণ কৰে। ◆

## আধুনিক অসমৰ খনিকৰ কটনিয়ান
# ৰাধা গোবিন্দ বৰুৱা



অফুৰন্ত কৰ্মশক্তি অপৰাজেয় মনোবল একলব্য সাধনা, অসীম সাহস, অনমনীয় দৃঢতা উদাৰ দৃষ্টিভংগী কঠোৰ নিয়মানুবৰ্তিতা আৰু শৃংখলাৰক্ষা আৰু খেলুৱৈসুলভ মনো বৃত্তিৰ কাৰণে যিগৰাকীলোক নিজে প্ৰতিষ্ঠিত হোৱাৰ উপৰি অসমখনক বিভিন্ন ক্ষেত্ৰত বহুদূৰ আগুৱাই নিলে, সেইগৰাকী হ'ল সিংহ পুৰুষ ৰাধাগোবিন্দ বৰুৱা বৰুৱা। যথাৰ্থতে তেওক আধুনিক অসমৰ খনিকৰ বুলিলেহে ৰজিতা খাব।

অসমৰ বাতৰি কাকতক তেওৱেঁই প্ৰথম উদ্যোগ হিচাপে গঢি তুলিলে ক্ৰীড়া সংগঠনৰ যোগেদি তেৱেঁই অসমক প্ৰথম ভাৰতৰ লগত ঘনিষ্ঠ সম্পৰ্ক ঘটাই দিলে, অসমক বেংক সেৱা তেৱেঁই প্ৰথম গাঢ় কৰি তুলিলে। অসমত উৰণ সংঘ আৰু ৰাইফল চুটিং ক্লাবৰ জন্মাদাতা তেৱেঁই আছিল। ৰাধাগোবিন্দ বৰুৱাৰ খ্যাতি অকল ইয়াতেই সীমাবদ্ধ নাছিল। গুৱাহাটীত 'নেহেৰু ষ্টেডিয়াম' নিৰ্মাণ কৰি তেওঁ 'নৰকৰ মাজত সৰগ ৰচনা কৰিলে। গুৱাহাটী মহানগৰীৰ প্ৰথম মেয়ৰ হিচাপে নগৰখনৰ সৰ্বাংগীন উন্নয়নৰ কাৰণে যিখিনি পাৰে সেইখিনি কৰি থৈ গ'ল পৰ্যটন পৰামৰ্শদাতা উন্নয়ন ভাৰতীয় ভ্ৰমণকাৰীসকলক লৈয়ে গঢ়ি উঠিব— এই ভাবি তেওঁ চৰকাৰক নানা আঁচনি তৈয়াৰ কৰি দিলে। এইদৰেই অসমৰ উন্নয়নৰ হকে ওৰে জীৱন কাম কৰি গ'ল। এটাৰ পাছত

এটাকৈ কাম কৰি অসাধাৰণ সাফল্য অৰ্জন কৰিলেও তেওঁ থমকি ৰোৱা লোক নাছিল। অসমৰ কাৰণে কৰিবলৈ যেন আৰু বহুত বাকী, এই ভাবে তেওঁৰ মনত অহৰহ ক্ৰিয়া কৰি আছিল। এনে কামবোৰত তেওঁ মন প্ৰাণ উজাৰি দিয়ে। একোটা কামৰ মাজত নিজক বিলাই দি তেওঁ বিমল আনন্দ পায়। ফলস্বৰূপে প্ৰত্যেকটো কামেই নিখুঁত আৰু অভিনৱ হৈ পৰে তেওঁৰ জীৱনী ৰচক জনপ্ৰিয় কাহিনীকাৰ নিৰোদ চৌধুৰীৰ ভাষাত 'ৰাধাগোবিন্দ যিহতে হাত দিয়ে সেযাই সোণ হৈ পৰে।'

সৰুৰে পৰা নিজৰ ভৰিত থিয় দিবলৈ শিকা ৰাধাগোবিন্দ বৰুৱাই জীৱনত নকৰিলে কি? আগদোখৰত খেৰৰ বৰবসায় কৰিলে ঘৰৰ সহায় নোলোৱাকৈ কলিকতালৈ লৈ গৈ চাহৰ দোকন দি চৰ্ড হেণ্ড আৰু একাউনটেন্সী পটি সাফলৈ অৰ্জন কৰিলে।

তাৰ পাছত বম্বে মিছুবেল কোম্পানীৰ বীমা এজেন্ট হিচাপে কাম কৰি অসম বংগ, বিহাৰ, এই তিনিখন ৰাজ্যৰ ভিতৰত শ্ৰেষ্ঠ বীমাকাৰী হিচাপে স্বীকৃতি অৰ্জন কৰিলে। জীৱনৰ আগডোখৰত প্ৰকাশ পোৱা তেওৰ দক্ষতা পিছৰ কালত প্ৰত্যেকটো কাৰ্য্য ব্যৱস্থাতে প্ৰতিফলিত হৈছিল।

মানুহ হিচাপে ৰাধাগোবিন্দ বৰুৱা পৰোপকাৰী আৰু কোমল অন্তৰৰ আছিল। ব্যৱসায়ী হিচাপে তেওঁ এহাতেদি যিদৰে কঠোৰ আছিল আনহাতেদি তেও কৰ্মচাৰী সকলৰ দুখ কষ্টৰ কথা বৰ সহানুভূতিৰে বিবেচনা কৰিছিল। কিন্তু তেওঁ অন্যায় আৰু ফাকি সহ্য কৰিব নোৱাৰিছিল। গুণীজনক চিনি উলিয়াওতেও তেওঁক বেছি সময় নালাগিছিল। ১৯৩৮ চনৰ চাৰি আগষ্টত ডিব্ৰুগড়ৰৰ পৰা উলিওৱা সাপ্তাহিক 'আসাম ট্ৰিবিউন' পিছত ১৯৪৬ চন ৩১ ছেপ্টেম্বৰত দৈনিক হিচাপে ওলায়। উল্লেখযোগ্য যে অসমৰ প্ৰথম ইংৰাজী দৈনিক কাকতখনৰ কৃতী সম্পাদক লক্ষ্মীনাথ ফুকনে কাকতখনৰ উন্নতিৰ কাৰণে মন প্ৰাণ সঁপি দি কাকতখনক সুকীয়া মৰ্য্যদা দিলে। ৰাধাগোবিন্দ বৰুৱাই অভিনৱ পৰিকল্পনা কৰি উলিওৱা 'অসম বাণী' কাকতখন অতি কম দিনৰ ভিতৰত অসমৰ চুকে কোণে জনপ্ৰিয় হৈ পৰিছিল। ১৯৬৫ চনৰ চাৰি আগষ্টত তেওঁ 'দৈনিক অসম' কাকত প্ৰকাশ কৰে।

ৰাধাগোবিন্দ বৰুৱাই অসমীয়া সাহিত্যৰ কাৰণেও বহুখিনি কৰি থৈ গ'ল। তেওঁৰ প্ৰকাশন প্ৰতিষ্ঠান 'সাহিত্য প্ৰকাশ'ৰ জৰিয়তে ৰজনীকান্ত বৰদলৈকে উপন্যাস ৰাজী প্ৰকাশ পালে। বহু ক্ষেত্ৰত জাতীয় চৰকাৰে কৰিবলগীয়া কাম

তেওঁ নিজই কৰিলে। উদাহৰণ স্বৰূপে লক্ষ্মীনাথ বেজবৰুৱাৰ সমস্ত ৰচনাৱলী প্ৰকাশৰ ক্ষেত্ৰত তেওঁ আগভাগ নোলোৱা হ'লে প্ৰকাশ হৈ নোলালহেঁতেন। অসম সাহিত্য সভাৰ তেতিয়াৰ সম্পাদক সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাই সম্পাদনা কৰা বেজবৰুৱা প্ৰস্তাৱলী দুটা খণ্ডত আটক ধুনীয়াকৈ ছপাই উলিওৱাৰ গুৰিত ৰাধাগোবিন্দ বৰুৱা। এই ক্ষেত্ৰত তেওঁৰ সোঁহাতে স্বৰূপে কাম কৰিছিল ট্ৰিবিউন প্ৰতিষ্ঠানৰ নিষ্টাবান কৰ্মচাৰী শশী শৰ্মাই। বেজবৰুৱাৰ গ্ৰন্থাৱলী বিক্ৰী বাৰ্তাৰ ক্ষেতেতো চৰকাৰে যিদৰে আগভাগ ল'ব লাগিছিল তেনেদৰে লোৱা নাছিল বুলি সেই সময়ৰ বহুতে কোৱা মেলা কৰিছিল ৰাধাগোবিন্দ বৰুৱাই কিন্তু তাৰ বাবে আক্ষেপ কৰা নাছিল। তেওঁৰ মনত অভিসাপ নাই অসন্তোষ নাই। কবি সেৱাৰ আনন্দত তেওঁ আত্মহাৰা।

গুৱাহাটীৰ ষ্টেডিয়াম নিৰ্মাণ কৰোঁতে তেওঁ দিন ৰাতিৰ ছেদ ভেদ নোহোৱাকৈ খাটিছিল। এই বিষয়ে এটা উদাহৰণ দিলেই যথেষ্ট হ'ব। এদিন হেনো তেওঁৰ একান্ত বিশ্বস্ত শশী শৰ্মাক পুৱা কেই বজাত শুই উঠে বুলি সুধিলে। শৰ্মাই পাঁচ বজা বুলি কোৱাত তেওঁক এঘন্টা আগুৱাবলৈ অৰ্থাৎ চাৰি বজাত উঠিবলৈ ক'লে। লেখা-পঢ়া আদিত শশী শৰ্মা পৰাদৰ্শী লোক। বৰুৱাৰ নিৰ্দেশ মতে শৰ্মা পুৱা চাৰি বজাত উঠি তেওঁক শুক্ৰেশ্বৰৰ নিজা ঘৰত সাজু হৈ থাকে। নিৰ্দিষ্ট সময়ত গাড়ীসহ চালক আহি শৰ্মাক লৈ যাযহি। প্ৰথমে কেইদিনমান চাৰি বজাত তাৰ পাছত সময় ক্ৰমান্বয়ে আগবাঢ়ি গৈ থাকে। কেতিয়াবা ৩.৩০ বজাত কেতিয়াবা তিনি বজাত আৰু কেতিয়াবা ২.৩০ বজাতো শৰ্মাৰ ঘৰত গাৰ্ডী হাজিৰ হযহি। থকা মকাকৈ উঠি শৰ্মা গৈ ৰাধাগোবিন্দ বৰুৱাক কাম কৰি থকা অৱস্থাত পাযগৈ। শুনামতে হেনো ষ্টেডিয়াম নিৰ্মাণ কৰোতে ৰাধাগোবিন্দ বৰুৱা তিনিঘন্টা মানো শুইছিলনে নাই সন্দেহ।

এনে এজন কৰ্মযোগী পুৰুষে জীৱন কালত ৰজাঘৰ আৰু প্ৰজাঘৰৰ পৰা কোনো স্বীকৃতি নাপালে। কবি হোৱাৰ আনন্দত যি আত্মাহাৰা তেওঁক আৰু স্বীকৃতি কেলৈ? ৰবীন্দ্ৰনাথে 'তাজমহল' কবিতাত চাহজাহানৰ বিষয়ে কোৱাৰ দৰে ৰাধাগোবিন্দ বৰুৱাও তেওঁৰ কীৰ্তিৰ কৰাণেই অসমত মহান হৈ থাকিব। ৰাধাগোবিন্দ বৰুৱা প্ৰকৃততে আধুনিক অসমৰ খনিকৰ আছিল। ■

## সাহিত্যাচাৰ্য্য কটনিযান

# চৈযদ আব্দুল মালিক



দেশৰ গৰিষ্ঠসংখ্যক গৌৰৱৰ জন্মদাযিনী মাতৃ এই কটন মহাবিদ্যালয। এই অসমৰ হৃদযস্পন্দন বুঢা লুইতপাৰৰ চিৰ যৌৱনা কটন কলেজ আজি শতবাৰ্ষিকীৰ দুৱাৰডলিত। এই সমযখিনিত কটন কলেজে জন্ম দি'লে বিভিন্নজন বিখ্যাত লোকক। এই শিতানৰ 'কটন গৌৰৱনে অসম গৌৰৱত' লিখিবলৈ লৈছো সাহিত্যাচাৰ্য্য চৈযদ আব্দুল মালিকৰ বিষযে।

অসমীযা ভাষা সাহিত্যৰ কাণ্ডাৰী পদ্মশ্ৰী, পদ্মভূষণ, সাহিত্যাচাৰ্য, সন্মানসূচক ডি লিট উপাধিৰে বিভূষিত কথাশিল্পী, খুহুতীযা কথাৰ যাদুগৰ, গল্প সম্ৰাট চৈযদ আব্দুল মালিকদেৱে অসমীযা সাহিত্যৰ কবিতা, চুটিগল্প, উপন্যাস, নাটক, গৱেষণা সাহিত্য, শিশু সাহিত্য, অনুবাদ সাহিত্য, ভ্ৰমণ সাহিত্য আদি ভালেকেইটা দিশত হাত দি অনুপম সৃষ্টিৰে গৰিষ্ঠসংখ্যক অমূল্য অৱদান আগবঢাই ভাষা সাহিত্যৰ ভঁৰাল চহকী কৰিছে। অসমীয ভাষা সাহিত্য আৰু জাতিৰ অমূল্য সম্পদ এই চৈযদ আব্দুল মালিকো এজন কটনিয়ানেই আছিল।

সাম্প্ৰতিক কালৰ অসমৰ বিশিষ্ট সাহিত্যিকসকলৰ ভিতৰত পদ্মশ্ৰী মালিক এজন অন্যতম শ্ৰেষ্ঠ সাহিত্যিক। পোৱা মতে তেওঁ ১৯২৯ চনত নতুনকৈ প্ৰতিষ্ঠা হোৱা দেৰগাঁও হাইস্কুলত নাম লগালে। তেতিযা স্বৰাজ

আন্দোলনৰ ভৰপক সময আছিল। তেতিয়াৰ শিক্ষাধিকাৰ মিঃ কানিংহাম চাহাবে এখন নির্দেশ জাৰি কৰিলে যাতে কোনো ছাত্ৰই কংগ্ৰেছে চলোৱা জাতীয আন্দোলনত যোগদান কৰি শোভাযাত্ৰা, পিকেটিং আদিত সহযোগ কৰিব নোৱাৰে। সেইখনেই আছিল 'কানিংহাম চার্কুলাৰ', এইখন চুক্তিৰ মৰ্মে ছাত্ৰই চহী কৰিব লগা হৈছিল। যিসকলে চহী নকৰিলে বহিষ্কাৰ হ'ল। কোনোবা কোনোবাই ৰাইজে নতুনকৈ পতা স্কুলত নাম লগাই পঢ়িলে আৰু বহুতৰে শিক্ষা সিমানতে শেষ হ'ল। দেৰগাঁও হাইস্কুলো ৰাইজে পতা তেনেকুৱা এখন হাইস্কুল। আব্দুল মালিকে হেনো সেইখন স্কুললৈ ১০ মাইল বাট খোজকাঢ়ি অহা-যোৱা কৰিছিল।

আব্দুল মালিকে চতুৰ্থ শ্ৰেণীত থকাৰ পৰাই গদ্য লিখা আৰম্ভ কৰিছিল। তেতিয়া হেনো দেৰগাঁও হাইস্কুলৰ এখন হাতে লিখা আলোচনী আছিল নাম আছিল 'আজলী'। তাতে হেনো তেওঁ প্ৰথম কবিতা লিখিছিল। জনামতে কোমল বযসৰ পৰাই তেওঁৰ এটা শিল্পী সুলভ মন আছিল। তেওঁ কোৱা কথাবোৰেই কবিতা কবিতা যেন লাগে। ছাত্ৰ একতা সভাবিলাকত ভাব-ভংগীৰে সুন্দৰ কবিতা আবৃত্তি কৰি সকলোকে তেওঁ মুগ্ধ কৰিছিল। ছাত্ৰ একতা সভাত তেওঁ দিযা বক্তৃতাবোৰতো তেওঁৰ সুষম ভাষা আৰু বাগ্মিতা প্ৰকাশ পাইছিল।

দেৰগাঁও হাইস্কুল নতুনকৈ গঢ় লোৱা হ'লেও তাৰ শিক্ষকসকলৰ কাৰণেই বোধকৰোঁ শিক্ষাৰ উন্নত মান থকা বুলি এটা সুনাম তেতিয়া আছিল। এতিয়াও সেই ঐতিহ্য ৰক্ষা হৈছিল। ১৯৩৫ চনত মালিকে নৱম শ্ৰেণীলৈ প্ৰমোচন পাই যোৰহাট হাইস্কুললৈ বদলি হৈ গৈছিল। তেতিয়া সেইখন স্কুলৰ সুনাম গোটেই অসমতে ৰৈ বৈ যোৱা বিধৰ আছিল। সেই সমযত তাৰ প্ৰধান শিক্ষক আছিল লব্ধপ্ৰতিষ্ঠ শিক্ষাবিদ আৰু ক্ৰীড়াবিদ চিৰকুমাৰ জেহিৰুদ্দিন আহমদ।

এইজন প্ৰধান শিক্ষকৰ ব্যক্তিত্বৰ চুম্বকেই বোধকৰো দেৰগাঁৱৰ কৃতী ছাত্ৰ মালিকক আকৃষ্ট কৰিছিল। মালিক যোৱাৰ পাছতে তেওঁৰ 'সম সাময়িক ছাত্ৰ বন্ধুৱে অতি কৃতিত্বৰে মেট্ৰিক পৰীক্ষা (তেতিয়া কলিকতা বিশ্ববিদ্যালযৰ অধীনত) পাছ কৰিছিল। মালিকে ১৯৩৭ চনত সুখ্যাতিৰে মেট্ৰিক যোৰহাটৰ পৰা পাছ কৰে। তাৰ পাছতে তেওঁ ১৯৩৭ চনতে যোৰহাট কলেজ (এতিয়াৰ জে বি কলেজত) নাম লগালে। তাতেই তেওঁ ভাষা সাহিত্য চৰ্চাৰ এখন বহল পথাৰ আৱিষ্কাৰ কৰিলে। সেইখন কলেজৰ পৰা ওলোৱা কলেজ আলোচনীখনত সেই বছৰেই তেওঁ ইংৰাজী শাখাৰ প্ৰথম সম্পাদক নিৰ্বাচিত

হ'ল। তেতিয়া তেওঁ আই এ ক্লাছৰ প্ৰথম বাৰ্ষিকৰহে ছাত্ৰ। ইয়াতে তেওঁৰ মেধাৰ পৰিচয় পোৱা যায়। ইয়াৰ পূৰ্বে তেওঁ যোৰহাট চৰকাৰী হাইস্কুলত থাকোঁতেও স্কুলৰ আলোচনী জেউতিত প্ৰথম চুটিগল্প 'অন্ধকোন' প্ৰকাশ পায় ১৯৩৫ চনত। ১৯৩৬ চনত আন এটা অতি সুখপাঠ্য গল্প 'বন্ধু' প্ৰকাশ পায়। তেওঁ হেনো সাহিত্য চৰ্চাৰ বাবে উদগনি পাইছিল স্বৰ্গীয় মিত্ৰদেৱ মহন্ত, স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ আৰু লক্ষেশ্বৰ শৰ্মা আদিৰ পৰা। তেতিয়াৰ পৰাই তেওঁ গল্প কবিতা লিখাত মনোযোগ দিয়াৰ লগতে নিজৰ অধ্যয়নতো ব্ৰতী হয়। তাৰ পাছত তেওঁৰ সাহিত্য চৰ্চাৰ বোৱতী নদীৰ ধাৰ নিৰবধি আজিও বৈ আছে। ১৯৩৭ চনতে তেওঁ বিহগী কবি ৰঘুনাথ চৌধাৰী সম্পাদিত 'জয়ন্তী'ত প্ৰকাশিত চুটিগল্প 'যুক্তি আৰু যৌৱন'ৰ বাবে প্ৰথম পুৰস্কাৰ লাভ কৰে। ১৯৩৯ চনত তেওঁ যোৰহাট কলেজৰ পৰা আই এ পৰীক্ষা পাছ কৰিযে ইংৰাজীত সন্মান পাঠ্যক্ৰম লৈ গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয়গৈ। তাতে ১৯৪০ চনত কলেজৰ সাহিত্য প্ৰতিযোগিতাত 'অচিনাকিৰ অৰ্ঘ্য' নামৰ গল্পটোৰ বাবে প্ৰথম পুৰস্কাৰ লাভ কৰে। ১৯৪১ চনত কটন কলেজৰ পৰা ইংৰাজী বিষয়ত সুখ্যাতিৰে বি এ পাছ কৰে। ইয়াৰ পাছত তেওঁ অৰ্থৰ অভাৱৰ বাবে এম এ পঢ়িবলৈ যাবৰ মানসিকভাৱে সাহস গোটাব নোৱাৰিলে। সেয়েহে জীৱিকা উপাৰ্জন আৰু উচ্চ শিক্ষা লাভৰ বাবে অৰ্থ গোটাবাৰ উদ্দেশ্যে কিছুদিনৰ বাবে আবকাৰী বিভাগৰ চাকৰি কৰি তাক এৰি থৈ অধিক উপাৰ্জনৰ বাবে দ্বিতীয় মহাযুদ্ধৰ ধামখুমীয়াতে প্ৰায় তিনি বছৰ মিলিটেৰী বেৰেক'ত থাকি যুদ্ধক্ষেত্ৰৰ চাকৰি কৰি অৰ্থ উপাৰ্জন কৰিবলগীয়া হৈছিল। তেতিয়াও তেওঁৰ কলমটোৱে জিৰণি পোৱা নাছিল। এই সময়তে প্ৰকাশ পোৱা চুটিগল্পৰ সংকলন 'পৰশমণি'যে তেওঁক জনপ্ৰিয় গল্পকাৰ কৰি চিনাকি দিছিল।

ক'বলৈ গ'লে মালিক এজন আজন্ম কৰি বুলিব পাৰি। কবি মালিক পাছলৈ কেৱল কবিয়েই নহয় তেওঁ একেধাৰে গল্পকাৰ, ঔপন্যাসিক, নিবন্ধকাৰ, কথাশিল্পী, সমালোচক, ব্যংগ লেখক, অভিনেতা হিচাপেও যশস্যা লাভ কৰিছিল। শ্ৰেণীত পাঠদান আৰু সভা-সমিতিত বক্তৃতা দিওঁতে হেনো তেওঁ অভিনয়ৰ যোগেদিহে যেন শ্ৰোতাক ৰসাপ্লুত কৰি ৰাখিছিল। তেওঁ পাছত স্নাতকোত্তৰ ডিগ্ৰীলৈ জগন্নাথ বৰুৱা কলেজত অধ্যাপনা কৰি তাৰ পৰাই চাকৰি জীৱনৰ সমাপ্তি ঘটায়। যোৰহাটত অধ্যাপনা কৰা কালত তেওঁ সাহিত্য চৰ্চালৈ এখন বিস্তৃত ক্ষেত্ৰ পাইছিল।

অধ্যাপনা কৰি থকা সময়ছোৱাত মালিকৰ প্ৰতিভা বিস্তাৰিতভাৱে বিকাশিত হয়। তেওঁ ভাৰতীয় গণনাট্য সংঘ আৰু ভাৰতীয় প্ৰগতিশীল সাহিত্যিক সংঘৰ লগত জড়িত হৈ ভাৰতৰ বৌদ্ধিক সমাজত নিজৰ যোগ্য স্থান দখল কৰিবলৈ সমৰ্থ হয়। কিন্তু মনকৰিবলগীয়া কথা যে তেওঁৰ হাতৰ পৰা কিন্তু কলম গুচা নাছিল।

১৯৫৭ চনৰ নিৰ্বাচনত তেওঁ ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ সমৰ্থনত কলিয়াবৰ লোকসভা সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছিল। পিছে তেওঁ প্ৰতিযোগিতাত পৰাজয় বৰণ কৰিলে।

অধ্যাপনাৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পাছত তেওঁ সক্ৰিয় ৰাজনীতিলৈ যায়, কংগ্ৰেছ (ই) সদস্যভুক্ত হৈ ৰাজ্যসভালৈ নিৰ্বাচিত হয় আৰু কংগ্ৰেছৰ সদস্য হিচাপে তেওঁ ভালেমান গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত হয়।

ৰাজনীতিলৈ গ'লেও তেওঁ মূলতঃ সাহিত্যিক-বুদ্ধিজীৱী। তেওঁৰ অসমীয়া সাহিত্যলৈ দিয়া অৱদানে কেৱল অসমীয়া সাহিত্যিকে সমৃদ্ধ কৰা নাই তেওঁকো অসমৰ এগৰাকী সৃষ্টিশীল মুখ্য সাহিত্যিক ৰূপে প্ৰতিষ্ঠিত কৰিলে। প্ৰায় লুপ্তপ্ৰায় জাৰী জিকিৰ আবিস্কাৰ কৰি অসমীয়া সাহিত্যক সমৃদ্ধ কৰাত তেওঁৰ অন্য এক অৱদান আছে।

আচলতে তলত দিয়া কবিতা ফাকিতেই তেওঁৰ দৰ্শন, দেশপ্ৰেম আৰু সাহিত্য সাধনাৰ উমান পোৱা যায়।

'অসমীয়া ভাষা মোৰ কথা মোৰ গীত মোৰ।
অসমৰ প্ৰকৃতিয়ে ৰচা
বিহগ কিন্নৰ য'ত শুনিলে নীৰৱ হয়
অসমীয়া গীত মোৰ হৃদয় ওপচা।'

চৈয়দ আব্দুল মালিকৰ কলম নিৰৱচ্ছিন্নৰূপে শতবছৰলৈকে চলি থাকক ইয়াকে আমাৰ সমূহ কটন পৰিয়ালে কামনা কৰিলো। ❑

# যুগনায়ক কটনিয়ান
# ছাৰ চৈয়দ ছাদুল্লা



কটন গৌৰৱ নে অসম গৌৰৱৰ এই লানি লেখনি লিখিবলৈ লওঁতে বহুতো পুথিভঁৰালৰ বহুতো পুথি চাওঁতে দেখিবলৈ পাওঁ, যে অসমৰ প্ৰায় অধিক সংখ্যক গণ্য-মান্য ব্যক্তি কটন কলেজৰেই ছাত্ৰ আছিল। এইবাৰ এই লানি লেখাত লিখিবলৈ লৈছো মহম্মদ ছাদুল্লাৰ বিষয়ে। চৈয়দ মহম্মদ ছাদুল্লাৰ জন্ম হৈছিল ১৮৮৫ চনত গুৱাহাটীৰ লাখটকীয়াত। কটন কলেজিয়েট স্কুল, কটন কলেজ, প্ৰেছিডেন্সী কলেজ আৰু কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি ৰসায়ন বিজ্ঞানত এম এছ্ চি উপাধি লৈ প্ৰথমে গুৱাহাটীৰ সোণাৰাম হাইস্কুল আৰু কটন কলেজত ৰসায়ন বিজ্ঞানৰ কাৰ্য্যকাৰক (Demonstrator) হিচাপে নিযুক্তি পাইছিল। সেই সময়ত অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈও মহম্মদ ছাদুল্লাৰ ছাত্ৰ আছিল। সেই সময়ৰ কটন কলেজৰ অধ্যক্ষ চুডমাৰ্চেনে তেওঁক ৭৫ টকা দৰমহাত উক্ত পদত নিযোগ কৰিছিল। সেই সময়ত মহম্মদ ছাদুল্লাৰ তলত ৰসায়ন শাস্ত্ৰৰ প্ৰেক্‌টিকেল কৰি ছাত্ৰসকলৰ কি আনন্দ কি উৎসাহ। Test Tube ধৰি নাইট্ৰিক এছিদৰ ৰিং টেষ্ট কৰি গোপীনাথৰ কি আনন্দ। ক'ত যে Test Tube হেনো ছাত্ৰসকলে ভাঙিছিল।

যিয়েই নহওক গোপীনাথ বৰদলৈয়ে প্ৰেক্‌টিকেল ট্ৰেইনিং পাইছিল মহম্মদ ছাদুল্লাৰ দৰে এজন কৃতিবিদ্য লোকৰ হাতত। জীৱনৰ পিছ ভোখৰত

ৰাজনৈতিক ক্ষেত্ৰত এক সম্পূৰ্ণ সুকীয়া মতবাদ পোষণ কৰি ছাৰ মহম্মদ ছাদুল্লা আৰু গোপীনাথ বৰদলৈ সদায় প্ৰতিদ্বন্দ্বী শিবিৰত থাকিবলগীয়া হৈছিল যদিও মৃত্যুৰ আগমূহুৰ্তলৈকে উক্ত দুযোগৰাকী ৰাজনীতিজ্ঞৰ মাজত গুৰু ছাত্ৰৰ সম্প্ৰীতি অটুট আছিল।

১৯০৯ চনত ছাৰ ছুদুল্লাই B L ডিগ্ৰী লাভ কৰে আৰু কটন কলেজৰ পৰা বিৰতি লয় আৰু কিছুদিনৰ বাবে এডভোকেট হিচাপে প্ৰথমে গুৱাহাটীত আৰু ১৯২০-২৪ চনলৈকে কলিকতা হাইক'ৰ্টত ওকালতি কৰিছিল। অৱশ্যে তেওঁৰ কৰ্মৰাজি কেৱল উকীলখানাৰ মাজতে সীমাবদ্ধ নাছিল। বৰং অতি কম সময়ৰ ভিতৰত কে'বাটাও দিশত চমকপ্ৰদ সফলতা লাভ কৰিছিল। তেওঁ নিৰ্বাচিত হৈছিল গুৱাহাটী পৌৰসভাৰ (১৯১৯ চনত) সভাপতি হিচাপে, প্ৰায় একে সময়তে অসম ব্যৱস্থাপক সভা (Legislative Council of Assam)ৰ সদস্য মনোনীত হৈছিল।

১৯২৪ চনৰ ফেব্ৰুৱাৰী মাহত সেই সময়ৰ অসমৰ গৱৰ্ণৰ ছাৰ জন হেনৰী কাৰ (Sir John Henry Kerr) যে জনোৱা আমন্ত্ৰণ ক্ৰমে ছাদুল্লাই মন্ত্ৰীপদ লাভ কৰিছিল। উল্লেখযোগ্য যে সেই চনতে ন ডিচেম্বৰ তাৰিখে তেওঁৰ পত্নী চাযেদা মফিজুন্নিছাৰ মৃত্যু হৈছিল। এই মৰ্মান্তিক বেদনাৰ পাছত ছাদুল্লাই আৰু বিবাহপাশত আবদ্ধ হোৱা নাছিল।

যি কি নহওক, ১৯২৬ চনত তেওঁ পুনৰ মন্ত্ৰীপদ লাভ কৰে। প্ৰশাসনীয দক্ষতাৰ কাৰণে ১৯২৮ চনত 'Knight hood সন্মানেৰে তেওঁক সন্মানিত কৰিছিল। ১৯২৯ চনত তেওঁ 'একজিকিউটিভ কাউন্সিলাৰ' হিচাপে মনোনীত কৰা হৈছিল। সেই সময়ত অসমৰ গৱৰ্ণৰৰ পাছতেই সেইটোৱেই আছিল উচ্চতৰ পদবী।

উল্লেখ কৰা উচিত হ'ব যে ১৯১৩ চনতে শাসন কাৰ্য পৰিচালনাৰ কাৰণে গৱৰ্ণৰক লৈ অসমত ব্যৱস্থাপক সভা গঠন কৰা হৈছিল। ছাদুল্লা তেতিয়াৰে পৰা অসমৰ ৰাজনীতিত অতি সক্ৰিয। এই সভাৰ মঞ্চতে তেওঁৰ ৰাজনৈতিক দক্ষতা সৰ্বপ্ৰথমে প্ৰকাশ পাইছিল। তদুপৰি সভাৰ সমূহ সদস্যৰ লগতে চৰকাৰ আৰু ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰাত সক্ষম হৈছিল। এই সম্বন্ধে মন্তব্য দি ছৈদেদ মোকবৃবিৰ ৰহমানে এটা প্ৰবন্ধত এনেদৰে উল্লেখ কৰিছে ঃ 'Although a nominated member Sadulla energetically participated in the Council's deliberations and expressed himself freely and forcefully on matters of interest of the people of Assam The

qualities of citizenship which inspired him to unselfish efforts for what he belived to be right and patriotic were evident early in his political career

ব্যৱস্থাপক সভাৰ বিভিন্ন বিতৰ্কত ছাদুল্লাই উত্থাপন কৰা প্ৰস্তাৱ যুক্তি আৰু মন্তব্যবোৰ সদস্যসকলে প্ৰায়ে সমৰ্থন কৰিছিল। আনকি সাম্ৰাজ্যবাদী ব্ৰিটিছৰ জনকল্যাণবিমুখ, অন্তঃসাৰশূন্য বাজেট নীতিকো তেওঁ মুক্ত আৰু কঠোৰভাৱে সমালোচনা কৰিছিল।

১৯৪৬ চনৰ কথা। সেই সময়ত ছাৰ চৈয়দ মহম্মদ ছাদুল্লা অসম বিধানসভাৰ বিৰোধী দলপতি মুছলিম লীগৰ নেতা। আনহাতে, তেওঁ আছিল অসমৰ বিখ্যাত সাধক, অসমীয়া জাতিৰ সমন্বয়ৰ প্ৰতীক হজৰত আজানপীৰ চাহাবৰ বংশধৰ, এজন থলুৱা অসমীয়া ভাষী মুছলমান। সেয়ে বৰদলৈয়ে উত্থাপন কৰা প্ৰস্তাৱটোৰ সময়ত তেওঁৰ ওপৰত আহি পৰিছিল, এক গধুৰ দায়িত্ব, কাৰণ সেই দুৰ্ভাগ্যজনক সন্ধিক্ষণত তেওঁৰ চকুৰ আগত ভাহি উঠিছিল দুখন অসম- এখন হিন্দু গৰিষ্ঠ, আনখন পাকিস্তান। প্ৰশ্ন হ'ল ছাদুল্লাই সমৰ্থন কৰিব কোনখন অসমক? এইটো সহজেই অনুমেয় যে, সেই সময়ত বিধান সভাৰ শতাধিক সদস্যৰ তীক্ষ্ণ চকু আছিল কেৱল ছাদুল্লাৰ ওপৰত, তেওঁ ক'ব কি? কৰিব কি? ছাদুল্লা চাহাবে বৰদলৈয়ে প্ৰস্তাৱটো উত্থাপন কৰি দিয়া ভাষণ লীগৰ প্ৰতিনিধি হিচাপে লীগৰ সুৰেৰে বিৰোধিতা কৰিলে। এইটো সহজেই অনুমেয় যে সেই সময়ত সকলো সদস্যৰ মূৰত বিনা মেঘে বজ্ৰপাত পৰিছিল, কিন্তু পিছ মুহূৰ্ততে তেওঁলোকে দেখা পালে ছাদুল্লা চাহাব তেওঁলোকৰ কাষলৈ যেন এজন সাক্ষাৎ দেৱদূত, এজন প্ৰকৃত অসমীয়া দেশপ্ৰেমিক অসমৰ শান্তি-সম্প্ৰীতি আৰু ভ্ৰাতৃত্বৰ দৃঢ়, নিৰ্ভীক আৰু সাহসী অগ্ৰদূত। তেওঁৰ বক্তব্যৰ শেষৰ ফালে অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰমৰ সফল পৰিণতিৰ বাস্তৱ প্ৰতিফলন দেখা পাই কৃতজ্ঞতাত সকালোৱে চকুত আনন্দৰ অশ্ৰুৰ ঢল যেন নামি আহিল, ছাদুল্লাই অৱশেষত অতি কৌশলপূৰ্ণভাৱে বৰদলৈয়ে উত্থাপন কৰা প্ৰস্তাৱটোক সমৰ্থন কৰিলে— অসমক লৈ পাকিস্তান গঠনৰ চক্ৰান্ত চিৰদিনৰ কাৰণে বিতাৰিত হ'ল। এই সম্বন্ধে মন্তব্য দি পুষ্পলতা দাসে লিখিছে 'এই প্ৰস্তাৱটো উত্থাপন কৰি বৰলৈদেৱে দিয়া ভাষণ আৰু বিৰোধী দলৰ নেতা ছাৰ মহম্মদ ছাদুল্লাই মুছলিম লীগৰ প্ৰতিনিধি হিচাপে লীগৰ সুৰেৰে এই প্ৰস্তাৱৰ বিৰোধিতা কৰি অথচ শেষত অতি কৌশলেৰে সমৰ্থন জনাই দিয়া ভাষণ অসম বিধান সভাৰ বুৰঞ্জীত এটি উল্লেখনীয় অধ্যায়। দুয়োৰে ভাষণে দুজন দেশপ্ৰেমিকক

পূৰ্ণ পৰিচয় দাঙি ধৰে। বৰদলৈদেৱৰ যুক্তিপূৰ্ণ ভাষণৰ প্ৰতিটো যুক্তিক ছাদুল্লা চাহাবে নিজৰ অখণ্ডনীয যুক্তিৰে কাটি গৈযো শেষত নিজৰ অসম প্ৰেমৰ পৰিচয় দাঙি ধৰিলে।

ইযাৰ বাহিৰেও দেখা যায যে ছাৰ ছাদুল্লাই কেনো কাৰণতেই পমুৱাসকলৰ লগত মোকাবিলা কৰিবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল বৰং এজন থলুৱা অসমীযা ভাষী মুছলমান হিচাপে পমুৱা মুছলিমৰ লগত সুৰমা উপত্যকা মুছলিমৰ লগতে সুৰমা উপত্যকা মুছলিমৰ প্ৰভাৱৰ পৰা মুক্ত থাকিবলৈ যত্নপৰ হৈ আজানপীৰ চাহাবৰ এজন প্ৰকৃত বংশধৰ হিচাপে অসমীযা সমাজত সমন্বযৰ এক উজ্জ্বল পটন্তৰ হিচাপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছিল। এই সম্বন্ধে মন্তব্য দি ড° ৰাৱে লিখিছে ঃ Sadulla himself as an Assamese Muslim would have liked to keep the immigrants out and he would have had the support of every one to such a policy except-the Surma Valley Muslims and the immigrants themselves

যিযেই নহওক অৱশেষত তেওঁ ৰাজনীতিৰ পৰা অৱসৰ ল'লে। ৰাজনীতিৰ পৰা অৱসৰ লোৱাৰ পাছত ছাদুল্লা চাহাবে কিছুদিন কলিকতা হাইকৰ্টত ওকালতি কৰিছিল। কিন্তু কিছুদিনৰ পাছত বিশ্ৰাম লোৱাৰ আশাৰে শ্বিলঙলৈ ঘূৰি আহে। ঘৰুৱা পৰিবেশত জীৱনৰ শেষ কালছোৱা তেওঁ তাতেই শান্তিৰে কটায।

১৯৫৫ চনত তেওঁৰ বযস হৈছিল ৭০ বছৰ। অসুস্থতা অসম্ভৱ ঠাণ্ডাৰ কাৰণে তেওঁ শ্বিলঙৰ পৰা লাখটকীযাৰ নিজা ঘৰত আশ্ৰয লযহি। তাতে আঠ জানুৱাৰী পুৱা আঠ মান বজাত এইজনা মহান যুগ নাযকৰ মৃত্যু হয।

অসম তথা ভাৰতৰ ৰাজনৈতিক মঞ্চত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰা জনজীৱনৰ সকলো দিশতে প্ৰায অৰ্ধশতিকা কাল ধৰি উন্নত শিৰে বিচৰণ কৰা ছাৰ চৈযদ মহম্মদ ছাদুল্লা— এই মহান পুৰুষজনাৰ মৃত্যুৰ লগে লগে ৰাজনৈতিক আৰু সামাজিক জগতৰ পৰা এটা উজ্জ্বল নক্ষত্ৰ চিৰদিনৰ কাৰণে নিৰ্বাপিত হৈ গ'ল। □

# কৰ্মকুশলী কটনিয়ান
# মাধৱ চন্দ্ৰ বেজবৰুৱা



কটনিযান মাধৱ চন্দ্ৰ বেজবৰুৱা আছিল সেই শ্ৰেণীৰ যুৱক নেতা, সেই শ্ৰেণীৰ কৰ্মী, যিযে স্বপ্ন দেখিছিল বহল ভাৰতবৰ্ষৰ বুকুতে এটা ভৱিষ্যৎ এক বৃহৎ অসমীযা জাতিৰ সুকীযা অস্তিত্ব। এই জন কটনিযানে অসমৰ একো একোটি উদ্দেশ্যকে বুকুত বান্ধি লৈ অসমৰ পৰ্বতে-পাহাৰে, হাবিয়ে-জংঘলে, নেপালী, পাহাৰী, অসমীযা, অনা-অসমীযা সকলোৰে মাজত ঘূৰি ফুৰিছিল অসমীযা ভাষা প্ৰচাৰৰ বাবে।

এইজনা পুৰুষৰ জন্ম হৈছিল ১৯১২ চনৰ মহাপুৰুষ মাধৱদেৱৰ জন্ম তিথিৰ দিনা শিৱসাগৰ চহৰত। তেওঁৰ পিতৃৰ নাম আছিল বিনন্দ চন্দ্ৰ বেজবৰুৱা আৰু মাতৃদেৱীৰ নাম আছিল ইন্দুমতী দেৱী। মহাপুৰুষ মাধৱদেৱৰ জন্মদিনৰ দিনা জন্ম লাভ কৰাৰ কাৰণে তেওঁৰো নাম ৰখা হ'ল মাধৱ। মাধৱ চন্দ্ৰ বেজবৰুৱাই অসমীযা ডেকা-গাভৰুৰ চিৰ পৰিচিত 'ডেকাবেজ' নামে পৰিচিত হয।

যি লাই বাঢিব তাৰ বোলে দুপাততে চিন। মাধৱ বেজবৰুৱাৰ বাল্য জীৱনতো এনে কিছুমান বিশেষ বিশেষ গুণৰ পৰিচয় ফুটি উঠিছিল যে সেযে আগলৈ দাযিত্ব বহনৰ বহুখিনি পৰিচয় ফুটাই তুলিছিল। মাধৱ বেজবৰুৱাই ছাত্ৰ অৱস্থাৰ পৰাই নিৰ্ভীক, উৎসাহী আৰু সকলো সমজুৱা কামতে আগৰণুৱা

হ'ব পাৰিছিল। অসম আৰু অসমীয়া জাতিৰ সেৱাৰ প্ৰতি মাধৱ বেজবৰুৱাই প্ৰেৰণা পাইছিল সৰুৰে পৰা, কৰ্মক্ষেত্ৰত তেওঁ নামি পৰিছিল বাল্য অৱস্থাৰে পৰা। তেওঁ হৈ পৰিছিল অপ্ৰতিদ্বন্দ্বী, অপৰাজেয় এগৰাকী বহুমুখী ছাত্ৰ নেতা। সেযা আছিল ১৯৩৬ চন, অসম ছাত্ৰ সভাৰ বছৰেকীয়া অধিবেশন বহিছে সেইবাৰেই শিৱসাগৰত, মাধৱ বেজবৰুৱা আছিল অভ্যৰ্থনা সমিতিৰ সভাপতি।

কৰ্মকুশলী মাধৱ বেজবৰুৱাৰ কৰ্মময় জীৱনৰ পৰিচয় কেৱল এযেই নহয়, উৎসাহৰ একুৰা জুই বুকুত বান্ধি লৈ বেজবৰুৱাদেৱ কৰ্মক্ষেত্ৰত জঁপিয়াই পৰিছিল। সৰ্বভাৰতীয় সমস্যাবোৰৰ লগতে তেওঁ অসমৰ সমস্যাৱলীৰ প্ৰতিও প্ৰাধান্য দিছিল। য'তে অসম আৰু অসমীয়াৰ স্বাৰ্থ ক্ষুন্ন হোৱাৰ আশংকাই দেখা দিছিল ত'তে তেওঁ ধুমুহাৰ দৰে হিল দ'ল ভাঙি উপস্থিত হৈছিলগৈ। অসমৰ কথা, অসমৰ ঐতিহ্য, অসমৰ জাতীয় সমস্যাসমূহ ভাৰতৰ অন্যান্য ঠাইত জনাবলৈ বুলিয়েই এসময়ত তেওঁ 'দুৰ্জয়লিঙ্গৰ পৰা (দাৰ্জিলিং) দাক্ষিণাত্যৰ কন্যাকুমাৰীলৈকে ভ্ৰমণ কৰিছিল। তেওঁৰ এই ভ্ৰমণ কাহিনীবোৰ কিমান সবল আৰু আবেগময়ী তাক উপলব্ধি কৰিব পাৰি সেই সময়ৰ আলোচনীত প্ৰকাশিত ভ্ৰমণ কাহিনীবোৰৰ পৰা।

ডেকাবেজ মাধৱ চন্দ্ৰ কেৱল একেধাৰে লিখক-সাংবাদিক, বক্তা আৰু পৰ্যটকেই নাছিল। তেওঁ এগৰাকী ব্যায়াম কুশলী, খেল-ধেমালিত উৎসাহী আৰু পাকৈত শক্তিমান যুৱকো আছিল। ছাত্ৰ অৱস্থাত নিজৰ জন্মস্থান শিৱসাগৰত ব্যায়াম সংঘ স্থাপন কৰি ছাত্ৰসকলৰ মাজত শৰীৰ চৰ্চাৰ বাবে উৎসাহ আৰু সা-সুবিধা কৰি দিছিল, ছাত্ৰ অৱস্থাতে অসম এছ'চিয়েছন, অসম সাহিত্য সভা, মহিলা সভা আৰু অসমৰ প্ৰদেশৰ বহু জনহিতকৰ অনুষ্ঠান বিলাকত যোগ দিছিল আৰু প্ৰায়বিলাকতে স্বেচ্ছাসেৱকৰ কাম কৰি অনুষ্ঠানৰ গুৰি ধৰোঁতাসকলৰ চকুত পৰিছিল। কেতিয়াবা ছাত্ৰ বন্ধুসকলৰ লগত তেওঁৰ মনোমালিন্যও ঘটিছিল। কলেজীয়া জীৱনত বেজবৰুৱাই সম্পূৰ্ণ অসমীয়া জাতীয় জীৱন যাপন কৰিবলৈ সদায়ে চেষ্টা কৰিছিল, কটন কলেজৰ অধ্যাপক আৰু ছাত্ৰসকলৰ চকুত বেজবৰুৱা অতি সোনকালে প্ৰিয়হৈ পৰিছিল। কটন কলেজৰ ইউনিয়ন ছেক্ৰেটেৰী হৈ ছাত্ৰ অনুষ্ঠান আৰু কলেজৰ কিছু সংস্কাৰৰ কাৰণে অশেষ চেষ্টা কৰিছিল। সময়ে সময়ে তেখেতে কৰ্তৃপক্ষৰ লগত যুঁজিও ছাত্ৰসকলৰ স্বত্ব আদায় কৰিছিল। কটন কলেজৰ বছৰেকীয়া খেল-ধেমালিত বেজবৰুৱাই কে'বাবাৰো কে'বাটাও বিষয়ত প্ৰথম পুৰস্কাৰ লাভ কৰিছিল।

কলেজৰ শিক্ষা শেষ কৰি তেখেতে গৰ্ণমেন্টৰ পৰা বৃত্তি লৈ যাদবপুৰ ইঞ্জিনিয়াৰিং কলেজত ভৰ্তি হয়, কিন্তু তাত সম্পূৰ্ণ শিক্ষা শেষ নহ'ল তাৰ। পাছত সৰ্বান্তঃ কৰণে তেখেতে দেশ সেৱাত লাগি যায়।

বেজবৰুৱাই বহুত দিনৰ আগতে অসমত এখন বিশ্ববিদ্যালয়ৰ সপোন দেখিছিল। দুৰ্ভাগ্যবশতঃ সেই সপোন দিঠকত পৰিণত হোৱা তেওঁ দেখি নগ'ল।

বেজবৰুৱাৰ আৰু এটি মহৎ উদ্দেশ্য আছিল অসমত সাংবাদিকৰ অসমীয়া বা ইংৰাজীত অসমৰ পৰা ওলোৱা বাতৰি কাকত-আলোচনী অতি কম। যিবিলাক আছে সিও কোনোমতে টিকি আছে। ভালেমান আলোচনী আৰু বাতৰি কাকত আগতে মৰি গৈছে। তেখেতে সুদূৰ কলিকতাত থাকি অসমক এই বিষয়ে আগুৱাই নিবলৈ হেনো চেষ্টা কৰিছিল। কিন্তু কালে যেন ৰং চালে। ডেকাবেজৰ ডেকা বুকুৰ তপত তেজৰ ধমনী এদিন থিতাতে বন্ধ হৈ গ'ল। এয়া আমাৰে দুৰ্ভাগ্য। এয়া অসমৰ কাৰণে এক প্ৰকাৰ অভিশাপ।

কটন মহাবিদ্যালযৰ প্ৰাক্তন অধ্যক্ষ সূৰ্য্য কুমাৰ ভূএগ্রাদেৱে Men I have met' নামৰ কিতাপখনিত লিখিছিল— 'I knew Madhab very intimatery when he was a student of the Cotton College and a boarder of the old Block Hostel of which I was a Supenentendent at that time He was a spirited young man he distinguished himself by his zeal of public service Specially when it was a matter relating to the advancement of his Assamese Countrymen His intimate Colleagues were Mahendranath Deka-Phukan Debendra nath Bezbarua Madhab published several bulletins pleading for the early establishment of a University in Assam and worked hard for the cause He edited for some years the Assamese magazine Banhi founded by his uncle Lakshminath Bezbarua He possessed great organizing capacity which he brought to bear up on his mumerous activities He died on october 19 1946, and his premature death was universally mourned in Assam The example of his selfless patriotism is still cherished by his countrymen ■

# কটনৰ প্ৰতিষ্ঠা দিৱসৰ গায়ক

# কবি ৰঘুনাথ চৌধাৰী



কটন কলেজৰ প্ৰতিষ্ঠাৰ দিন আছিল ১৯০১ চনৰ ২৭ মে'। এই প্ৰতিষ্ঠা দিৱসৰ দিনা ছাৰ হেনৰী কটনে এটি দীঘলীয়া ভাষণ দিছিল। এই ভাষণৰ মূল বক্তব্য আছিল মাণিক চন্দ্ৰ বৰুৱা আৰু কটন কলেজ। এই দিনটোৰ উদ্বোধনী সভাত কবি ৰঘুনাথ চৌধুৰীয়ে আৰু নবীন চন্দ্ৰ বৰদলৈয়ে হাৰমণিয়াম বজাইছিল।

অসমৰ শিক্ষা-দীক্ষা বিস্তাৰত ঊনবিংশ শতিকাৰ বঙ্গদেশৰ জাতীয় জাগৰণৰ প্ৰভাৱ পৰিছিল। ৰাজা ৰামমোহন ৰায়ে (১৭৭২-১৮৮৩ খ্ৰীঃ) এটা বিশ্বজনীন ধৰ্মৰ কথা চিন্তা কৰি বেদান্তৰ মতাবাদক ভিত্তি কৰি ব্ৰহ্মসমাজ প্ৰতিষ্ঠা কৰে। প্ৰায় সমসাময়িক ফৰাচী ৰাষ্ট্ৰ বিপ্লৱৰ মুলত মানুহ মাছৰে যি স্বাধিকাৰ বাদ ৰাষ্ট্ৰশক্তিৰ অত্যাচাৰৰ পৰা মুক্তি লাভৰ যি আকাংক্ষা প্ৰবল হৈছিল, ৰামমোহন ৰায়ৰ চেষ্টাৰ মূলতো তেনে এটা সুকীয়া বান্ধোনৰ পৰা মানুহক মুক্তি দিয়াৰ আকাংক্ষা আছিল। এয়ে সেই যুগৰ প্ৰথম বিদ্ৰোহ ঘোষণা। ইয়াৰ পাছত পণ্ডিত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ (১৮২০-৯১ খ্ৰীঃ) যুগ প্ৰবৃত্তি পূৰ্ণমাত্ৰাই প্ৰকাশ পায়। মানুহৰ মনুষ্যত্ববোধৰ শিক্ষা জাগ্ৰত কৰাই একমাত্ৰ সাধনা। এফালে লোক হিতব্ৰত আনফালে বিস্তাৰ, এফালে সমাজসংস্কাৰ আৰু আনফালে ভাষা আৰু সাহিত্যৰ পথ নিৰ্মাণ— এই দুয়োৰে মূলত আছিল মানুহৰ

মনুষ্যত্ব উদ্বোধন। ৰামমোহন মানুহৰ আধিভৌতিক হিতসাধন আৰু বিদ্যাসাগৰৰ প্ৰেম আৰু কৰ্মৰ প্ৰেৰণাত নৱযুগৰ নতুন প্ৰবৃত্তি প্ৰত্যক্ষ হৈ উঠিল। স্বামী বিবেকানন্দই হিন্দু ধৰ্মৰ পুনৰুত্থান আন্দোলন সৰবৰহী কৰি তোলে। বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰেও (১৮৬১-১৯৪১) ভাব সাধনাৰ ক্ষেত্ৰত মানৱতাৰ বিশ্বজনীন আদৰ্শ স্থাপন কৰিলে। এযে হ'ল বঙ্গ নৱজাগৰণ।

সেই সময়ত কলিকতা ভাৰতৰ ৰাজধানী আছিল। এইখন মহানগৰীত নৱজাগৰণৰ ঢৌৰ যি খলকনি উঠে, সেযে কলিকতাৰ কলেজত পঢ়া অসমীয়া ছাত্ৰসকল দেশৰ উন্নতিৰ হকে কাম কৰিবলৈ প্ৰেৰণা দিয়ে। সেযে সেই কলিকতাৰ কলেজত পঢ়ি থকা অৱস্থাতে জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱাই বৰলাট লৰ্ড নৰ্থব্ৰুকক অভিনন্দন পত্ৰ দিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। কলিকতাৰ নৱজাগৰণৰ দ্বাৰা আমাৰ ৰঘুনাথ চৌধাৰী প্ৰভৃতি লোক প্ৰভাৱিত হৈছিল।

ইংৰাজ কবি ৱৰ্ডচৱৰ্থৰ দৰেই প্ৰকৃতি জগতৰ ফুল, চৰাই আদিৰ কবিতা লিখি আপোন পাহৰা হোৱা অসমীয়া কবি ৰঘুনাথ চৌধাৰী অসমীয়া সাহিত্যৰ ৰোমান্টিক যুগৰ এগৰাকী বিশিষ্ট কবি। প্ৰকৃতিৰ বিভিন্ন উপাদানক লৈ তেওঁ সুন্দৰ সুন্দৰ কবিতা লিখিছিল যদিও বিহগ বা চৰাইক লৈ তেওঁ যিকেইটা কবিতা লিখিছিল, সিযে তেওঁৰ কল্পনাৰ বৰ্ণাঢ্য ৰূপ, ভাৱৰ গাঢ়তা, অনুভূতিৰ প্ৰাবল্য, ভাষাৰ প্ৰাঞ্জলতা আদিৰ জৰিযতে কবিৰ অন্তৰ্দৰ্শনৰ প্ৰতিচ্ছবিও স্পষ্টকৈ প্ৰতিফলিত কৰিব পাৰিছে বাবেই তেওঁক কোৱা হয 'বিহগী কবি সাহিত্যিক হলিৰাম ডেকাই প্ৰথমে তেওঁক 'বিহগী কবি' আখ্যাৰে আখ্যাযিত কৰে।

চৌধাৰী আছিল জন্মকবি। কাব্যিক প্ৰতিভা তেওঁৰ জন্মগত। তাতে আকৌ তেওঁৰ সেই প্ৰতিভাক শালত দিলে তেওঁ ব্যক্তিগত জীৱনত পোৱা অসুখ, অসুবিধা, প্ৰৱঞ্চনা,পীড়া, বিৰহ, বেদনা আদিযে। ৰঘুনাথ চৌধাৰীৰ জন্ম হৈছিল ইং ১৮৭৯ চনৰ মাঘ মাহৰ পাঁচ তাৰিখে শুক্লা চতুৰ্থী তিথিত তেতিযাৰ কামৰূপ জিলাৰ লাউপাৰা গাঁৱত। তেওঁলোকৰ উপৰি পুৰুষ নলবাৰীৰ বাঁহজানী গাঁৱৰ কলিতা বংশোদ্ভূত আছিল। চাৰি বছৰ বযসতে ৰঘুনাথে মাতৃৰ স্নেহৰ পৰা চিৰদিনৰ বাবে বঞ্চিত হ'বলগা হয। তাক আগতে ককায়েক আৰু বাইদেৱেঁকহঁতকো তেওঁ অতি সোনকালে হেৰুৱাই পাছত ক্ষেত্ৰী হাৰদিযাৰ মৌজাদাৰ বালক ৰাম চৌধাৰীয়ে এই দুৰ্দশাগ্ৰস্ত ল'ৰাজনক তেওঁৰ ঘৰত ৰাখে। তেওঁৰ সৰু পুত্ৰ গৰ্গৰাম চৌধাৰীযে ৰঘুনাথক ন বছৰ বয়সত তেওঁৰ কৰ্মস্থান

গুৱাহাটীলৈ নি শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰে। কিবাকৈ অষ্টমমান শ্ৰেণীলৈকে পঢ়ি এদিন শিক্ষকৰ কঠোৰ শাসনে স্বাধীনতা প্ৰয়াসী চৌধাৰীক আঘাত দিয়াত পঢ়াশালি এৰি ঘৰতে পঢ়িবলৈ ল'লে। সংস্কৃত আৰু বঙলা ভাষা পঢ়ি তেওঁ তাক অনায়াসে আয়ত্ত কৰিলে। অৱশ্যে ইয়াত 'অসমৰ কালিদাস বুলি খ্যাত পণ্ডিত ধীৰেশ্বৰাচাৰ্য্য আৰু মিথিলাৰ পণ্ডিত বলেমুকুণ্ডৰ সহায়ৰ হাত আছিল। পিতৃ-মাতৃক হেৰুৱাই চৌধাৰীদেৱে তেওঁৰ খুড়াক এগৰাকী লগত গুৱাহাটীত থাকিবলৈ লয়। এই সুযোগতে তেওঁলোকৰ গাঁৱৰ সা-সম্পত্তি যিয়ে যেনিয়েই পালে চাহি-চুহি নি নিঃশেষ কৰিলে। গুৱাহাটীৰ ছাত্ৰবৃত্তি স্কুলত বঙলা ভাষাত পঢ়ি তাৰ পাছত ১৮৯৬ চনত বৰ্তমান কটন কলেজযেট উচ্চতৰ ইংৰাজী স্কুলত দুবছৰমান পঢ়ি ইং ১৮৯৯ চনৰ পৰা ১৯০৩ চনলৈকে গুৱাহাটী উজানবজাৰৰ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষকৰূপে কাল কটায়। ইয়াৰ পাছত ১৯১৪ চনলৈকে তেওঁ ৰোমান কেথ'লিক কলেজ বিদ্যালয়ৰ শিক্ষক হিচাপে কামত সোমায়। গুৱাহাটী উজানবজাৰ স্কুলত কাম কৰি থকা অৱস্থাতে কটন মহাবিদ্যালয়ৰ ১৯০১ চনৰ ২৭ মে' তাৰিখে শুভাৰম্ভ হৈছিল সেই সভাত, বিভিন্ন গগণচুম্বীলোকৰ সমাগম হৈছিল। সেই সভাত আমাৰ কবি ৰঘুনাথেও গীত গাইছিল। হাৰমণিয়াম বজাইছিল নবীন চন্দ্ৰ বৰদলৈদেৱে। সেয়ে এইজন ব্যক্তি কটন কলেজত নপঢ়িলেও কটন কলেজৰ জন্মলগ্নত এটি নিবিড় সম্বন্ধ আছে।

যিয়েই নহওক কটন কলেজৰ প্ৰতিষ্ঠা দিৱসৰ উদ্বোধনী গীতি কবিতাটো এনে ধৰণৰ আছিল—

আজি সুপ্ৰভাতে নৱ অনুৰাগে
ৰঞ্জিত প্ৰকৃতি ৰাণী,
অপাৰ্থিৱ স্নেহ বিতৰিছে অহা
কৰুণাৰ ছবিখনি।
উষাৰ ৰহণ সনা দুগালত

সাদৰে গ্ৰহণ কৰাহে জননী
সেৱকৰ পুষ্পাঞ্জলি
স্বৰ্থ বলিদান জীৱনক আহুতি
দিলো চৰণত ঢালি।

১৯১৪ চনলৈকে তেওঁ ৰোমান কেথ'লিক বালিকা বিদ্যালযৰ শিক্ষক হিচাপে কাম কৰিছিল। কিন্তু পাছলৈ এই কাম বাদ দি তেওঁ গুৱাহাটীৰ ওচৰৰ বোন্দা বীৰকুছিত পাম পাতি খেতি কৰিবলৈ লয। এই কৃষিৰ জৰিযতে হযতো প্রকৃতি জগতখনৰ লগত নিবিড সান্নিধ্যলৈ আহে। তেওঁৰ কবিতাবোৰৰ মাজেদিযেই ফুটি ওলাইছিল সাহিত্য চৰ্চাৰ মাজতে তেওঁ সমসামযিক সামাজিক আৰু ৰাজনৈতিক প্রভাৱকো উপেক্ষা কৰিব নোৱাৰিলে। ১৯২০ চনত তেওঁ জাতীয কংগ্রেছত যোগ দিযে। ভাৰতৰ স্বাধীনতা আন্দোলন, কানি নিবাৰণী আন্দোলন আদিতো তেওঁ অংশগ্রহণ কৰিছিল। ১৯২২ চনত তেওঁ তিনি মাহ বিচৰাধীন হৈ থাকি এবছৰৰ বাবে কাৰাদণ্ডেৰে দণ্ডিতও হয। অসমত অসমৰ ৰাজ্যিক ভাষা অসমীয়া হ'ব লাগে বুলি কৰা গোৱালপাৰাক চামিলকৰণৰ বিপক্ষে চলা আন্দোলনতো আগভাগ লৈছিল। ১৯৫২ চনত তেওঁ হয সর্বভাৰতীয শান্তি পৰিষদ'ৰ কলিকতা অধিবেশনৰ কৃষ্টি শাখাৰ সভাপতি। সর্বদলীয সীমা নির্ধাৰণ সমিতিৰ ১৯৫৫ চনত সভাপতি নির্বাচিত হয। তেওঁ সাহিত্যৰ কর্ণধাৰৰূপে দাযিত্ব বহন কৰি দিয়া অভিভাষণখন অতি সুন্দৰ আছিল। ১৯৪৮ চনত তেওঁ 'বিশ্বশান্তি পৰিষদ'ৰ অসম শাখাৰ সভাপতি নির্বাচিত হৈছিল। চৌধাৰী দেৱ সংবাদ সেৱাৰ লগতো জডিত আছিল। সৰুতে পুথিভঁৰাল স্থাপন কৰি 'সুনীতি সঞ্চাৰণি সভা পতা চৌধাৰীদেৱে ডাঙৰত গুৱাহাটীত 'সানিতা সভা'ৰ সভাপতিৰ দাযিত্ব লৈ 'প্রগতি সংঘ' খুলি সাহিত্য সমাজৰ সেৱা কৰিছিল। ১৯১৮ চনত তেওঁৰ 'কেতেকী', ১৯২৩ চনত 'কাৰাবালা' আৰু ১৯৩১ চনত 'দহিকতৰা কবিতাৰ পুথি প্রকাশ পায। তেওঁৰ মৃত্যুৰ পাছত আনখন কবিতাৰ পুথি প্রকাশৰ বাটলৈ আছে। সেইখন হ'ল 'মনাই বৰাগী'। মৰণোত্তৰ হিচাপে প্রকাশ আন এখন পুথি হ'ল 'পচতীযা'। কবি চৌধাৰী সৌন্দর্য সন্ধানী। চৰাইৰ মাত, ফুলৰ সৌন্দর্যত তেওঁ বিভোৰ। নিজৰ দৰিদ্র আৰু সাঞ্ছিত জীৱনত ব্যথিত হৈ বেদনা পাহৰি থাকিবলৈ প্রকৃতি জগত ফুল-চৰাইৰ লগতে তেওঁ মিতিৰালি পাতিব খোজে তেওঁৰ হিযাৰ নিষ্প্রভ ফুলনিক জ্যোতির্মষ কৰি তুলিবলৈ, তেওঁ আহ্বান কৰে ফুল গিৰিমল্লিকাক গোলাপক।

অসমীয়া সাহিত্যৰ ৰোমান্টিক কালৰ সাহিত্যকসকলৰ ভিতৰত এক মাইলৰ খুঁটিস্বৰূপ কৰিৰত্ন বিহগী কবিদেৱৰ দেহাৱসান ঘটে ১৯৬৮ চনৰ ১৮ নৱেম্বৰত শনিবাৰে নিচেই পুৱাতে, যিগৰাকী কবিযে কাব্যিক অনুভূতি তাডনাত ৰাতি উজাগৰে থকা বা টোপনিৰ পৰা সাৰ পাই উঠিও বন্তি জ্বলাই কবিতা

ৰচি নিৰলস সাহিত্য সাধনাৰে অক্ষয় বন্তি জ্বলাই গ'ল সেইগৰাকী কবিৰ এযা সুন্দৰ স্মৰণীয় উক্তি— য'ত প্ৰকটিত হৈছে তেওঁৰ জীৱনৰ দৰ্শন।

*আৰুনো কিমান দিয়া বেদনাৰ বোজা*
*হে মোৰ হৃদয় দেৱতা*
*কৰুণ ৰোদন তুলি ভাঙি দিলা*
*প্ৰাণৰ নিবিড় নীৰৱতা?*



# পদ্মশ্ৰী
# নলিনীবালা দেৱী



অসমীয়া নাৰী তথা কটন মহাবিদ্যালয়ৰ ছাত্ৰীবাসৰ বাবে সদা স্মৰণীয় এটা নাম নলিনীবালা দেৱী। উচ্চতৰ মাধ্যমিক শ্ৰেণীত নাম লগাবলৈ আহোঁতেই ছাত্ৰীসকলে এই নামটিৰ লগত পৰিচিত হয়। যিসকলে বেছি নম্বৰ পাই উচ্চতৰ মাধ্যমিকৰ শ্ৰেণীত ভৰ্তি কৰে সেই সকলকহে এই ছাত্ৰীবাসত স্থান দিয়া হয়। সেয়েহে সমূহ কটনিয়ানে শতবাৰ্ষিকীৰ এই প্ৰাক্‌মুহূৰ্ত্তত এইগৰাকী বিদুষী নাৰীৰ বিষয়ে কিছু জনা উচিত।

অসমীয়া নাৰী সমাজৰ গৌৰৱ নলিনীবালা দেৱী কেৱল যে অসমীয়া সাহিত্যিক হিচাপেই সুবিখ্যাত এনে নহয়। নিচেই কম বয়সতে নানান বেদনা আৰু মানসিক আঘাত সহ্য কৰি ঈশ্বৰ আৰু কাব্য চিন্তাত আত্মাসমৰ্পণ কৰি, সাংসাৰিক জ্বালা-যন্ত্ৰণা সৰ্বভক্ষ অগ্নিৰ দৰে গিলি থৈ, বাহিৰত পানী হৈ দেখাই সামাজিক ৰীতি আৰু পৰম্পৰাক জীয়াই ৰখা এগৰাকী আদৰ্শ সহিষ্ণু নাৰী হিচাপেও চিৰস্মৰণীয়।

নলিনীবালা দেৱীৰ জন্ম হৈছিল ১৮৯৮ চনৰ ২৩ মাৰ্চত বৰপেটাত পিতৃ কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু মাতৃ হেমন্ত কুমাৰী দেৱীৰ গৰ্ভত। ককাকে তেওঁক পদ্মিনী নাম দিছিল যদিও দেউতাকে নাম দিছিল 'নলিনী'হে।

নলিনীবালা দেৱী যিখন ঘৰত জন্মিছিল সেই ঘৰখন আছিল এটি সংস্কৃতিবান, ধাৰ্মিক আৰু আদৰ্শ পৰিয়াল। দেৱীৰ মাক আছিল ডিব্ৰুগড়ৰ প্ৰসিদ্ধ চাহ কৃষক আঢ্যৱন্ত মাধৱচন্দ্ৰ বৰদলৈৰ জীয়াৰী। তেওঁ ইংৰাজ চৰকাৰৰ উচ্চখাপৰ চাকৰি কৰিছিল। ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ বৰপেটাত মহকুমাধিপতি হৈ থকা সময়তে তাত নলিনীবালা দেৱীৰ জন্ম হৈছিল। দেউতাক নবীন চন্দ্ৰ বৰদলৈ উত্তৰ গুৱাহাটীৰ এগৰাকী প্ৰসিদ্ধ সামাজিক আৰু ৰাজনৈতিক ব্যক্তি আছিল যদিও তেওঁৰো এটা সাহিত্যিক মন আছিল। বৃত্তিত তেওঁ নিজেই গীত ৰচনা কৰিছিল আৰু মাজে সময়ে গাইছিল। দেউতাকে 'গৃহলক্ষী' নামেৰে এখন নাটকো লিখিছিল আৰু 'দন্দুৰীদমন' নামে আন এখন অনুবাদ নাটকো লিখিছিল। ইংৰাজ কবি নাট্যকাৰ 'ছেক্সপীয়েৰৰ ট্ৰয়লাচ ক্ৰেচিদা 'কিংলিয়েৰ আদি নাটক্লো অনুবাদ কৰিছিল। 'তীৰ্থযাত্ৰী' তেওঁৰ আন এখন সুন্দৰ গ্ৰন্থ। পিতৃ দেৱতাৰ এই গুণবোৰ কৰ্ষণ কৰি নলিনীবালাযো গীত, কবিতা আদি লিখিবলৈ লৈছিল। দেউতাকেও তেওঁক যথেষ্ট অনুপ্ৰেৰণা যোগাইছিল। নলিনীবালা দেৱী যি সময়ত জন্মগ্ৰহণ কৰিছিল সেই সময়ত নাৰী শিক্ষাই অধিক প্ৰচাৰ আৰু প্ৰসাৰত লাভ কৰা নাছিল তথাপি তেওঁ তেজপুৰৰ বঙালী প্ৰাথমিক বিদ্যালয়তে আনুষ্ঠানিক শিক্ষাৰ আৰম্ভণি কৰিছিল। কিন্তু উচ্চ শিক্ষা লাভৰ কোনো উচ্চ শিক্ষা অনুষ্ঠানলৈ তেওঁ যোৱা নাছিল। তথাপি তাৰ মাজতেই প্ৰতিভাধাৰী নাৰীযে ঘৰতে বহু শিক্ষা লাভ কৰিছিল। ইং ১৯০৯ চনত শিৱসাগৰৰ পুৰণা আমোলাপট্ৰিৰ নিত্যানন্দ চতুৰ্বেদীৰ বংশৰ কৃষ্ণপ্ৰাণ চাংকাকতি পুত্ৰ জীৱেশ্বৰ চাংকাকতিৰ লগত বিবাহ সম্পন্ন হয়। কিন্তু দুখৰ বিষয় এযে যে বিবাহৰ সাতোটা বছৰ পাচতে ইং ১৯১৭ চনত স্বামীৰ অকাল বিয়োগ ঘটাত নলিনীবালা দেৱীৰ জীৱনলৈ কাৰুণ্য নামি আহে। কিন্তু লাহে লাহে ব্যক্তিগত দুখ-বেদনাবোৰ উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা কাব্যিক প্ৰতিভাৰ বলত কবিতা আকাৰে প্ৰকাশ লাভ কৰিবলৈ ধৰিলে। ঘৰতে থাকি হোমিওপ্যাথি চিকিৎসাৰ প্ৰতি আকৰ্ষিত হৈছিল, যদিও শেষত কবিতাই তেওঁৰ প্ৰাণ হ'ল। ১০ বছৰ বয়সতে 'পিতা আৰু 'সন্দ্যা' নামৰ দুটি কবিতা লিখি তেওঁ প্ৰতিভাৰ পৰিচয় দিছিল। তাৰ পাছত তেওঁ 'পতলী' নামৰ কবিতাটো পুত্ৰৰ মৃত্যুত লিখিছিল। লাহে লাহে তেওঁৰ ব্যক্তিগত দুখ-বেদনাবোৰ অতি সংযমী ভাবাত ঈশ্বৰৰ প্ৰতি নিবেদিত হ'বলৈ ধৰিলে কবিতাৰ ৰূপত, তেওঁ বিশ্ব কবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ কবিতা পুথি 'গীতাঞ্জলি' খন পঢ়িছিল আৰু তেওঁৰ ভাব, ভাষা, ছন্দ আদিযেও নলিনীবালাক আকৰ্ষিত কৰিছিল। গীতা, উপনিষদ অধ্যয়নৰ ফলত তেওঁ লাভ

কৰা অভিজ্ঞতা, মহাত্মা গান্ধীৰ অহিংসা নীতি, সেৱাৰ কৰ্ম আৰু বুদ্ধদেৱৰ বাণী আৰু আদৰ্শই তেওঁৰ জীৱনক প্ৰভাৱিত কৰিছিল। তেওঁ কেৱল কবিতাই নহয়,পাছলৈ আত্মাজীৱনী, শিশু নাটিকা, গীত আদিও লিখিছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহৰ ভিতৰত 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগ দেৱতা', 'অলকানন্দা', বিশ্বদীপা', 'জাগৃতি', 'অন্তিমসুৰ (কাব্যগ্ৰন্থ), 'এৰি অহা দিনবোৰ', পাৰিজাতৰ অভিষেক', 'মীৰাবাঈ', ৰবীন্দ্ৰনাথ ঠাকুৰৰ ছাঁ লৈ লিখা শেষ পূজা, প্ৰহ্লাদ' আদি শিশু নাটিকা উল্লেখযোগ্য।

তেওঁৰ মতে, এই বিশ্ব খন্তেকীয়া এখন নাটঘৰৰ দৰে, মানুহ ইয়াৰ ভাৱৰীযা বহুজনে বহু ভাও দি এই বিশ্বত কীৰ্ত্তি ৰাখে। মানুহৰ কৰ্ম বহুত। যেতিযালৈকে কৰ্ম শেষ নহয় তেতিযালৈকে মানুহ এই পৃথিৱীত জন্ম লাভ কৰিযেই থাকে। মানুহৰ বাসনাৰ চৰিতাৰ্থযো মানুহক তৃপ্তি দিব নোৱাৰে। তেওঁ কৈছে ভোগতেই মানুহৰ তৃপ্তি পলোৱা হ'লে বাসনাও নোৱাৰে থাকিব' মানুহ সসীমত আবদ্ধ পৃথিৱীত থাকি সেই মানুহে পৰমাত্মাৰ ৰূপ ধ্যান কৰে। তেওঁক পাবৰ বাঞ্ছা কৰে। মানুহে যেতিযা ঈশ্বৰৰ লগত একীভূত হয তেতিযাহে তেওঁৰ জীৱন সাৰ্থক হয 'সুখ আশা পৰম পদৰ, ৰূপ তৃষ্ণা চিৰ সুন্দৰৰ' এই দুদিনীযা সংসাৰত কোনো কাৰো নহয। মাযাৰ বান্ধোনত আবদ্ধ মানুহৰ মাযাৰ বান্ধ খুলি গ'লেই সকলো শেষ। তেওঁৰ ভাষাতেই—

*'কোন কাৰ জগতৰ কোন কাৰ মৰমৰ*
*চকুৰ চিনাকি দুদিনৰ,*
*সসীপৰ ৰূপ তৃষ্ণা অসীমত মাৰ যাব*
*খহি গ'লে জৰী মৰমৰ।'*

ভাৰত চৰকাৰে ১৯৫৮ চনত তেওঁক 'পদ্মশ্ৰী' সন্মানেৰে বিভূষিত কৰে। 'পদ্মশ্ৰী' পোৱা প্ৰথম অসমীযা মহিলা এৱেঁই। 'কামৰূপ সঞ্জীৱনী সভাই তেওঁক আখ্যা দিযে 'কাব্য ভাৰতী', যিযেই নহওক নলিনীবালা দেৱী আজিৰ কটনৰ ছাত্ৰীসকলৰ বাবে যেন এক প্ৰেৰণাৰ উৎস হওক। ❖

# আমাৰ

# হেম বৰুৱা



যিকোনো সাহিত্য কৰ্ম কালজয়ী হ'ললৈ হ'লে তেনে সাহিত্য কৰ্মই সৃষ্টি অনাগত যিকোনো কাললৈকে সমৰ্থ হ'ব লাহিব। বিশ্ব সাহিত্যত অলেখ কালজয়ী সাহিত্যৰ সৃষ্টি হৈ মানুহৰ মাজত প্ৰকৃত মানৱতাবোধৰ উন্মেষ ঘটাই আহিছে। যান্ত্ৰিক সভ্যতাই মানৱ হৃদয় মষিমূৰ কৰিবলৈ চলাই অহা দুৰ্দমনীয় গতিকে সাহিত্যৰ স্থিত প্ৰজ্ঞাই গিৰিৰাজ হিমালযৰ দৰেই ভেটা দি শান্তিৰ মন্দাকিনী সোঁত চিৰ প্ৰবাহমান কৰি আহিছে।

মেল্‌ক চাহাবে ভাৰতীয় সাহিত্যক এটা আলমিৰাৰ দুটা চেল্‌ফ'তে সীমাবদ্ধ কৰিব পাৰি বুলি মন্তব্য কৰিলেও গুণগত দিশৰ পৰা সেই সাহিত্য হনুমানৰ নেগুৰ দাঙিব নোৱাৰাৰ দৰেই অত্যন্ত গধুৰ। ভাস, কালিদাস ভৱভূতি শূদ্ৰক, আদি মহাকবি, নাট্যকাৰসকলে সাহিত্যক কালজয়ী অমৰ কৰাৰ, লগতে বিশ্ববাসীলৈ মেটমৰা অৱদান দি গৈছে। অসমবাসীলৈ এনে এটা মেটমৰা অৱদান দি যোৱা এজন ব্যক্তিলৈ এই শিতানৰ কটন গৌৰৱৰ খিতাপ আগবঢাবলৈ বিচাৰিলো।

কুৰি শতিকাৰ আগভাগত অসমত কে'বাগৰাকী সুপ্ৰসিদ্ধ 'হেম বৰুৱা জন্ম হৈছিল ডাক্তৰ হেম বৰুৱা, ত্যাগবীৰ হেম বৰুৱা, অধ্যক্ষ হেম বৰুৱা। এখেতসকলৰ পূৰ্বসুৰী আৰু এজন প্ৰখ্যাত হেম বৰুৱা আছিল 'হেমকোষ

প্ৰণেতা হেম বৰুৱা'। এই প্ৰত্যেকজন হেম বৰুৱাই গুণকৰ্মৰ ফলত নিজৰ নাম জাউতিযুগীয়া কৰি থৈ গৈছে। নিজ নিজ কৰ্মক্ষেত্ৰত প্ৰত্যেতজনেই ডাঙৰ আছিল, তাত সন্দেহৰ অৱকাশ নাই।

আজিৰ এই শিতানৰ আলোচ্য হেম বৰুৱাজন হৈছে উত্তৰ গুৱাহাটীৰ নামজাদা ভঁৰালী বৰুৱা বংশৰ তিলক, বিনন্দী ৰাম শৰ্মা বৰুৱাৰ পুত্ৰ হেমকান্ত শৰ্মা বৰুৱা ওৰফে, হেম বৰুৱা, বি বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ হেম বৰুৱা, বাগ্মী সংসদ সদস্য হেম বৰুৱা অগ্ৰণী আধুনিক কবি হেম বৰুৱা, অসম সাহিত্য সভাৰ ৩৯ তম ধুবুৰী অধিবেশণৰ ভূতপূৰ্ব সভাপতি হেম বৰুৱা, সাগৰ দেখিছাৰ লেখক হেম বৰুৱা, জনমানসৰ সৰ্বজনপ্ৰিয় সৰ্বজন সমাদৃত হেম বৰুৱা, অসম আৰু অসমীযাক জাতীয স্বাৰ্থ ৰক্ষাৰ সংগ্ৰামত সিংহ বিক্ৰমেৰে জঁপিয়াই পৰি দিল্লী কঁপোৱা হেম বৰুৱা আৰু অসমৰ ৰাইজৰ প্ৰাণৰো প্ৰাণৰ 'আমাৰ হেম বৰুৱা।

হেম বৰুৱাই যোৰহাটতে শিক্ষা আৰম্ভ কৰি ১৯২৮ চনত যোৰহাট টাউন এম ই স্কুল (এতিযাৰ শংকৰদেৱ চেমনাযাৰ) পৰা ইংৰাজীত ডিষ্টিংচনসহ প্ৰথম বিভাগত এম ই পাছ কৰি যোৰহাটৰে মিছন স্কুলত নাম লগায। কিন্তু কিছুদিন পাছত তেজপুৰ চৰকাৰী হাইস্কুলত ভৰ্তি হয আৰু ১৯৩২ চনত কটনৰ পৰাই ইংৰাজীত দ্বিতীয শ্ৰেণীৰ অনাৰ্চসহ বি এ ১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালৰ পৰা ইংৰাজীত দ্বিতীয শ্ৰেণীৰ এম এ উপাধি লাভ কৰে। ছবছৰমান নিবনুৱা হৈ থাকি ১৯৪১ চনত যোৰহাট জগন্নাথ বৰুৱা কলেজত উপাধ্যক্ষৰূপে সোমায। ১৯৪৪ তনত বি বৰুৱা কলেজৰ উপাধ্যক্ষৰূপে গুৱাহাটীলৈ আহে, পাছৰ বছৰত সেই কলেজতে তেওঁ অধ্যক্ষ পদ পায। বি বৰুৱা কলেজৰ প্ৰতিষ্ঠাত তেওঁৰ অৰিহণা অনেক। শিক্ষাবিদৰূপে বহু বছৰ ধৰি গুৱাহাটী বিশ্ববিদ্যালযৰ কোৰ্টৰ তেওঁ সদস্যও আছিল।

ৰাজনীতিৰ প্ৰতি অনুৰাগ সৰুকালৰে পৰা আছিল। ১৯৩০ চনত স্কুলীযা ছাত্ৰ অৱস্থাতে অসহযোগ আন্দোলনত ভাগ লৈ পুলিচৰ মাৰ খাইছিল। এইজনা হেম বৰুৱাই ১৯৫৭ চনৰ পৰা ১৯৭০ চনলৈকে একেৰাহে ১৪ বছৰ উত্তৰ কামৰূপ নলবাৰী অঞ্চলৰ ৰাইজৰ পৰাঅভূতপূৰ্ব সমৰ্থনত নিবাচিত হৈ দিল্লী সংসদ ভৱনত অসমৰ সমস্যা, ভাৰতৰ সমস্যা, বিশ্বৰ সমস্যা সমাধান কৰাত আগভাগ লৈ প্ৰধানমন্ত্ৰী নেহৰু, আচাৰ্য কৃপালনী, ভি কে কৃষ্ণ মেনন, অশোক মেহতা আদিৰ শাৰীৰ বাগ্মী আৰু ৰাজনৈতিক জ্ঞানসম্পন্ন সংসদী সদস্য বুলি

সমগ্ৰ ভাৰতবৰ্ষৰ দৃষ্টি আকৰ্ষণ কৰিছিল। বিৰোধী পক্ষত নথকা হ'লে হয়তো সেইসকলৰ এজনৰ দৰে ৰাজ সন্মান অনাযাসে ভোগ কৰিব পাৰিলেহেঁতেন। বিৰোধী পক্ষত নাথাকি গোপীনাথ বৰদলৈৰ আমন্ত্ৰণক্ৰমে অসম কংগ্ৰেছত যোগ দিয়া হ'লেও, কোনে জানে বৰদলৈ বা মেধিৰ যোগ্যতম উত্তৰাধিকাৰী হেম বৰুৱাই হ'লহেঁতেন! খৰস্ৰোতৰ বিপৰীতে সাতোঁৰা হেম বৰুৱা নেহৰুৰ প্ৰিয়ভাজন তথা বিশিষ্ট বন্ধুভাৱাপন্ন লোক হৈও সংসদত যুক্তি-তৰ্কেৰে স্বযং নেহৰুকো থকা সৰকা কৰিছিল। কে ডি মালব্যৰ দৰে ক্ষমতাশালী লোকজনকো তেওঁৰ কেলেংকাৰিৰ কথা সংসদত প্ৰমাণিত কৰি কেবল হেম বৰুৱাইহে কেন্দ্ৰীয় মন্ত্ৰীসভাৰ পৰা তেওঁক আঁতৰ কৰিব পাৰিছিল। সংসদত কলম্বো প্ৰস্তাৱ লৈ হোৱা বিতৰ্কমূলক অনুষ্ঠানত হেম বৰুৱাই হেনো প্ৰতি মিনিটতে ২৮৫ টাকৈ দাঁত ভঙা ইংৰাজী শব্দৰে প্ৰায় এবেলা ভাষণ দি নেহৰুক তৰ্কৰ জালেৰে মেৰাই পেলাইছিল। শেষত নেহৰুৱে ধৈৰ্য্যচ্যুত হৈ টেবুলত জোৰেৰে ভুকু এটা মাৰি নিজৰ মতৰ দৃঢ়তা প্ৰমাণ কৰিবলৈ ধৰোঁতেই তেওঁ দুগুণ জোৰেৰে টেবুলত আন এটা ভুকু মাৰি নিজৰ বিশাল ব্যক্তিত্ব আৰু সাহসৰ পৰিচয় দিছিল। অৱশ্যে হেম বৰুৱাৰ ঘড়ীৰ গ্লাছখন ভাঙিছিল।

এতিয়া আমি উভতি যাওঁ তেওঁৰ ল'ৰালি দিনলৈ। পিতৃদেৱৰ ইচ্ছা আছিল পুতেক হাকিম হৈ বংশৰ নাম উজ্জ্বল কৰক। হাকিম কৰাৰ আশাত এদিন পিতাকে দুকুৰি টকা পুতেক হেমক ছুট এযোৰ কিনি ল'বলৈ দিছিল। কিন্তু মহাত্মাৰ দৰ্শনত পৰিপুষ্ট হেম বৰুৱাই ছুট পৰিবৰ্তে শুদ্ধ শুক্ল খদ্দৰৰ ধুতি-পাঞ্জাবী পৰিধান কৰিলে জীৱনৰ শেষ মুহূৰ্তলৈকে তাক নেৰিলে, অৱশ্যে আঁঠুৰ তললৈ বৈ পৰা পাঞ্জাবী হলৌ চোলাটোৰ বুকুৰ ফালে তামোলৰ পিকৰ সৰিযহগুটীয়া, মাহগুটীয়া ৰঙা দাগ প্ৰায়েই দেখা গৈছিল। অৱশ্যে শীতকালত ডিঙিৰ পৰা ককাললৈকে বৈ পৰা ছুটি এডি চাদৰ এখন লৈছিল। পাছলৈকো সেইযোৰ অনাড়ম্বৰ পোছাকেৰে অধ্যক্ষ হেম বৰুৱাই দেশ-বিদেশ ভ্ৰমণ কৰি ফুৰিছিল। কোৱা বাহুল্য যে কলেজ পোৱাৰ আগলৈকে হেনো ছাত্ৰ হেম বৰুৱাই চেণ্ডেল এযোৰো যোগাৰ কৰি ল'ব পৰা নাছিল।

স্নাতকোত্তৰ উপাধি লাভ কৰাৰ পাছত হেম বৰুৱাই কিছুদিন নিবনুৱা জীৱন কটাবলগীয়া হোৱাত সেই সময়ছোৱাতে সাহিত্য চৰ্চাৰ প্ৰতি মনোনিবেশ কৰিছিল। অৱশ্যে এম এ পঢ়ি থাকোঁতেই 'হিয়াৰ মিলন' নামৰ তেখেতৰ প্ৰথম চুটি গল্পটো আৱাহন আলোচনীত প্ৰকাশ পাইছিল। হেম বৰুৱাৰ সাহিত্যৰ প্ৰতি

কিদৰে আকৰ্ষিত হৈছিল তাৰ এটি সৰু যদিও গুৰুত্বপূৰ্ণ ঘটনা আছে। নিবনুৱা হেম বৰুৱাই এদিন আবাহনৰ গল্প-প্ৰবন্ধ সম্পৰ্কে অনানুষ্ঠানিক বৈঠকত কটু সমালোচনা কৰাত এজন মেধাবী তথা সৎসাহসী শ্ৰোতাই হঠাতে হেম বৰুৱালৈ লক্ষ্য কৰি ক'লে, 'হেৰি, এইবোৰ মানুহে কিবা এটা নহয় কিবা এটা কৰিছেই, আপুনি এম এ পাছ কৰি কৰিছে কিটো? নিজে নিলিখে কিয়? এইটো জানো হেম বৰুৱাৰ দৰে বুদ্ধিমত্তা লোকৰ প্ৰতি আক্ৰমণ আছিল। এই ঘটনাৰ পাছৰ পৰা সাহিত্য চৰ্চাৰ প্ৰতি হেম বৰুৱাৰ জেদ্ বাঢ়িল। প্ৰথম শ্ৰেণীৰ সংসদী সদস্য, ৰাজনীতিবিদ হোৱাৰ উপৰি ওৰে জীৱন সাধনা কৰি ডেৰ্ কুৰিখনতকৈও অধিক অসমীয়া, ইংৰাজী গ্ৰন্থ লিখিলে, অসম সাহিত্য সভাৰ নিচিনা মহান অনুষ্ঠান এটিৰ সভাপতিৰ আসন অলংকৃত কৰিলে, ডক্তৰ সৰ্বপল্লী ৰাধাকৃষ্ণণ, পণ্ডিত জৱাহৰলাল নেহৰু, লালবাহাদুৰ শাস্ত্ৰী, হুমায়ুণ কবীৰ, এম চি চাগলা আদিৰ দৰে পণ্ডিত-মণীষীৰ পৰা ভূয়সী প্ৰশংসা পালে। ৰাধাকৃষ্ণণনে হেম বৰুৱাক কৈছিল— 'তুমি যে লিখা মই তাৰ বাবে ৰং পাইছো। লেখাৰ বাহিৰে আন একোৱেই চিৰস্থায়ী নহয়। 'I am glad that you write, nothing ultimately lasts except your writing"

হেম বৰুৱাই অসমীয়া আধুনিক কবিতাৰ বাটকটীয়া বুলি গৌৰব অৰ্জন হয়তো কৰিব নোৱাৰে, কিযনো তেখেতৰ আগতে এই কামত সাধাৰণভাৱে হ'লেও হাত দিছিল অমূল্য বৰুৱা, চক্ৰেশ্বৰ ভট্টাচাৰ্য আৰু কমল নাৰাযণদেৱে। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ উদ্যোগত প্ৰতিষ্ঠিত আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য আৰু কমল নাৰাযণ দেৱৰ দ্বাৰা সম্পাদিত 'জযন্তী' আলোচনীত আধুনিক কবিতাই অঙ্কুৰ মেলিছিল যদিও হেম বৰুৱাৰ 'বান্দৰ' কবিতাটি আধুনিক কবিতাৰ প্ৰযোজনীয সকলো বৈশিষ্ট্যৰ দৰে পৰিপুষ্ট হৈ উঠে। সমসাময়িকভাৱে ডক্টৰ মহেশ্বৰ নেওগৰ 'অন্ত্যজা' নামৰ উচ্চ স্তৰৰ আধুনিক কবিতা এটি বাঁহীত প্ৰকাশ পাইছিল।

১৯৭৩ চনত চতুৰ্থবাৰ হেম বৰুৱা মণ্ডলদলৈ সমষ্টিৰ পৰা সংসদী সদস্য হিচাপে থিয দি ভোটৰ যুঁজত নহয যেনিবা টকাৰ যুঁজত হাৰিবলগীযা হয়। তাৰ পাছৰে পৰা হেম বৰুৱাৰ প্ৰথমে মনৰ, ক্ৰমে স্বাস্থ্যৰ অৱনতি ঘটে। সেই সমযছোৱাত গুৱাহাটীত তেখেতৰ সম্পাদনাত 'আসাম এক্সপ্ৰেছ' নামৰ এখন ইংৰাজী দৈনিক কাকত প্ৰকাশ পাবলৈ ধৰে। কিন্তু স্বাস্থ্যৰ বিশেষ অৱনতি ঘটাত এই গুৰুদাযিত্ব বহন কৰিবলৈ অপাৰগ হয।

কবি, সাহিত্যিক, সমলোচক, দেশপ্ৰেমৰ বিশেষত বিস্তৰ ভ্ৰমণকাৰী হেম বৰুৱাৰ ৰচনাসমূহ হ'ল— (The August Revolution in Assam (1946), The Red River and the Blue Hill (1954) Fair and Festivals of Assam (1956) Modern Assamese Poetry (1960) Idol Heros (1962) Folk Songs of India (1965) Lakshminth Bezbaruah (1967) ইয়াৰ উপৰি বিয়াল্লিছৰ গণ বিপ্লৱত অসম, পাঁচজন নেতা, সাগৰ দেখিছা ৰঙা কৰবীৰ ফুল, বালিছন্দা ইত্যাদি।

হেম বৰুৱাৰ জীৱনৰ ধাৰা প্ৰধানকৈ তিনিটা সাহিত্য সেৱা অধ্যয়ন আৰু অধ্যাপনা আৰু সমাজ সেৱাৰ লগতে ৰাজনীতি চৰ্চা সাংবাদিক হিচাপেও হেম বৰুৱাৰ জন্ম হৈছিল দ্বিতীয় মহাসমৰৰ উঁক্‌মুকনি কালত। আৰম্ভণীতে কংগ্ৰেছ দলত যোত্ৰ হৈ থাকিলেও ১৯৪৮ চনত কংগ্ৰেছ ত্যাগ কৰি ছ'চিয়েলিষ্ট ক্ৰমে প্ৰজা ছ'চিয়েলিষ্ট দলত যোগ দি মৃত্যু পৰ্যন্ত এই সমাজবাদী দলটোৰ একনিষ্ঠ কৰ্মী তথা সভাপতি আছিল। হাড়ে-হিমজুৱে গান্ধীবাদী প্ৰবীণ ৰাজনীতিক স্বৰ্গীয় বিজয়চন্দ্ৰ ভাগৱতীদেৱে হেম বৰুৱাৰ ৰাজনীতিত পৰিবেশ আৰু তেখেতৰ অবিসম্বাদী নেতৃত্বৰ সম্পৰ্কে অভিমত দি কৈছিল— '১৯৪২ চনৰ গণ-বিপ্লৱ। ভাৰতৰ স্বধীনতাৰ চূড়ান্ত সংগ্ৰাম। 'হয় মুক্তি নহয় মৃত্যু'-- এই পণ লৈ বীৰ-বীৰঙ্গনাসকলে স্বাধীনতাৰ বেদীমূলত নিজৰ জীৱন উৎসৰ্গা কৰিলে। অসমত সেই বিপ্লৱৰ টোয়ে প্ৰচণ্ড ৰূপ ল'লৈ। উদীয়মান ডেকা আধ্যাপক হেম বৰুৱা সেই বিপ্লৱত জঁপিয়াই পৰিল। যোৰহাটত তেওঁ কাৰৰুদ্ধ হ'ল। তেওঁৰ দৃষ্টান্তই অসমৰ স্বাধীনতা আন্দোলনত বিশেষ উৎসাহ উদ্দীপনাৰ সৃষ্টি কৰিলে। হেম বৰুৱা আছিল অসমৰ ডেকাসকলৰ অবিসম্বাদী নেতা। তেওঁৰ আদৰ্শত ডেকাসকল উদ্বুদ্ধ হ'ল। বিয়াল্লিছৰ আন্দোলনে হেম বৰুৱাৰ অন্তৰত গভীৰ ৰেখাপাত কৰিছিল। এই আন্দোলনক তেখেতে ফৰাচী বিপ্লৱ আৰু ৰুছ বিপ্লৱৰ সমতুল্য বুলি অভিহিত কৰিছে। বিয়াল্লিছৰ আন্দোলন তেখেতৰ মানত অভূতপূৰ্বই নাছিল পৃথিৱীৰ যিকোনো পৰাধীন জাতিৰ বাবে আদৰ্শনীয়, অনুকৰণীয় আৰু চিৰস্মৰণীয়। এই আন্দোলনৰ দ্বাৰা উদ্বুদ্ধ হৈ তেখেতে 'বিয়াল্লিছৰ গণ-বিপ্লৱত অসম নামৰ আঢৈ কুৰি পিঠিয়া এখনি অমূল্য পুথি লিখিছিল। এইখন পুথি নহয় যেনিবা বিয়াল্লিছৰ আন্দোলনত অসম আৰু অসমবাসীয়ে লোৱা তেজোদ্দীপ্ত ভূমিকাৰ এখন চিৰযুগমীয়া পেচা কাকত।

হেম বৰুৱাই অসমৰ সমস্যাবলীৰ বাহিৰে কাশ্মীৰ, মণিপুৰ, গোৱা, কচ্চ

আদিৰ সমস্যাবোৰ সমাধানত আগভাগ লৈছিল। তদুপৰি ফৰ্মোচা, ছাউথ-ইষ্ট এচিয়া আদিৰ আৰ্ন্তজাতিক সমস্যাবোৰৰ সু-মিমাংসা কৰাত হেম বৰুৱাই গ্ৰহণযোগ্য ভূমিকা ল'ব পাৰিছিল। ছাউথ-ইষ্ট এছিয়াৰ সম্পৰ্কত হেম বৰুৱাৰ সুস্থ অভিমত আছিল—"Besides the problem of Formosa there is another very big porblem in South East Asia This is the collapse of democratic system of goverment in our neighbouring countries the democratic system that we have so assidously built up

১৪ বছৰ সংসদী সদস্য হৈ থাকি আঠশতকৈও বেছি গুৰুত্বপূৰ্ণ সমস্যা সমাধানত আগভাগ লোৱা বাগ্মী নেতা হেম বৰুৱা অৱশেষত বাকৰুদ্ধ হ'ল, ১৯৭৭ চনৰ ন এপ্ৰিল তাৰিখে উত্তৰ শৰণীয়াৰ নিজা বাসভৱনত জীৱন সংগিনী অনু বৰুৱা আৰু দুজন পুত্ৰ এৰি ইহালীলা ত্যাগ কৰি তেওঁ অসীমলৈ গতি কৰিলে। □

# কটন প্ৰতীকৰ স্ৰষ্টা— কটনিয়ান
# মহেন্দ্ৰনাথ ডেকা ফুকন



মহেন্দ্ৰনাথ মৈ হেংডনে ডেকা ফুকন সমসাময়িক ব্যক্তিসকলৰ বাবে আছিল দুৰ্বোধ্য সাথৰ, এজন লেখত ল'বলগীয়া কটনিযান। আজিৰ এই প্ৰাক্-শতবাৰ্ষিকীৰ সময়ত আমাৰ কটনিযান সকলে এনে এজন সিংহপুৰুষ হেন মানুহক ভালকৈ জনা উচিত। এইগৰাকী শিল্পীৰ তুলিকাতেই হেনো ৰূপ পাইছিল কটন কলেজৰ প্ৰতীক চিহ্নটো।

তেওঁ মহেন্দ্ৰনাথ ডেকা ফুকন বুলিযেই জনাজাত আছিল। তেওঁৰ মাক-বাপেকে দিযা নাম মহেন্দ্ৰনাথ ফুকন। তেওঁৰ জন্ম হেনো নাৱৰ বুকুতহে হৈছিল। পিছে মহেন্দ্ৰনাথ ফুকনে তেওঁৰ নাম মহেন্দ্ৰনাথ ডেকা ফুকন কিয লিখিলে? বোধহয গুৰুজনা শঙ্কৰদেৱেই ফুকনক এই অনুপ্ৰেৰণা যোগায। জনা মতে গুৰুজনাৰ আঠোটাকৈ নাম আছিল তাৰে এটা হেনো 'ডেকাহিৰি'। বোধহয 'ডেকা' শব্দটো ফুকনৰ উপাধিৰ আগত গাঁঠি দি 'ডেকা ফুকন' হ'ল। সেই সময়তে অম্বিকাগিৰী ৰায চৌধাৰীদেৱেও এখন আলোচনী উলিযাছিল আৰু তাৰ নাম দিছিল 'ডেকা অসম'। ডেকা শব্দৰ অৰ্থ হ'ল ডেকা শক্তি অৰ্থাৎ শক্তিবন্ত। সেই সময়ৰে আন এজন কটনিযান সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ অগুহী-বগুহী এসময়ৰ বাঁহী আলোচনীৰ সম্পাদক মাধৱ চন্দ্ৰই মহেন্দ্ৰনাথ ডেকা ফুকনৰ লেখীযাকৈ মাধৱ চন্দ্ৰ ডেকা বেজবৰুৱা লিখিছিল।

নক'লেও অনুমান কৰিব পৰা যায় যে ফুকন আৰু বেজবৰুৱা নলে-গলে লগা বন্ধু আছিল। আৰু দুযো আছিল হেনো বৰ একা-চেকা। ডেকা ফুকনে আৰু এটা নাম কিছুদিন ব্যৱহাৰ কৰিছিল। পিছলৈ পিছে কোনেও সেই নাম দি নমতা হ'ল। সেই নামটো আছিল মহেন্দ্ৰনাথ মৈ হেংডানে ডেকা ফুকন।

এইজনা কটনিযানৰ মুৰত বিভিন্ন সময়ত বিচিত্ৰ ধৰণৰ পাগুৰি, চকুত সুতীক্ষ্ণ দৃষ্টি, মুখত দীঘল দাঢ়ি-চুলি, পিন্ধনত হাত দীঘল চোলা আৰু লংপেন্ট, হাতত লাখুটি, কান্ধত কিতাপ বা হাতে লিখা পুথিৰে সৈতে এখন দীঘল মোনা আৰু কথাই-কামে বীৰত্বৰ চিন ফুটি ওলোৱা, ওখ-পাখ বিখ্যাত লুইতপৰীয়া ডেকা। তেওঁ কটন মহাবিদ্যালযত কোন শ্ৰেণীত কোন সময়ত পঢ়িছিল জনা নাযায। কিন্তু এটা কথা জল্‌জল্ পটপট, তেওঁ আছিল অধ্যক্ষ ছুডমাৰ্চন চাহাবৰ বৰ প্ৰিয ছাত্ৰ। এই ছুডৰ্মাচনৰ লগতেই ডেকা ফুকনৰ কলেজীয়া ছাত্ৰ জীৱনৰ এটি জীয়া কাহিনী— বাল্য কালৰে পৰাই মহেন্দ্ৰ নাথে নাজানিছিল ভয কাক বোলে। তেওঁ কটন কলেজত পঢ়া দিনত অধ্যক্ষ আছিল ছুডমাৰ্চন চাহাব। প্ৰকৃততে আছিল কটন কলেজৰ পিতৃস্বৰূপ। তেওঁৰ যত্নেতেই কটন কলেজখন ভাৰতৰ ভিতৰতে এখন বিখ্যাত কলেজৰূপে স্বীকৃত হৈছিল, কিন্তু ব্যক্তিগতভাৱে ছুডমাৰ্চন আছিল বৰ কাঢ়া, নিযমনিষ্ঠ আৰু হিটহিটীয়া স্বভাৱৰ লোক, সেই কাৰণে অধ্যাপক আৰু ছাত্ৰ সকলোৱে তেওঁক ভয কৰি চলিছিল।

ছুডমাৰ্চন চাহাবে তেওঁৰ বঙলাৰ আগত কিছু বছৰ ধৰি একোডৰা মটৰ মাহৰ খেতি কৰাইছিল। বছৰে বছৰে সময়ত মটৰ মাহডৰা জকমককৈ ফুলে, নিপোটল ছেই ধৰে আৰু ছত্ৰবোৰে লুভীযা দৃষ্টিৰে মটৰ মাহডৰালৈ চায় যদিও ছুডমাৰ্চনৰ ভযত একো নকৰে।

সমযত কলেজলৈ ছাত্ৰ ৰূপে আহিল মহেন্দ্ৰনাথ এটি অনুসন্ধিৎসু মন লৈ। অলপ দিনৰ ভিতৰতে তেওঁ কলেজৰ সকলো বিষয়ে সম্ভেদ ল'লে। লগতে জানিব পাৰিলে ছুডমাৰ্চন চাহাবৰ মটৰ মাহৰ কথা। কৌতুহলবশতঃ মহেন্দ্ৰনাথে মটৰ মাহডৰা চালেগৈ। 'আচৰিত, বছৰে বছৰে ইমান মটৰ মাহ লাগে, অথচ খাওঁতা নাই। তেন্তে কিহৰ কাৰণে এই খেতিৰ প্ৰযোজন'? মহেন্দ্ৰনাথে নিজেই প্ৰশ্ন কৰিলে।

পুৰঠ ছেইৰে সৈতে মটৰ মাহবোৰ দেখি মহেন্দ্ৰনাথে খাবলৈ বৰ মন গ'ল, কিন্তু তেওঁ থাকে উজান বজাৰত। গতিকে অধ্যক্ষৰ বঙলাৰ কাষতে

থকা ছাত্ৰাবাসৰ দুজনমান বন্ধুৰ আগত মটৰ মাহখিনি খোৱা কথাটো উলিয়ালে। বন্ধুকেইজনে খোৱাত সন্মতি জনালে যদিও চিন্তা হ'ল— মেকুৰীৰ ডিঙিত টিলিঙা আঁৰিব কোনে? মহেন্দ্ৰনাথে ক'লে, 'কোনো ভয় নাই, ৰাতি মযে মটৰ মাহৰ গছবোৰ ইযালৈ উভালি আনিম আৰু ৰাতিৰ ভিতৰতে খাই তাৰ চিন-মোকাম মাৰি থ'ম।

মহেন্দ্ৰনাথে ৰাতি তাকেই কৰিলে এডাল গচৰো চিন নাই, মটৰ মাহতলী সুন্দৰ পৰিস্কাৰ কলেজ আৰু হোষ্টেলত, হুলস্থূল লাগিল। 'ছুডমাৰ্চনৰ মটৰ মাহ এডালো নাই। কোনে খালে? কাৰ ইমান সাহ! আজি ছুডমাৰ্চনে কাক কি কৰে ঠিক নাই? ভযত অধ্যাপক ছাত্ৰ সকলো ত্ৰস্তামান। ইফালে সিফালে ছাত্ৰৰ জুমা-জুমি, গুণগুণণি—কাক বা কি কৰে?

এনেতে ক্লাছলৈ আহিল মহেন্দ্ৰনাথ, ছাত্ৰৰ অৱস্থা দেখি তেওঁৰ বুজিবলৈ বাকী নাথাকিল ঘটনা কোনফালে ঢাল খাব পাৰে। তেওঁ এইটোও গম পালে যে এতিযালৈ অধ্যক্ষই নোটিচ দিও চোৰক ধৰিব পৰা নাই। মহেন্দ্ৰ নাথে পলম নকৰিলে। তেওঁ অলপো ভয নকৰি আচল কথাতো কোৱাৰ উদ্দেশ্যে অধ্যক্ষৰ অফিচ ৰুমলৈ আগবাঢি গ'ল। খিৰিকীৰে দেখিলে, ছুডমাৰ্চনে একো নাই হৈ কোঠাটোৰ ইপিনে-সিপিনে ছটফটাই ঘূৰি আছে।

'মে আই ষ্টেপ ইন্ ছাৰ? মে আই ষ্টেপ ইন্ ছাৰ?'—মহেন্দ্ৰনাথে অধ্যক্ষৰ কোঠাত সোমাবলৈ অনুমতি বিচাৰিলে। ইযা কাম ইন্।—গলগলীযা মাতেৰে অনুমতি দিলে ছুডমাৰ্চনে।

কোনো শংকা নৰখাকৈযে মহেন্দ্ৰনাথে ছুডমাৰ্চনৰ আগত হাজিৰ হ'লগৈ। অন্য কিছুমান ল ৰাই বাৰণ্ডাৰ পৰাই নাথক চাবলৈ ধৰিলে। মহেন্দ্ৰনাথে অতি সাহসৰে স্বীকাৰ কৰিলে যে তেৱেঁই মটৰ মাহডৰা খাই শেষ কৰিলে।

পৰম বিস্মিত হৈ ছুডমাৰ্চনৰ ফালে চাই ৰ'ল মহেন্দ্ৰনাথ। কিছু সময নীৰৱতাৰ মাজেদি পাৰ হ'ল। শেষত ছুডমাৰ্চনে থোকা থোকি মাতেৰে তলমুৱা হৈ ক'লে, 'মোৰ ল'ৰাটিযে মটৰ মাহ বৰ ভাল পাইছিল, কিন্তু ভগৱানে তাক সৰহ দিন নাৰাখিলে। তাৰ স্মৃতিতেই বছৰে বছৰে একোডৰা মটৰ মাহৰ খেতি কৰো, কিন্তু কোনেও খাবলৈ নাহো। তুমি খালা বুলি কোৱাত বৰ সুখ পালোঁ। তুমিও মোৰ ল'ৰাৰ দৰে, কিন্তু তুমি খোৱা বুলি কোনেও মোক নক'লে বা ক'বলৈ সাহস নহ'ল। আনকি মোৰ ওচৰলৈ আহি খবৰো নকৰিলে। সিহঁত

শিযালৰ দৰে। তুমিয়েই মোৰ একমাত্ৰ সিংহ ছাত্ৰ।'

কোনেও নভবা অথচ বৰ মূল্যবান বস্তু এটি অকস্মাতে পালে যেনে আনন্দ লাগে, মহেন্দ্ৰনাথে তেনে আনন্দ লাভ কৰি ছুডমাৰ্চনক চেলাম এটি দি কোঠাৰ পৰা ওলাই আহিল।

জুম বান্ধি থকা ছাত্ৰ আৰু কেইজনমান অধ্যাপকে বিস্ময বিমূঢ হৈ মহেন্দ্ৰনাথলৈ চাই থাকিল।

উল্লেখযোগ্য যে পাছত এই মহেন্দ্ৰ নাথেই কটন কলেজৰ বৰ্তমানৰ প্ৰতিভাৰ পৰিচয দিয়ে।

ইযাৰ উপৰি মহেন্দ্ৰনাথে ডেকা ফুকন এজন সুবক্তাও আছিল। ইংৰাজী শব্দৰ স্পষ্ট উচ্চাৰণক লৈ এবাৰ অধ্যক্ষ হেম বৰুবাদেৱে এনেভাৱে কৈছিল-

'কটন কলেজৰ এখন নবাগত সভাত প্ৰথম ডেকা ফুকনক লগ পাওঁ। তেখেতৰ বক্তৃতা শুনি আমি তন্ময হওঁ। তেতিযা আমাৰ ধাৰণা আছিল আমাৰ অধ্যাপক পি চি ৰয মহোদযতকৈ সুন্দৰ ইংৰাজী ভাষাত কথা ক'ব পৰা মানুহ নাই বুলি। ডেকা ফুকনৰ ইংৰাজী বক্তৃতা শুনি সেই ভুল ভাঙিল।

উল্লেখযোগ্য যে পি চি ৰয কটন মহাবিদ্যালযতে এসমযত এগাৰাকী প্ৰবীণ ইংৰাজী অধ্যাপক আছিল আৰু ইফালে অধ্যক্ষ হেম বৰুৱা দেৱৰো ইংৰাজী ভাষাৰ জ্ঞান আছিল অতি উচ্চ ধৰণৰ।

(ডেকা ফুকনৰ ইংৰাজীৰ বিষযে অনু বৰুৱা ৰচিত 'মোৰ চিনাকি মানুহজন পুথিৰ আঠ পৃষ্ঠা দ্ৰষ্টব্য)

১৯৭১ চনত ২৩ ফেব্ৰুৱাৰীৰ গুৱাহাটী বিশ্ববিদ্যালযৰ নৱাগত সভাৰ স্মৃতিগ্ৰন্থত ডেকা ফুকনৰ বিষয়ে এইদৰে লিখা আছে

Deka Phookan, in company with late Madhab chandra Deka Bezborua is the only non official and non academic founder father of Gauhati university He has designed the impressive receipts of the Gauhati University Fund Collection drive, at the request of the then Chief Minister of Assam Lokapriya Gopinath Bordoloi'

ইযাৰ উপৰি তেওঁ আছিল নাট্য কুশলী। নাটঘৰত নাট পৰিচালনা কৰিছিল, দৃশ্যপট আঁকিছিল আৰু অভিনয় কৰিছিল। দেখা যায যে প্ৰসিদ্ধ

চিত্ৰকৰসকলৰ বেছিভাগৰে নাট মন্দিৰৰ সৈতে এটা নিবিড় সম্বন্ধ আছিল— আনকি বৰ্তমান যুগৰ চিত্ৰকাৰ ৰূপে পৰিগণিত পিকাচযো হেনো নাটঘৰৰ দৃশ্যপট আঁকিছিল। ডেকা ফুকনে অঁকা দুখন চিত্ৰপট পূৰ্বৰ কামৰূপ নাট্য সমিতিৰ ভাস্কৰ নাট্য মন্দিৰত শোভাবৰ্ধন কৰিছিল। অভিনযত ডেকা ফুকনে হেনো নিজৰ অংগ-সজ্জা কৰি লৈছিল আৰু তিনিকুৰি বছৰীযা ডেকা ফুকন, একুৰি পাঁচ বছৰীযা নিপোটল সুঠাম ডেকা হৈ পৰিছিল। তেওঁৰ অভিনয আছিল মনোজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত।

যিযেই নহওক আজিৰ এই প্ৰাক্ শতবাৰ্ষিকীৰ সমযত এইজন কটনিযান যিজনে কটন কলেজৰ প্ৰতীকৰ সৃষ্টি কৰিছিল, সেইজনক আমি সকলোৱে শ্ৰদ্ধাৰে মনত পেলাব লাগে। □

# অসমৰ প্ৰয়াত প্ৰাক্তন মুখ্যমন্ত্ৰী

# কটনিয়ান হিতেশ্বৰ শইকীয়া



কটন গৌৰব নে অসম গৌৰৱৰ এই শিতানত লিখিবলৈ লৈছো আমাৰ প্ৰাক্তন কটনিযান তথা প্ৰাক্তন অসমৰ মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীযাৰ কথা। এইজনা ব্যক্তিৰ লগত মোৰ ব্যক্তিগত সান্নিধ্য আছিল। ১৯৯১ চনৰ পৰা ১৯৯৬ চনৰ ২১ এপ্ৰিললৈকে তেওঁৰ লগত মোৰ ঘনিষ্ঠ সম্বন্ধ আছিল আৰু ফলত মানুহজনক ভালকৈ চিনিব পাৰিলো আৰু বহু কথা শিকিবও পাৰিছিলোঁ।

আজি কটন কলেজ শতবাৰ্ষিকীৰ দুৱাৰ দলিত। আজিৰ কটনিযানে জনা উচিত যে এইখন কলেজৰ পৰাই বহু ব্যক্তি বিভিন্ন উচ্চ স্থানত সমযত অসম দেশক পোহৰাই তুলিছিল। শইকীযাও এসময়ত আমাৰ এই মহান কটন পৰিযালৰেই এজন সদস্য আছিল।

১৯৩৪ চনৰ তিনি অক্টোবৰ তাৰিখে বগাবাঘ চাহ বাগিচাত হিতেশ্বৰ শইকীয়াৰ জন্ম হৈছিল। তেওঁৰ ছয় বছৰ বয়স পূৰ্ণ হোৱাৰ লগে লগে ১৯৪০ চনত পিতৃ-মাতৃয়ে তেওঁক পঢ়া-শুনাৰ চিন্তা কৰিব ধৰিলে। সেই সময়ত পঢ়াশুনাৰ নিমিত্তে কোনো ধৰণৰ বিদ্যালয় স্থাপন হোৱা নাছিল। ইয়াৰ মুলতে আছিল কৰ্তৃপক্ষৰ উদাসীন মনোভাব। ব্ৰিটিছসকলে শোষণৰ মনোভাব লৈ আমাৰ দেশখনক এখন উপনিবেশত পৰিণত কৰিছিল। ইয়াৰ শিক্ষা বা অন্যান্য

উন্নয়নমূলক কামত বিশেষ মনোনিবেশ তেওঁলোকে কৰা দেখা নগৈছিল। বিশেষকৈ চাহ বাগিচাসমূহত শিক্ষাৰ ব্যৱস্থা একেবাৰে নাছিল। সেই কাৰণে বিদ্যুৎসাহী পিতৃ হলধৰ শইকীয়াই ঘৰুৱা শিক্ষকৰ তত্ত্বাৱধনতে তেওঁৰ ল'ৰা-ছোৱালীক প্ৰাইমেৰী স্কুল পৰ্য্যায়ৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল।

হিতেশ্বৰ শইকীয়া ১১ বছৰ বয়সত ১৯৪৫ জানুৱাৰী মাহত নাজিৰা উচ্চ ইংৰাজী স্কুলৰ ক্লাছ থ্ৰিত ভৰ্তি হয়। সেই সময়ত নাজিৰা উচ্চ ইংৰাজী স্কুলখনৰ এটি ঐতিহ্য আছিল। হিতেশ্বৰ শইকীয়া চেতিয়া স্কুলত ভৰ্তি হয় তেতিয়া স্কুলৰ শিক্ষকসকলৰ ভিতৰত আছিল পদ্মনাথ শৰ্ম্মা, ৰুচিনাথ শৰ্ম্মা, গিৰীন্দ্ৰ নাথ চাংকাকতি প্ৰভৃতি। নম্ৰতা আৰু নিয়মানুবৰ্তিতাৰ কাৰণে সকলোৱে হিতেশ্বৰ শইকীয়াক হেনো বৰ মৰম কৰিছিল।

হাইস্কুলীয়া ছাত্ৰবস্থাকেই তেওঁৰ চিন্তাৰ স্বাধীনতা পৰিলক্ষিত হৈছিল শৈক্ষিক পৰিবেশ ৰচনা কৰিবলৈ তেওঁ ছাত্ৰ সংগঠনক নতুন ৰূপত গঢ দিবলৈ উপায় চিন্তা কৰিবলৈ ধৰিলে। এনে চিন্তা এটা আগত ৰাখিযেই তেওঁ স্কুলৰ 'ছাত্ৰ একতা' সভাৰ লগত জড়িত হৈ পৰিছিল। তেওঁ তেতিয়াই ভাবিছিল আন যিকোনো অনুষ্ঠানতকৈ শিক্ষা অনুষ্ঠানসমূহ সভ্যতাৰ অভিভাৱক। এই ক্ষেত্ৰত পুথিভঁৰালৰ ভূমিকাও কম গুৰুত্বপূৰ্ণ নহয়। ছাত্ৰৰ মানসিক বিকাশত পুথিভঁৰালৰ প্ৰভাৱ অপৰিসীম। সেযে তেওঁ নাজিৰা উচ্চ ইংৰাজী স্কুলৰ পুথিভঁৰালৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি ইয়াক নিটোল ৰূপত গঢ দি তুলিবলৈ অপ্ৰাণ চেষ্টা কৰিছিল আৰু তেওঁৰ এই চেষ্টাৰ ফলশ্ৰুতি হিচাপেই নাজিৰা উচ্চ ইংৰাজী পুথি ভঁৰালটো এক সঞ্জীৱিত ৰূপত এতিয়াও থিয় দি আছে। ১৯৫০ চনত তেওঁ নাজিৰা উচ্চ ইংৰাজী স্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি ১৯৫৩ চনত গুৱাহাটীৰ কটন কলেজত আই, এ শ্ৰেণীত ভৰ্তি হয়, সেই সময়ত ডক্টৰ হিৰণ্য কুমাৰ ভূঞা আছিল কটন কলেজৰ অধ্যক্ষ। ডক্টৰ ভূঞাৰ মেধাশক্তি আৰু শক্তিশালী ব্যক্তিত্বৰ বাবে কলেজৰ কঠোৰ অনুশাসনকো প্ৰত্যেকেই মানি চলিবলৈ বাধ্য হৈছিল। ছাত্ৰ আৰু শিক্ষক উভয়ে কলেজৰ নিয়ম-নীতিৰ প্ৰতি আছিল সচেতন। ড০ ভূঞাৰ ব্যক্তিত্বৰ এটি মোহনীয় দিশ আছিল, সেয়া হ'ল- তেওঁৰ স্বাভাৱিক গাম্ভীৰ্য্যপূৰ্ণ ব্যৱহাৰ। কটন কলেজৰ সমস্যা আৰু তাৰ সাৰ্থক ৰূপায়ণৰ কাৰণে তেওঁৰ অহোপুৰুষাৰ্থৰ অলপো ত্ৰুটি হোৱা নাছিল। দৰাচলতে ড০ ভূঞাই কটন কলেজৰ সকলো দিশতে নতুন অভিলেখ সৃষ্টি কৰিব পাৰিছিল। এনে এজন ঋষি তুল্য অধ্যক্ষৰ

তত্ত্বাৱধানত অধ্যয়ন কৰা সেই সময়ৰ কটনিয়ান সকলৰ মানসিকতাই অসাধাৰণ ৰূপত বিকাশ লাভৰ সুবিধা পাইছিল। হিতেশ্বৰ শইকীযা আছিল এজন একনিষ্ঠ কটনিযান।

শইকীযাৰ চৰিত্ৰৰ আটাইতকৈ আকৰ্ষণীয দিশ আছিল তেওঁৰ মাধুৰ্য্যপূৰ্ণ ব্যৱহাৰ। ইযাৰ গুৰিতে আছিল তেওঁৰ অভিমানশূন্য মন আৰু সমদৃষ্টি সম্পন্ন সহানুভূতি।

১৯৫৫ তনতে তেওঁ আই এ পাছ্ কৰি একে বছৰতে ছিলঙত এড্মাণ্স কলেজৰ বি এ শ্ৰেণীক ভৰ্তি হৈছিল আৰু তাৰ বি টি হোষ্টেলত থাকিবলৈ লৈছিল। ইযাৰ বি টি হোষ্টেলৰ অধীক্ষক ড০ বাসুদেৱ দত্তৰাযৰ তত্ত্বাৱধানত তেওঁ হোষ্টেলৰ প্ৰিফেক্ট হৈ দুবছৰ কাল আছিল। সেই সমযত মোৰ পিতৃ শ্ৰীযুত বলিন হাজৰিকাও বি টি হোষ্টেলত থাকি এডমাণ্স কলেজতে বি এ মহলাত পটি আছিল। পাছত ১৯৮৪ চনত মযো গৈ সেই এড্মাণ্স কলেজতে বি টি হোষ্টেলত থাকি প্ৰাক্ বিশ্ববিদ্যালযৰ শ্ৰেণীত পটিবলৈ লৈছিলো একেজন অধীক্ষক ড০ বাসুদেৱ দত্তৰাযৰ তত্ত্বাৱধানত। উল্লেখযোগ্য যে সেই একেজন ড০ বাসুদেৱ দত্তৰাযেই হিতেশ্বৰ শইকীয়া, আমাৰ পিতৃদেৱ আদি থকাৰ দিনৰ পৰা আজিৰ দিনলৈকে সেই হোষ্টেলৰেই অধীক্ষক হৈ আছে। এডমাণ্স কলেজত পটি থাকোতেই তেওঁ ইংৰাজী সাহিত্য চৰ্চা কৰাৰ উপৰি ইতিহাস বিষযত বিশেষ মনোযোগ দিযে। ১৯৫৭ চনত তেওঁ এডমাণ্স কলেজৰ পৰা তেতিযাৰ গুৱাহাটী বিশ্ববিদ্যালযৰ অধীনত কলা বিভাগত স্নাতক ডিগ্ৰী লাভ কৰে।

ইযাৰ পাছত ১৯৫৮ চনত তেওঁ লক্ষ্ণৌ বিশ্ববিদ্যালযত ভৰ্তি হয়গৈ। তাত ইতিহাস বিষযত স্নাতকোত্তৰ শ্ৰেণীত পঢে আৰু ১৯৬০ চনত এম এ ডিগ্ৰী লাভ কৰি ঘৰলৈ উভতি আহে। লক্ষ্ণৌ বিশ্ববিদ্যালযত পঢ়ি থকা সময়ত তেওঁ প্ৰখ্যাত অধ্যাপক ড০ চন্দ্ৰ চেট্টাৰ্জীৰ নিবিড সান্নিধ্য লাভ কৰে। শইকীযা হেনো ডক্টৰ চেটাৰ্জীৰ অতি প্ৰিয় আছিল, আৰু শুনামতে শইকীযাৰ দৃঢ প্ৰত্যয়ত তেওঁ মুগ্ধ হৈছিল। আৰু শইকীয়াৰ ওপৰত ভৰসা ৰাখি কৈছিল 'দেশৰ ভবিষ্যতত তোমাৰ যি প্ৰত্যয, তাক তেতিয়াও শিথিল নকৰিবা'।

এতিযা আহোঁ শইকীযাৰ ৰাজনীতিৰ কথালৈ। শইকীযাৰ ৰাজনীতিত প্ৰবেশ আকস্মিক ঘটনা নহয। স্কুলীয়া জীৱনতেই শইকীযাৰ মনত ৰাজনৈতিক চিন্তা কৰাৰ দোকমোকালি সময়। তেতিয়া আমাৰ দেশৰ পৰা ইংৰাজ সকল

গুচি যোৱা নাছিল। সেই সময়ত ভাৰতবৰ্ষৰ ৰাজনৈতিক ঘটনা স্ৰোত দ্ৰুত প্ৰবাহিত হ'বলৈ ধৰিলে সমগ্ৰ ভাৰততে জাতীয় চেতনা ব্যাপকভাৱে বিস্তাৰ লাভ কৰিলে। অনুভূতিক সচকিত কৰি তুলিলে। ১৯৪৫ চনৰ ১৫ আগষ্টত নেতাজী সুভাষ চন্দ্ৰ বসুৱে ভৱিষ্যত বাণী কৰিছিল যে আজিৰ পৰা দুবছৰৰ ভিতৰতে ইংৰাজে আমাৰ দেশ এৰিব। সঁচাকৈয়ে সুভাষ চন্দ্ৰ বসুৰ বাণী বাস্তৱত ফলিল। ইযাৰ উপৰি স্বধীনতা সংগ্ৰামৰ ইতিহাসত গান্ধীজীৰ ভূমিকাৰ কথাও কাৰো অবদিত নহয়। ভাৰতবৰ্ষৰ স্বাধীনতা যুদ্ধৰ অগ্ৰদূত গান্ধীজীৰ প্ৰতি সেযে হিতেশ্বৰ শইকীয়াৰ মন গলি গ'ল আৰু তেওঁৰ একান্ত অনুগামী হৈ পৰিছিল। ষাঠীৰ দশকত দুটা উল্লেখযোগ্য আন্দোলনৰ দাবী আছিল ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ আৰু অসমৰ দ্বিতীয় তেল শোধনাগাৰ স্থাপন। এই আন্দোলন দুটা অসমৰ ৰাজনৈতিক ইতিহাসত অক্ষয় হৈ থাকিব। সেই সময়ত শইকীয়া আছিল যুব সংগঠনৰ গুৰি ধৰোতা। ইযাৰ পাছৰ পৰাই শইকীযা যুব সমাজৰ সাৰ্থক প্ৰতিনিধি হিচাপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলে।

যিযেই নহওক ১৯৬৪ চনৰ সাত মাৰ্চ তাৰিখে শইকীযাই হেমপ্ৰভা শইকীয়াৰ লগত বিবাহ বন্ধনত আবদ্ধ হৈছিল। তেওঁৰ লগত শইকীযা বিবাহৰ সকলো ঠিক কৰিছিল শইকীয়াৰ পিতৃ হলধৰ শইকীযাই। শইকীযা ছাৰে মোক এদিন কৈছিল— 'অৰূপ বুজিছা, মই তোমাৰ আন্তিক এবাৰো বিযাৰ আগে দেখাই নাছিলো। বিযা কৰালে তেনেকৈযে কৰিবা ভাল হ'ব।' তেওঁৰো ভালেই হৈছিল।

শিক্ষামন্ত্ৰী, গৃহমন্ত্ৰী আৰু ১৯৮৩ চনত মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত হোৱা শইকীয়াক কোনো ধৰণৰ উন্মাদনাই টলাব পৰা নাছিল।

ইযাৰ পাছত অসম চুক্তি হ'ল অসমৰ মধ্যকালীন নিৰ্বাচনত কংগ্ৰেছ দলে পৰাজয় বৰণ কৰিলে আৰু পাছত তেওঁক কৰিলে মিজোৰামৰ ৰাজ্যপাল হিচাপে নিযুক্তি দিযা হয। শইকীয়া মিজোৰামত ৰাজ্যপাল হৈ থকা কালতে কংগ্ৰেছ (ই) দল মিজোৰামত ক্ষমতালৈ আহিছিল। সেই সময়তে আকৌ মিজোৰামে ৰাজনৈতিক চেতনাত অনুপ্ৰেৰণা লাভ কৰিলে, আৰু পূৰ্ণ ৰাজ্যৰ মৰ্য্যদাও পালে। শইকীযাই ৰাজ্যপাল হিচাপে সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি আছিল। ১৯৯১ চনত পুনৰ ক্ষমাতালৈ আহে আৰু মুখ্যমন্ত্ৰী পদত অধিষ্ঠিত হয় আৰু মৃত্যুলৈকে সেই পদ অটুট ৰাখিছিল।

যিয়েই নহওক বহুতৰ মনত অতি ভ্ৰান্ত ধাৰণা আছিল যে হিতেশ্বৰ

শইকীযা কেৱল মাত্ৰ এজন ৰাজনৈতিক নেতাহে আছিল। সাহিত্য-সংস্কৃতিৰ লগত তেওঁৰ সম্বন্ধে বলিষ্ঠ বিষযোপযোগী নহয। পিছে এই ধাৰণাৰ বাস্তৱ সত্য তেনেই টুলুঙা ধৰণৰ, কাৰণ তেওঁ আমাৰ বহুততকৈ বেছি অধ্যযন কৰা প্ৰমাণ আছে। চাৰ্চিলৰ চিন্তাশীল ৰচনাসমূহৰ প্ৰায় ভাগেই তেওঁ পঢা-শুনা কৰিছিল।

সাহিত্য-সংস্কৃতিৰ লগত নিজকে ঘনিষ্ঠভাৱে জড়িত ৰাখি বহুতে আনন্দ লাভ কৰে। এনে আনন্দ লাভৰ কাৰণেই শইকীয়াই অসম সাহিত্য সভাৰ লগত একান্তভাৱে নিজকে জড়িত ৰাখিবলৈ কামনা কৰিছিল।

আজি কটন কলেজৰ এনে এটি শুভ প্ৰাক্ শতবাৰ্ষিকীৰ দিনত আমি সকলোৱেই এইজন কটনিয়ানক শ্ৰদ্ধাৰে সোঁৱৰা উচিত। তেওঁ জীযাই থকা হ'লে হযতো এই শতবাৰ্ষিকীৰ উৎসৱত প্ৰত্যক্ষভাৱে অংশগ্ৰহণ কৰিলেহেঁতেন। তেওঁৰ মৃত্যুত কটন কলেজে সঁচাকৈয়ে এজনযোগ্য কটনৰ সন্তান হেৰুৱালে। ❑

# বিৰল প্ৰতিভাৰ গৰাকী
# ড° হিৰণ্য চন্দ্ৰ ভূঞা



অতীত প্ৰীতিয়ে জীৱন্ত জাতিক সঠিক পথ দেখুওৱাৰ ক্ষেত্ৰত সহায় কৰে। অতীতৰ নিৰ্মোহ অথচ নিৰপেক্ষ বিশ্লেষণে জাতি এটাৰ সমৃদ্ধিতো উল্লেখযোগ্য বৰঙণি আগবঢ়ায়। একো একোজন ব্যক্তিৰ কৰ্মময় জীৱনৰ লগত সেই সময়ৰ বুৰঞ্জী বহু সময়ত সাঙোৰ খাই থাকে। সেই তেনে ধৰণৰ এজন ব্যক্তি আছিল ড০ হিৰণ্য চন্দ্ৰ ভুঞা। এইজন ব্যক্তিৰ পৰিয়ালৰ লগত মোৰ সান্নিধ্য শ্বিলঙত পঢ়া কালৰে পৰা। তেওঁৰ নাতি ল'ৰা ফুলু মোৰ সহপাঠী আছিল। তেওঁ ককা দেউতাকৰ কথা অনবৰতে কৈছিল আৰু কেতিয়াবা তেওঁলোকৰ শ্বিলঙৰ ঘৰলৈ লৈ গৈ ডাঙৰ ডাঙৰ কিছুমান কিতাপ দেখুৱাইছিল সেইবোৰ দেখি মই বৰ মুগ্ধ হৈছিলো।

যিয়েই নহওক এতিয়া আচল কথালৈ আহোঁ। কুৰি শতিকাৰ বিজ্ঞানী ৰমণৰ প্ৰতিভা আৰু স্বাৱলম্বী গৱেষণাৰ আদৰ্শই যিসকল ছাত্ৰৰ মনত গভীৰ সাঁচ বহুৱাইছিল, সেইসকলৰ ভিতৰত অসমৰ হিৰণ্য চন্দ্ৰ ভূঞাও এজন। ছাত্ৰৱস্থাৰে পৰা তেওঁ বিজ্ঞানৰ গবেষণা কৰাৰ হেনো হাবিয়াস কৰিছিল। তেওঁ ১৯২৫ তনৰ পৰা ১৯৩০ তনৰ সময়ছোৱাত স্নাতক আৰু স্নাতকোত্তৰ মহলৰ ছাত্ৰ হিচাপে কলিকতাত আছিল। কিন্তু কলিকতাৰ বৈজ্ঞানিক গৱেষণা তথা

উন্নতিৰ ভৰপক সময়ত শিক্ষা লাভ কৰিও হিৰণ্য ভূঞাৰ বৈজ্ঞানিক গৱেষণাৰ স্বপ্ন দিঠক নহ'ল।

নগাঁও জিলাৰ ৰহা অঞ্চলৰ কঁহাৰ গাঁৱত ১৯০৫ চনত হিৰণ্য চন্দ্ৰ ভূঞাৰ জন্ম হৈছিল। তেওঁৰ দেউতাক গোলাপ চন্দ্ৰ ভূঞা এগৰাকী কবি আছিল। ভূঞাই হেনো ল'ৰালি কালৰে পৰাই অত্যন্ত চোকা বুদ্ধি আৰু মেধাৰ পৰিচয় দিছিল। তেও প্ৰতিটো পৰীক্ষাতে প্ৰথম স্থান অধিকাৰ কৰিছিল। তেওঁ প্ৰবেশিকা পৰীক্ষাত অসম উপত্যকাৰ ভিতৰত প্ৰথম আৰু কটন কলেজৰ পৰা পদাৰ্থ বিজ্ঞানৰ প্ৰথম শ্ৰেণীৰ অনাৰ্ছ সহ বি এছ চি পাছ কৰে। তেওঁ ১৯২৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞান লৈ এম এছ. চি ডিগ্ৰী লাভ কৰে।

১৯২৯ চনত হিৰণ্য চন্দ্ৰ ভূঞাই কটন কলেজৰ পদাৰ্থবিজ্ঞান বিভাগত অধ্যাপনা আৰম্ভ কৰে। 'স্ফটিকৰ ত্ৰুটি'ৰ (Imperfection in Crystals) বিষয়ে কৰা তাত্ত্বিক গৱেষণাৰ বাবে তেও ১৯৪৯ চনত পি এইছ ডি উপাধি লাভ কৰে।

চাকৰি জীৱনত ড° হিৰণ্য ভূঞাই শিক্ষকতা, প্ৰশাসন আৰু শিক্ষা সংস্কাৰ আটাইকেইটা দিশতে অতুলনীয় পাৰদৰ্শিতা দেখুৱাই থৈ গৈছে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণীত স্নাতকোত্তৰ উপাধি লৈ আহি তেওঁ পোনতে কটন মহাবিদ্যালযৰ পদাৰ্থবিজ্ঞান বিভাগত অধ্যাপক হিচাপে যোগদান কৰে। ১৯৪৭ চনত তেওঁ ইংলণ্ডলৈ গৈ গৱেষণা কৰি ডক্টৰেট উপাধি লৈ আহি পুনৰ কটন কলেজত যোগদান কৰে। ১৯৫১ চনত তেও কটন কলেজৰ অধ্যক্ষ হয় আৰু ১৯৫৫-৫৬ চনত অসমৰ শিক্ষাধিকাৰ পদত অধিষ্ঠিত হয। তাৰ পাছত তেওঁ ১৯৬০ চনলৈকে শিক্ষা সচিবৰ দায়িত্বত থাকে। তেওঁ ১৯৬০ চনৰ পৰা ১৯৬২ চন পৰ্য্যন্ত গুৱাহাটী বিশ্ববিদ্যালযৰ উপাচাৰ্য্য হিচাপে কাৰ্যনিৰ্বাহ কৰি পাছত সেই পদ ইস্তফা দিয়ে। এয়েই আছিল ড° ভূ এগ্ৰাৰ চাকৰি জীৱন।

এবাৰ হেনো অসম বিজ্ঞান সমিতিৰ এখন সভাত ড° পৱন চন্দ্ৰ মহন্তই ভূ-পদাৰ্থ বিজ্ঞান সম্পৰ্কীয় এটা বক্তৃতা দিছিল। ভাষণ প্ৰসংগত তেওঁ 'লাভ ওৱেভ' (Love wave ভূ-কম্পনৰ বিস্তাৰণৰ লগত জড়িত তৰল বিশেষ) সম্পৰ্কে কিবা তথ্য দাঙি ধৰোঁতে অধ্যাপক এজনে খুঁত ধৰিছিল। বক্তা আৰু প্ৰশ্নকৰ্তাৰ মাজত তৰ্কাতৰ্কি হৈ গৈ এক উত্তপ্ত পৰিস্থিতিৰ সৃষ্টি হৈছিল। পাছত দেখা গ'ল ড° ভূঞাই নিজে ব'ৰ্ডলৈ গৈ বিষয় বস্তু সকলোৰে বোধগম্য

হোৱাকে বুজাই দিলে। তেওঁৰ প্ৰাঞ্জল ব্যাখ্যাত সকলো সন্তুষ্ট হ'ল।

ড° ভূঞাৰ প্ৰতি প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ আছিল শ্ৰদ্ধা, মৰম অৰু ভয় মিশ্ৰিত এক আচৰিত অনুভূতি। প্ৰত্যেকেই তেওঁক এখন উচ্চ আসন দিছিল। ইযাৰ কাৰণ আছিল ড° ভূঞাৰ গাম্ভীৰ্য্যপূৰ্ণ অথচ মধুৰ ব্যক্তিত্ব, অতি কঢ়া শাসন অথচ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি বন্ধুত্বপূৰ্ণ আৰু সহানুভূতিশীল আচৰণ, ভাবাৰ ওপৰত নিখুঁত দখল, বিষযৰ ওপৰত গভীৰ জ্ঞান, শ্ৰেষ্ঠ শিক্ষণ কৌশল আৰু তীক্ষ্ণ মেধাশক্তি।

কটন কলেজৰ অধ্যাপক পদৰ পৰা তেওঁ অধ্যক্ষ পদলৈ পদোন্নতি হৈছিল। এটা নতুন দাযিত্ববোধ আৰু ঐকান্তিকতাৰে তেওঁ গ্ৰহণ কৰিছিল। যেন নিজ ইচ্ছা আৰু পৰিকল্পনাৰে শিক্ষা জগতক গঢ় দিযাৰ এটা সুবৰ্ণ সুযোগ পালে তেওঁ। তেওঁ কটন কলেজৰ অধ্যক্ষৰ পদত অধিষ্ঠিত হোৱাত অকল ছাত্ৰ-ছাত্ৰী, অধ্যাপক-অধ্যাপিকাই নহয, সকলো শিক্ষাপ্ৰেমীযেই সন্তোষ পাইছিল। কৰ্মজীৱনত অধ্যাপক ভূঞাই কেতিযাও উচ্চকাংক্ষাৰ পোষকতা কৰা নাছিল। কিন্তু পদোন্নতি তেওঁৰ পিছ এৰা নাছিল। কটন কলেজৰ শিক্ষকতা কৰাটোৱেই তেখেতৰ অভিলাষ আছিল। কিন্তু কটন কলেজৰ অধ্যক্ষ পদত থাকোতেই শিক্ষাধিকাৰ নিযুক্ত হোৱাত তেখেতে কলেজ এৰি যাবলগীযা হয়। শিক্ষাধিকাৰ পদত থাকোতেই কিছু দিনৰ বাবে তেখেতে অসমৰ শিক্ষা সচিবৰ দায়িত্বও বহন কৰিছিল। ড° ভূঞাই শিক্ষাধিকাৰৰ দাযিত্ব লোৱাৰ পাছতেই অসমৰ মাধ্যমিক পৰ্যাযৰ শিক্ষা ব্যৱস্থাৰ এটা পৰিৱৰ্তন সাধন কৰিব লগা হ'ল। 'মুদালিযাৰ শিক্ষা আয়োগৰ' প্ৰতিবেদনত উল্লেখিত অনুমোদন ক্ৰমে ১৯৫৮ চনৰ পৰা অসমত উচ্চতৰ আৰু বহুমুখী বিদ্যালয আৰম্ভ হ'ল। এই পদ্ধতি অনুসৰি ছাত্ৰ-ছাত্ৰীযে অষ্টম শ্ৰেণীৰ পৰাই অভিৰুচি অনুযাযী কলা, বিজ্ঞান নাইবা বাণিজ্য শাখাত শিক্ষা গ্ৰহণ কৰাৰ সুবিধা পায। মেধাৱী ছাত্ৰ-ছাত্ৰীয়ে তলৰ শ্ৰেণীৰে পৰাই নিজৰ প্ৰতিভা বিকাশ কৰাৰ সুবিধা পায।

১৯৬০ চনৰ ২৩ ফেব্ৰুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপচাৰ্য্যৰ দাযিত্ব গ্ৰহণ কৰে। ড° ভূঞা আছিল গুৱাহাটী বিশ্ববিদ্যালযৰ তৃতীয়জন উপাচাৰ্য। পণ্ডিত প্ৰসৰ কৃষ্ণকান্ত সন্দিকৈয়ে ১৯৫৭ চনলৈকে উপাচাৰ্য্য তিনিটা নিৰ্ধাৰিত কাৰ্যকাল সুখ্যাতিৰে চলোৱাৰ পাছত ড° সূৰ্য্য কুমাৰ ভূঞা উপাচাৰ্য হয়।

বিশ্ববিদ্যালযৰ পৰা ওলাই আহিল, কিন্তু অসম চৰকাৰে তেখেতক অৱসৰ-বিনোদনৰ সুযোগ নিদিলে। তেখেত পুনৰ অসম লোকসেৱা আযোগত

কাৰ্যনিৰ্বাহ কৰিবলগীয়া হ'ল—পোনতে সদস্য হিচাপে আৰু শেষত সভাপতি হিচাপে।

অধ্যাপক ভূএগ্রাৰ অধ্যায়ন স্পৃহা যেনেদৰে অপৰিসীম, অছিল বিস্তৃত। ড০ হিৰণ্য ভূএগ্রা আছিল অসম বিজ্ঞান সমিতিৰ প্ৰাণশক্তি স্বৰূপ, প্ৰধান উপদেষ্টা আৰু কৰ্মীসকলৰ প্ৰেৰণাৰ উৎস। কটন কলেজৰ গণিত বিজ্ঞানৰ প্ৰাক্তন অধ্যাপক ৰাধাকান্ত দাসৰ মতে কটন কলেজৰ পদাৰ্থবিজ্ঞান বিভাগৰ চাহ মেল এখনত ড০ হিৰণ্য ভূএগ্রাই হেনো অসমত বিজ্ঞান সমিতি এখন স্থাপন কৰাৰ পৰামৰ্শ আগবঢ়াইছিল। ১৯৫৩ চনত 'গুৱাহাটী বিজ্ঞান সমিতি' (পাছলৈ 'অসম বিজ্ঞান সমিতি') প্ৰতিষ্ঠা কৰাৰ সময়ত ড০ ভূএগ্রা আছিল কটন কলেজৰ অধ্যক্ষ।

ড০ হিৰণ্য চন্দ্ৰ ভূএগ্রা যোৰহাট বিজ্ঞান মহাবিদ্যালযৰ এগৰাকী অন্যতম খনিকৰ। তেখেতে বিচাৰিছিল বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অধ্যায়নক কেন্দ্ৰ হিচাপে এই অনুষ্ঠানটি আই আই টি (Indian Institute of Technology) পৰ্যায়লৈ যেন উন্নতি হওক। তেখেতৰ এই মহান কল্পনাৰ বাস্তৱায়ন আজিও সফল হৈ উঠা নাই।

অসম লোকসেৱা আযোগৰ পৰা অবসৰ গ্ৰহণ কৰি তেখেতে কিছু দিনৰ বাবে অসম বিজ্ঞান সমিতিৰ উপদেষ্টা হয। এই কালছোৱাৰ ভিতৰতে তেখেতে বিজ্ঞানৰ স্নাতক শ্ৰেণীৰ ছাত্ৰসকলক তাচপাতৰ সহাযেৰে Laplace Transformation শিকোৱাৰ উদ্দেশ্যে এখনি আঁচনি হাতত লৈছিল। অৱশ্যে তেখেতৰ এই আঁচনি কাৰ্য্যত ৰূপাযিত নৌহওঁতেই এই সংসাৰ এৰি গুচি গ'ল, ১৯৭৩ চনৰ ২৩ ডিচেম্বৰ তাৰিখে। □

# কৰ্মযোগী
# গিৰিধৰ শৰ্মা



কটন গৌৰৱ নে অসম গৌৰৱৰ এইলানি লিখনি লিখিবলৈ লওঁতে বিভিন্ন মহৎ লোকৰ জীৱনী অধ্যয়ন কৰিব লগা হৈছে। ইয়াৰ ভিতৰত কৰ্মযোগী গিৰিধৰ শৰ্মা অন্যতম।

১৯১২ চনৰ (১৮৪৩ শকৰ) ৩০ জুলাইত নলবাৰীৰ অন্তৰ্গত ককযা গাঁৱত এটি সম্ভ্ৰান্ত পৰিয়ালত গিৰিধৰ শৰ্মাৰ জন্ম হয়। 'পদ্য-গীত'ৰ কবি গোবিন্দ মিশ্ৰ শৰ্মাৰ উপৰি পুৰুষ। তেওঁ পিতৃ ৰাধানাথ শৰ্মা আৰু মাতৃ দশমপ্ৰিয়া দেৱী। তেওঁ সোণ-ৰূপৰ চামুচ লৈ জন্ম গ্ৰহণ কৰা নাছিল যদিও সৌভাগ্য যে দশমপ্ৰিয়াৰ দৰে এগৰাকী মহীয়সী মাতৃ লাভ কৰিব পাৰিছিল।

১৯২৯ চনত ছাত্ৰ গিৰিধৰে সুখ্যাতিৰে এম ই পৰীক্ষাত উত্তীৰ্ণ হয়। তেতিয়া তেওঁৰ পঢ়া আৰু চাকৰি সম্পৰ্কে আত্মীয়-স্বজনে বিভিন্ন মত প্ৰকাশ কৰিছিল। কোনো কোনোৱে হেনো কৈছিল— 'এবছৰৰ পাছত ভায়েক উমাকান্তযো এম ই পাছ কৰিব। একেলগে দুজনক মাকে হাইস্কুলতক পঢ়ওৱাটো সম্ভৱ হ'বনে? গতিকে গিৰিধৰে মণ্ডল চাকৰি কৰক, তাত পইচাও আছে।' অৱশ্যে দুই-এক হেনো গিৰিধৰক চোকা-বুদ্ধিৰ ল'ৰা বুলি হাইস্কুলত পঢ়াৰ সপক্ষে মত দিছিল। আৰু মাকে দুখ-কষ্ট কৰি হ'লেও পঢ়ুওৱাটোকে ঠিক কৰিলে।

১৯৩৩ চনত গিৰিধৰ শৰ্মাই চামতা হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা দি উঠি পাঠশালা স্কুলৰ শিক্ষকৰ বাছনি পৰীক্ষা এটাও দিলে আৰু তাত প্ৰথম স্থান অধিকাৰ কৰিলে। সেই সময়ত গুৱহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন নবীনচন্দ্ৰ বৰদলৈৰ লগত গিৰিধৰ শৰ্মাৰ পৰিচয় হোৱাত বৰদলৈয়ে কৈছিল, 'তুমি চোকা বুদ্ধিৰ ল'ৰা। শিক্ষক হ'ব নালাগে। কলেজত পঢ়া। তোমাৰ ভৱিষ্যৎ উজ্জ্বল হ'ব।'

পাছত তেওঁ প্ৰাথমিক স্কুলত শিক্ষকতা কৰাৰ লগে লগে শৰ্মাৰ নতুন ৰূপত ছাত্ৰজীৱন আৰম্ভ হ'ল। তেওঁ ওচৰতে থকা ললিতচন্দ্ৰ স্মৃতি তীৰ্থৰ টোলত সংস্কৃত অধ্যয়ন কৰিবলৈ লয় আৰু ১৯৩৫ চনত ব্যাকৰণৰ উপাধি পৰীক্ষাত প্ৰথম হৈ স্বৰ্ণপদক লাভ কৰে। কাব্যৰ আদ্য পৰীক্ষাতো তেওঁ সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল যদিও সেই বছৰতে যোৰহাট নৰ্মাল স্কুলত পঢ়িবলৈ যোৱাত কাব্যৰ পৰীক্ষা দিয়া নহ'ল। সেই চনৰে মাৰ্চ মাহত ওচৰৰ বনগ্ৰাম গাঁৱৰ সাবিত্ৰী বালা দেৱীৰ লগত তেওঁৰ বিবাহ হয়।

১৯৩৯ চনৰ পৰা ১৯৪৯ চনলৈকে শৰ্মাই চৰকাৰী হাইস্কুলৰ শিক্ষকৰূপে ক্ৰমে কহিমা, শিৱসাগৰ, উত্তৰ লক্ষ্মীমপুৰ, ধুবুৰী আৰু গুৱাহাটীত চাকৰি কৰে। এই কালছোৱাত ভিতৰতে তেওঁ প্ৰাইভেটকৈ আই এ, বি এ, (১৯৪৩) আৰু সসমীয়া বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম এ (১৯৪৮) পৰীক্ষাত উত্তীৰ্ণ হয়। 'Sanskrit Grammar and Composition আৰু প্ৰৱেশিকা ৰচনা শিক্ষা' নামৰ দুখন মূল্যবান গ্ৰন্থ এই সময়ছোৱাৰ ভিতৰতে তেওঁ প্ৰণয়ন কৰে।

শৰ্মাদেৱে ১৯৫০ চনৰ দুই জানুৱাৰীত গুৱাহাটী সন্দিকৈ কলেজৰ অসমীয়া বিভাগৰ অধ্যপক হিচাপে অলপদিন কাম কৰি পাছত সুদীৰ্ঘ ১২ বছৰ (১৯৫০-৬২) কাল কটন কলেজত অধ্যাপনা কৰে। আজীৱন শিক্ষাব্ৰতী শৰ্মাই গভীৰভাৱে অনুভৱ কৰিছিল যে তেওঁৰ বাসস্থান ৰিহাবাৰী অঞ্চলত প্ৰাথমিক বিদ্যালয়ৰ পৰা মহাবিদ্যালয়লৈকে বিভিন্ন স্তৰত শিক্ষানুষ্ঠান পতাটো একান্ত প্ৰয়োজনীয়। ফলত তেওঁৰ আশাশুধীয়া যত্নতেই ৰিহাবাৰীত আৰ্য বিদ্যাপাঠশালা, আৰ্যবিদ্যাপীঠ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুল, বাণীকান্ত ছোৱালী স্কুল আৰু শৰ্মাৰ শিক্ষা জীৱনৰ প্ৰধান কীৰ্তি আৰ্যবিদ্যাপীঠ কলেজ (১৯৫৮) প্ৰতিষ্ঠিত হয়। অৰ্য্যবিদ্যাপীঠ কলেজ আছিল শৰ্মাৰ নিজৰ সন্তানৰ দৰে অতি মৰমৰ, এই কলেজখনৰ সৰ্বাঙ্গীণ উন্নতিৰ কাৰণে তেওঁৰ ব্যক্তিগত

আৰু পৰিয়ালৰ কল্যাণৰ কথাকো ত্যাগ কৰিছিল। এই কলেজখনৰ কাৰণেই তেওঁ সুদীৰ্ঘ ২২ বছৰে কৰা চৰকাৰী চাকৰিও ইস্তফা দি অধ্যক্ষ পদ (১৯৬২) গ্ৰহণ কৰিছিল। ১৯৭৫ চনত তেওঁ সেই পদৰ পৰা অৱসৰ লৈছিল।

গিৰিধৰ শৰ্মাদেৱৰ কৰ্মই আছিল ধৰ্ম। গীতাৰ 'কৰ্মজ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন' এই বাণীকে সাৰোগত কৰি তেওঁ কৰ্ম কৰি গৈছিল। কলেজত চাকৰিত সোমোৱাৰ পাছৰ পৰা শৰ্মা বিবিধ গ্ৰন্থ ৰচনা আৰু নানা দেশ হিতকৰ কামত ব্ৰতী হয। সেই সময়ছোৱাত ৰচনা কৰা গ্ৰন্থৰ ভিতৰত 'অসমীযা ভাষাৰ ব্যাকৰণ' 'অসমীয়া অভিধান', Sarm's Anglo Assamese Dictionary 'সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা', 'শুৱলা পাঠ', (তিনিখণ্ড) আদি প্ৰধান। অসম সাহিত্য সভাৰ লগতো শৰ্মাৰ সম্বন্ধ আছিল আতি নিবিড়। ১৯৭৩ চনত ৰঙিয়াত অনুষ্ঠিত অসম সাহিত্য সভাৰ ৪০ শ অধিবেশনত শৰ্মাই পৌৰোহিত্য কৰিছিল। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাৰ ভাষাত 'শৰ্মাই তেওঁৰ কাৰ্যকালৰ বছৰটোত অসম সাহিত্য সভাক প্ৰচণ্ড গতিবেগেৰে আগবঢাই নিবলৈ যত্ন কৰিছিল।' তেওঁ সভাপতিৰ অভিভাষণত অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ উন্নতিকল্পে যি বাৰদফীযা আঁচনি দাঙি ধৰিছিল, সেই আঁচনি অতিশয মূল্যবান আৰু অসম সাহিত্য সভাই আংশিকভাৱে হ'লেও পাছত সেই আঁচনি কাৰ্যকৰী কৰিছিল। তেওঁৰ দিনতে অসম সাহিত্য সভাৰ পত্ৰিকাখন পোন প্ৰথমবাৰৰ বাবে মাহেকীযাকৈ প্ৰকাশ পায। শৰ্মাৰ সংগঠন শক্তি যে অতুলনীয আছিল তাৰ কথা অসম সাহিত্য সভাই প্ৰমাণ কৰে। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই এবাৰ লিখিছিল— 'কটনত আমি এটা সুখী পৰিযাল হৈ কাম কৰিছিলো। আমি মানে গিৰিধৰ শৰ্মা, উপেন চন্দ্ৰ লেখাৰু, বিনয ভূষণ চৌধুৰী, ভুৱনেশ্বৰী বৈশ্য, ড° হেমন্ত কুমাৰ শৰ্মা, ড° উপেন্দ্ৰনাথ গোস্বামী ইত্যাদি। কটনত কাম কৰা দিনবোৰ বৰ সুখৰ আছিল। তাৰ স্মৃতি ৰোমন্থন কৰিলে আজিও মনটো মোৰ বেযা লাগে। আজি সেই ৰামো নাই, সেই অযোধ্যাও নাই। কটনত বুঢ়া প্ৰশাসনীয ভৱনটো কালাপাহাৰৰ হাতুৰীৰ কোবত চূৰ্ণ-বিচূৰ্ণ হোৱাৰ লগে লগে বহুতৰ স্মৃতিৰ সান্দহ খোৱা বালিও তল গ'ল। এই শৰ্মাৰ লগত কিমান যে সাহিত্য সংস্কৃতি সম্পৰ্কে আলাপ-আলোচনা কৰিছিলো। ৰবীন্দ্ৰ ভৱন যেতিয়া শ্বিলঙৰ সলনি গুৱাহাটীত সজা খাটাং হ'ল, তেতিয়া ঠাই বাছনিত কেণা লাগিল। প্ৰথমতে পল্টন বজাৰৰ নিউফিল্ড বাছনিত উঠা দেখি আমি কোনেও ভাল পোৱা নাছিলো। ই যদি গুৱাহাটীৰ সাংস্কৃতিক প্ৰাণকেন্দ্ৰত স্থাপিত নহয় তেন্তে

লাভ হ'ল কি? গিৰিধৰ শৰ্মাই কৈছিল— 'হাজৰিকা, ভয় নকৰিব, মই বাৰবণ্ডলুৱা ঠাইত ৰবীন্দ্ৰ ভৱন হ'বলৈ নিদিওঁ।' যেনে কথা তেনে কাম, তেওঁ সেই অঞ্চলৰ নাগৰিকসকলৰ হৈ এখন স্মাৰকপত্ৰ দি নিউফিল্ডত ৰবীন্দ্ৰ ভৱন পতাত আপত্তি দৰ্শালে। চৰকাৰে আপত্তি মানি ল'লে। দ্বিতীয়বাৰৰ স্থান বাছনিত মাছখোৱা ময়দানৰ নাম উঠিল। তাতো আশ্ৰফ আলী প্ৰমুখ্যে সেই অঞ্চলৰ ৰাইজে ধৰ্মীয় কাৰণত আপত্তি দৰ্শোৱাত ৰবীন্দ্ৰ ভৱন আমবাৰীলৈ আহিল, তাতে নিগাজি হ'ল।

কামৰূপ জিলা সাহিত্য পৰিষদ আছিল গিৰিধৰ শৰ্মাৰ কৰ্মজীৱনৰ জুইশাল আৰু অসম সাহিত্য সভা কমাৰশাল। প্ৰথম অৱস্থাত তেওঁৰ একাণপতীয়া মনোযোগ আছিল শিক্ষাৰ ক্ষেত্ৰতহে। পাছতহে ই সাহিত্যৰ ফালে ঢাল খাইছিল। কামৰূপ জিলা পৰিষদৰ সভাপতি হৈ গিৰিধৰ শৰ্মাই এবছৰ কাৰ্যনিবাহ কৰিছিল। এই বছৰটোত পৰিষদখন জাকত-জিলিকা হৈ ঠান ধৰি উঠিছিল। সংগঠন, গ্ৰন্থ প্ৰকাশ আদি কামত আত্মনিযোগ কৰি তেওঁ নামৰ সভাখন কামৰ সভা কৰি তুলিবলৈ নথৈ পৰিশ্ৰম কৰিছিল।

এটা কথা স্বীকাৰ কৰিব লাগিব যে গৰিধৰ শৰ্মা প্ৰথিতযশা সাহিত্যিক নাছিল। অসমীয়া সাহিত্যৰ বুৰঞ্জীত তেওঁৰ স্থান আগশাৰীৰ সাহিত্যিকসকলৰ লগত নাথাকিলেও, অসম সাহিত্যিকসকলৰ লগত মাজত। এই সন্মান তেঁ স্বকীয় সাহিত্যিক প্ৰতিভাৰে নহয়, আন্তৰিক সাহিত্য সেৱা আৰু অসম সাহিত্য সভাৰ বাবে অক্লান্ত শ্ৰমদান কৰি আৰ্জি লৈছিল।

১৯৭৮ চনৰ ১০ মে' দিনা 'জীৱন নাটৰ শেষ ৰাগিণী' গাই গাই তেওঁ সকলোকে এৰি থৈ গুচি গ'ল চিৰ শান্তিৰ কোলাত বাহি আমাক আশিস দিবলৈ— য'ত ৰৈ আছে ফাগু কুৰ্মীয়ে তেখেতক সেৱা-শুশ্ৰূষা কৰিবলৈ। ✡

## সাহিত্য কাণ্ডাৰী

# আনন্দৰাম বৰুৱা



আনন্দৰাম বৰুৱাই আছিল অসমৰ প্ৰথম আধুনিক শিক্ষাৰে শিক্ষিত অসমীয়া ব্যক্তি। অতি কম দিন জীয়াই আছিল যদিও তেখেতে অগাধ পাণ্ডিত্যৰ গুণত বিশ্ববিশ্ৰুত হৈ অসমীয়া জাতিক বিশ্বৰ সৈতে চিনাকি কৰি দিবলৈ সক্ষম হৈছিল। উল্লেখযোগ্য যে এই পণ্ডিতগৰাকীৰ স্মৃতিতেই কটন মহাবিদ্যালযৰ তৃতীয় ছাত্ৰবাসটিৰ নাম আনন্দৰাম বৰুৱা হৈছিল। আজি আমি কটন মহাবিদ্যালয়ৰ শতবাৰ্ষিকী উদ্‌যাপন দুৱাৰডলিত। সেয়েহে এইবোৰ কটন গৌৰৱ নে অসম গৌৰৱৰ এই শিতানত এইগৰাকী মহান ব্যক্তিৰ বিষয়ে লিখিবলৈ লৈছো।

পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱা ইহসংসাৰৰ পৰা বিদায় লোৱা আজি ভালেমান বছৰ অতীত হ'ল, তেওঁৰ বিষয়ে জানিবলগীয়া ঘাই কথাখিনি এতিয়াও ৰাইজৰ আগত সম্পূৰ্ণ হৈ ওলোৱা নাই। আমাৰ অসমত বহুত মানুহ আছিল যি সকলে পৰা আনন্দৰামক দেখিছিল, মেজিষ্ট্ৰেট হৈ থাকোতে তেওঁৰ লগত নানান প্ৰকাৰে ঘনিষ্ঠতা ৰাখিছিল, শেহত অগ্নিৰ গৰ্ভত দেহা বিসৰ্জ্জন কৰিছিল, তথাপিও কোনোজনে যে তেওঁৰ জীৱনী এখন লিখি থৈ নগ'ল ইহে বৰ দুখৰ কথা। আনন্দৰাম বৰুৱাৰ দুৰ্ভাগ্য যে তেওঁ পুৰাণ

প্ৰসিদ্ধ প্ৰাগ্‌জ্যোতিষপুৰত জন্ম লৈছিল, তেওঁৰ জন্ম হ'ব লাগিছিল ভাৰতৰ আন কোনো গুণীৰ গুণ বুজা উন্নত দেশত, তেতিয়া তেওঁ যতাযথ সন্মান পালেহেঁতেন। আন্দৰামৰ গৌৰৱ বাণীত দেশবাসীৰ প্ৰাণ মতলীয়া হ'লহেঁতেন।

আনন্দৰাম বৰুৱা বৃত্তিত আছিল ৰাজ বিষয়া। তেতিয়াৰ ব্ৰিটিছ চৰকাৰৰ অধীনত আই চি এছ বিষয়া হিচাপে ১৮৭২ চনৰ পৰা জীৱনৰ অন্তিম কাললৈ (১৮৮৯) প্ৰথম দুবছৰ অসমৰ শিৱসাগৰত আৰু বাকীছোৱা চাকৰি জীৱন বঙ্গৰ বিভিন্ন স্থলত দাযিত্বপূৰ্ণ পদত ৰাজসেৱা কৰিছিল। কিন্তু বিশ্বৰ বিদগ্ধ ব্যক্তিসকলৰ মানসপটত আনন্দৰাম বৰুৱাৰ যিখনি ছবি সেয়া এগৰাকী ৰাজবিষয়াৰ নহয় এগৰাকী অসামান্য প্ৰতিভাৰ গৰাকী প্ৰাচ্যতত্ত্ববিদ পণ্ডিতৰহে। লোকসেৱাৰ সকলোবোৰ গুৰুদাযিত্ব সুকলমে পালন কৰাৰ লগতে আনন্দৰামে সাহিত্য সেৱাতো ঐকান্তিকতাৰে নিৰবচ্ছিন্নভাৱে আত্মনিয়োগ কৰি নিচেই কম সময়তে ভাৰততত্ত্বৰ গভীৰ পাণ্ডিত্যপূৰ্ণ বাৰ-চৈধ্যখন গ্ৰন্থ প্ৰণয়ন কৰি দেশ সেৱাৰ এক বিশিষ্ট দিশত নিজ নাম স্বৰ্ণমণ্ডিত কৰি থৈ যোৱাৰ উপৰি বিশ্ব দৰবাৰত জন্মভূমি অসমৰ নাম চিৰযুগমীযাকৈ ৰাখি গৈছে।

এইগৰাকী পণ্ডিতৰ জন্ম হয় অসমৰ ইতিহাস প্ৰসিদ্ধ উত্তৰ গুৱাহাটীত বিখ্যাত মজিন্দাৰ বৰুৱাৰ বংশত। আনন্দৰামৰ ব্যল্যকালৰ নিচেই সৰু কালছোৱা খেল-ধেমালি কৰা, মাটিৰ পুতলা সাজি পূজাপাতল কৰা আদি বালসুলভ ক্ৰিয়া কাণ্ডৰ মাজতে অতিবাহিত হয়। সংস্কৃতৰ সুপণ্ডিত পিতৃ গৰ্গৰাম বৰুৱাই তেওঁৰ আন সকলোটি পুত্ৰৰ লগতে আনন্দৰামৰো পণ্ডিত হৰগোবিন্দ শৰ্মাৰ অধীনত সংস্কৃতেৰে বিদ্যাৰম্ভ কৰোৱায়। তাৰ পাছত গাৱলীয়া পঢ়াশালিত আনন্দৰামে অধ্যয়ন কৰিবলৈ লয়। এই সময়তে তেওঁৰ মাতৃ বিয়োগ হয়। পাছত ককাইদেৱেক পৰশুৰামে আনন্দৰামক গুৱাহাটীত নিজৰ লগত ৰাখি গুৱাহাটীৰ স্কুলত নাম ভৰ্তি কৰি দিয়ে। মাজতে পিতৃ গৰ্গৰাম বৰুৱা গোৱালপাৰালৈ বদলি হোৱাত তেওঁ পিতাকৰ লগত গোৱালপাৰালৈ গৈ তাৰ স্কুলতো কিছুদিন পঢ়া-শুনা কৰে। ক্ৰমশঃ ওপৰ শ্ৰেণীলৈ উঠাৰ লগে লগে বিশেষকৈ মাতৃ বিয়োগৰ পিছৰ পৰা তেওঁৰ স্বভাৱৰ সলনি হ'বলৈ ধৰে। ক্ৰমান্বয়ে তেওঁৰ মতিগতি গহীন, নিৰ্জনপ্ৰিয়া, স্বপ্নভাষী আৰু একমাত্ৰ অধ্যায়নতেই মনপুতি লগা বিধৰ হয়। যি মূলা বাঢ়িব তাৰ দুপাততে চিন বোলাৰ দৰে আনন্দৰামো পৰিণত বয়সত যে এগৰাকী সৰ্বকালৰ স্মৰণীয় পণ্ডিত হিচাপে গঢ়ি উঠিব তেওঁৰ ল'ৰা কালতে তাৰ চিন পোৱা হৈছিল। গৃহ শিক্ষক প্ৰথম হৰগোবিন্দ শৰ্মাৰ

তত্ত্বৱধানত অধ্যয়ন কৰি তেওঁ তেৰ বছৰ বয়সতে সমগ্ৰ 'অমৰকোষ' গ্ৰন্থখন মুখস্ত কৰি ল'ব পৰিছিল। কিন্তু আচৰিত কথা যে এনে অসামান্য মেধাবী তথা তীক্ষ্ণধী ছাত্ৰ আনন্দৰামে গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা ১৮৬৩ চনত কলিকতা বিশ্ববিদ্যালৰৰ অধীনত এন্ট্ৰেঞ্চ (আজিকালিৰ মেট্ৰিক বা হাইস্কুল শিক্ষান্ত) পৰীক্ষা দি দ্বিতীয় বিভাগতহে উত্তীৰ্ণ হয়। ইযাৰ পাছত কলিকতাৰ কলেজীযা কালৰ পৰাহে আনন্দৰামৰ অসামান্য প্ৰতিভাৰ প্ৰকৃত পৰিচয় পাব পৰা হৈছিল। ১৮৬৫ চনত কলিকতালৈ গৈ তাৰ হিন্দু হোষ্টেলত থাকি আনন্দৰামে প্ৰেছিডেন্সী কলেজত নাম ভৰ্তি কৰি উচ্চ শিক্ষাৰ পাতনি মেলে। তাত অগ্ৰজপ্ৰতিম সুৰেন্দ্ৰনাথ বন্দোপাধ্যায, সহপাঠী বিহাৰীলাল গুপ্ত, কাৰ্তিকচন্দ্ৰ মিত্ৰ, ত্ৰৈলোক্যনাথ বসু, শিৱনাথ শাস্ত্ৰী প্ৰভৃতি শিক্ষাগুৰুসকলৰ জ্ঞানগভীৰ শিক্ষা লাভ কৰি আনন্দৰামে এখন সুকীযা বৌদ্ধিক জগত সন্ধান পালে। এইখন জগতত ক্ৰমে প্ৰৱেশ কৰি একাগ্ৰপতীযাকৈ অধ্যযনত ব্ৰতী হৈ ১৮৮৬ চনত এল এ (পিছত এফ এ আৰু ইণ্টাৰ মেডিযেট) পৰীক্ষা দি প্ৰথম বিভাগৰ ষষ্ঠ স্থান পাই ডাযং স্ক'লাৰশ্বিপ অৰ্জন কৰি সকলোকে চমৎকৃত কৰে। ইণ্টাৰ মেডিযেট শ্ৰেণীৰ ছাত্ৰ আনন্দৰামৰ কৃতিত্ব সম্পৰ্কে ওপৰত উল্লেখ কৰা তেওঁৰ শিক্ষাগুৰু বন্দোপাধ্যায মহোদযৰ তলৰ মন্তব্যটি স্মৰণযোগ্য°

The first year class in presidency College that year (1865) was a splendid Class containing many very brilient students and Mr Borooah was unquestionably the brightest of this bright brand of young students

গণিতত বৰুৱাৰ প্ৰত্যুৎপন্নমতি কৃতিত্ব সম্পৰ্কে তেওঁ আকৌ কৈছিলঃ

He (A B)did his work in the class remarkably well There was no poblem in Mathematics simple or difficult set by me in the class which Mr Borooah failed to solve He was quick in arriving at his solutions and they were generally simple and ingenius

যিযেই নহওক এতিয়া আহো আনন্দৰাম বৰুৱাৰ সাহিত্য সাধনালৈ। আনন্দৰাম বৰুৱাৰ সাহিত্য সেবাৰ পৃষ্ঠভূমি সংস্কৃত ভাষা সাহিত্য। বাল্য কালতেই গৃহ শিক্ষকৰ তত্ত্বাৱধানত আনন্দৰামে সংস্কৃত শিক্ষা লাভ কৰি 'অমৰকোষ' গ্ৰন্থ প্ৰনযন কৰি ৰখা কথাটো ওপৰত উল্লেখ কৰি অহা হৈছে। সংস্কৃত সাহিত্যৰ অতুলনীয শব্দৰাশিৰ অনুপম মাধুৰিমা আৰু ভাৱ গাম্ভীৰ্যত মোহিত হৈ বৰুৱাদেৱে উদাৰভাৱে কৈ গৈছে ঃ—

Sanskrit is dearer to me than any other language
Its music has charms which no words can express

আচলতে আনন্দৰাম বৰুৱাৰ সংস্কৃত চৰ্চাত আত্মানিযোগৰ অন্তৰালত নিহিত আছিল দেশসেৱাৰ এক পবিত্র মনোভাব।

তেওঁ ৰচনা কৰা গ্রন্থসমূহ হ'ল— A prectical English Sanskrit Dictionary (1877) Bhavabhuti and His place in sanskrit literature Higher sanskrit Grammer (1879) On the Ancient Geography of India (1880)।

এই বিলাকৰ উপৰিও প্রতিটো খণ্ডতে এহেজাৰকৈ পৃষ্ঠা থকা বাৰটা খণ্ডৰ এখন বৃহৎ সংস্কৃত ব্যাকৰণ লিখা এটা পৰিকল্পনা হাতত লৈছিল। তাৰে সংস্কৃত ছন্দৰ বিষয়ে লিখা প্রথম খণ্ডটো প্রকাশ হয় ১৮৮২ চনত দশম খণ্ড হিচাপে। নানাৰ্থ সংগ্রহ নামৰ পৰবৰ্তী খণ্ডটো ওলায় ১৮৮৪ চনত তৃতীয় খণ্ড হিচাপে। বাকীবোৰ খণ্ডৰ কাম হাতত লোৱাৰ আগতেই তেওঁৰ মৃত্যু হয়।

সাধাৰণতে কোৱা হয়— Anandaram Borooah lives in his prefaces কথাষাৰ সঁচা। ভাৰতীয় সাহিত্যত সমালোচনাৰ এক নতুন প্রণালী প্রবর্তন কৰি প্রতিখন গ্রন্থৰ আৰম্ভণিতে ৰচনা কৰা পাণ্ডিত্যপূর্ণ আলোচনা সঁচাকৈ অভূতপূর্ব।

যিযেই নহওক, আনন্দৰামৰ দেহাৱসানৰ বাৰ বছৰ পাছত অসমৰ উচ্চ শিক্ষাৰ আধাৰ কটন কলেজৰ জন্ম হয়। কালে অকালতে হৰণ কৰি নিযাত আনন্দৰামে নিজে জন্মভূমিৰ এই শিক্ষানুষ্ঠানটি চকুৰে চাই যাব নোৱাৰিলে। কিন্তু ভাবিবলৈ মন যায় যে আনন্দৰামৰ সাহিত্য সাধনাৰ ঐকান্তিক প্রচেষ্টা আৰু আত্মানিযোগতাই তৎকালীন অসমীযা জ্ঞানী-গুণী ব্যক্তিসকলৰ মনত আধুনিক উচ্চ শিক্ষাৰ প্রবর্তনৰ প্রতি এক আকাংক্ষাৰ সৃষ্টি কৰিছিল যাৰ ফলশ্রুতিযেই হ'ল কটন কলেজ। ❒

## কৰ্মবীৰ
# নবীন চন্দ্ৰ বৰদলৈ



কটন কলেজৰ প্ৰতিষ্ঠাৰ দিন আছিল ১৯০১ খ্ৰীষ্টাব্দৰ ২৭ মে'ত। সেই প্ৰতিষ্ঠা দিৱসৰ দিনা ছাৰ হেনৰী কটনে এটি দীঘলীয়া ভাষণ দিছিল। এই ভাষণৰ মূল বক্তব্য আছিল মাণিক চন্দ্ৰ আৰু কটন কলেজ। অসমৰ সেই উল্লেখযোগ্য দিনটোৰ উদ্বোধনী সভাত কবি ৰঘুনাথ চৌধাৰীয়ে গান গাইছিল আৰু হাৰমণিয়াম বজাইছিল নবীন বৰদলৈয়ে। এটি মনোৰম দৃশ্য। সেযেহে এই শিতানত এই ব্যক্তিজনৰ বিষয়ে লিখিবলৈ লৈছোঁ।

নবীন চন্দ্ৰ সৰুৰে পৰা বৰ মৰমিয়াল আৰু ন্যায় পৰায়ণ স্বভাৱৰ ল'ৰা আছিল। দুখীয়া-দৰিদ্ৰক পুতৌ কৰা, বিপদগ্ৰস্তক সহায় কৰা আৰু নিজে নাখাই আনক খুউৱা বিধৰ আছিল তেওঁৰ স্বভাৱ। ল'ৰা কালডোখৰত দেউতাক আন ঠাইত চৰকাৰী কামত থকাত ভালেমান দিন তেওঁলোকৰ পুৰণি ঘৰ উত্তৰ গুৱাহাটীত কটায়। পাছত দেউতাকৰ কৰ্মস্থল তেজপুৰলৈ আহি তেজপুৰ হাইস্কুলৰ পৰাই তেওঁ এন্ট্ৰেন্স পৰীক্ষা পাছ কৰে। খেল-ধেমালিতো তেওঁ পাকৈত খেলুৱৈ আছিল। ঘোঁৰাত উঠা, সাঁতোৰা, নাওবোৱা, চিকাৰ কৰা সকলোতে তেওঁ পাৰ্গত আছিল। তেওঁ কলেজত পঢ়ি খ্ৰীঃ ১৮৯৪ চনত কলিকতাৰ চেন্ট জেভিয়াৰ কলেজৰ পৰা এফ এ আৰু ১৮৯৮ চনত তেওঁ ৰিপণ কলেজৰ পৰা বি এল পৰীক্ষা পাছ কৰি গুৱাহাটীলৈ আহি ওকালতি

কৰে। ওকালতিত নবীন চন্দ্ৰ বৰদলৈয়ে সুনামৰ লগতে প্ৰচুৰ অৰ্থ উপাৰ্জন কৰে। সেই সময়তে তেওঁ চৰকাৰী মেজিষ্ট্ৰেটৰ কাম পাইছিল। কিন্তু তেওঁ স্বাধীনতাত আঘাত লাগে বুলি তাক প্ৰত্যাখ্যান কৰে। গুৱাহাটীত বছৰচেৰেক ওকালতি কৰাৰ পাছত, ১৯০৮ চনৰ পৰা ১৯১৮ চনলৈকে নবীন চন্দ্ৰ বৰদলৈদেৱে কলিকতা হাইকোৰ্টৰ উকীল হৈ কলিকতাত ওকালতি কৰেগৈ। কলিকতাত ওকালতি কৰা কালছোখৰত তেওঁ যথেষ্ট ধন আৰু সুখ্যাতি অৰ্জ্জন কৰিছিল। ১৯১৮ চনত মাতৃৰ নৰিযাৰ বাবে গুৱাহাটীলৈ উলটি আহি তেওঁ মাতৃৰ মৃত্যুৰ পাছত কলিকতালৈ উলটি নগৈ তেওঁ গুৱাহাটীতে থাকি পুনৰ নিগাজিকৈ ওকালতি আৰম্ভ কৰে।

গুৱাহাটীত থকা কালত নবীন চন্দ্ৰ বৰদলৈয়ে গুৱাহাটী সমাজৰ মুখপত্ৰ স্বৰূপ আছিল। সকলোকে বিপদ-আপদত দেহে-কেহে তেওঁ সহায় কৰিছিল তেওঁ অত্যাচাৰীক দমন আৰু দুখীযাক পুতৌ কৰি নানা উপাযেৰে সিবিলাকৰ অভাৱ অভিযোগ গুচাবলৈ চেষ্টা কৰিছিল। তেওঁ ৰোগীক ঔষধ দি, বিপন্নক আশ্ৰয দি, শোকাতুৰক শান্ত্বনা দি সকলোৰে শ্ৰদ্ধা আৰু সন্মানৰ পাত্ৰ হ'ব পাৰিছিল। গুৱাহাটীৰ উজান বজাৰত থিযেটাৰ হল, কুমাৰ ভাস্কৰ নাট্য মন্দিৰ, পূজাঘৰ ক্লাব গুৱাহাটীত কটন কলেজ স্থাপনৰ আলোচনা, আৰ্ল-ল কলেজ স্থাপনৰ আন্দোলনত তেওঁ প্ৰধান উদ্যোগী আৰু কৰ্মী আছিল। আৰ্ল ল কলেজৰ আঁচনিখন বৰদলৈযে তৈযাৰ কৰিছিল। কিছুদিন তাত তেওঁ অধ্যাপনা কৰিছিল। কটন কলেজৰ ভূতপূৰ্ব মেনেজিং কমিটীৰ তেওঁ সদস্য আছিল।

নবীন চন্দ্ৰ বৰদলৈৰ স্বদেশানুৰাগী মন চিৰকাল দেশৰ সেৱাতে নিযোগ কৰা হৈছিল। তেওঁৰ পৰিশ্ৰমৰ ফলতে অসমত শিল্প সমিতি, সেৱক সঙ্গ, খাদী প্ৰতিষ্ঠান্, কৈবৰ্ত সন্মিলনী, অস্পৃশ্যতা বৰ্জন প্ৰভৃতি ভালেমান সদানুষ্ঠান প্ৰতিষ্ঠিত হৈছিল।

১৯০৩ চনত স্বৰ্গীয মিঃ মাণিক চন্দ্ৰ বৰুৱা, ৰাযবাহাদুৰ ঘনশ্যাম বৰুৱা, ৰায বাহাদুৰ জগন্নাথ বৰুৱা বি এ ডাঙৰীযাসকলৰ যত্নত অসমৰ সৰ্বপ্ৰধান জাতীয অনুষ্ঠান 'অসম এছোচিযেছন প্ৰতিষ্ঠা কৰা হয। নবীন চন্দ্ৰ বৰদলৈদেৱে শিক্ষা সাং কৰি আহিয়েই 'অসম এছোচিযেছনত' যোগ দিযে। আৰু ১৯১৪ চনৰ ডিব্ৰুগড অধিবেশনত তেওঁ সভাপতি নিৰ্বাচিত হয। মাণিক চন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পাছত অক্লান্তকৰ্মী চন্দ্ৰনাথ শৰ্মা আৰু নবীন চন্দ্ৰ বৰদলৈ এই অনুষ্ঠানৰ প্ৰাণ স্বৰূপ হৈ উঠে আৰু দুয়ো তাৰ উন্নতিৰ অৰ্থে অহোপুৰুষাৰ্থ কৰে। এই অনুষ্ঠানৰ যোগেদিযেই মণ্টেগু চেমচ্ফোৰ্ড ডেপুটেচনলৈ অন্যান্য

সহযোগীসকলৰে সৈতে কলিকতাত ৰিফম কমিটীৰ আগত সাক্ষ্য দিবলৈ গৈছিল। ১৯১৪ চনত মহাসমৰৰ অন্তত, ভাৰত চৰকাৰৰ নৱম ডিচপাচ মতে অসমক শাসন সংস্কাৰৰ পৰা বাদ দি থোৱাত অসমবাসীৰ মনত মহা বিক্ষোভৰ সৃষ্টি হৈ জাতীয় আন্দোলন হয়, 'অসম এছোচিয়েছন'ৰ নবীন, প্ৰবীণ কৰ্মীসকলে একো উপায নাপায অসমৰ পৰা প্ৰতিনিধি পঠিযাবলৈ স্থিৰ কৰিলে। বিলাতৰ উইণ্ট পাৰ্লেমেন্টৰী কমিটীত এই আন্দোলনৰ প্ৰতিকাৰাৰ্থে অসম এছোচিয়েছনৰ প্ৰতিনিধিৰূপে নবীন চন্দ্ৰ বৰদলৈদেৱক সহকাৰী প্ৰসন্ন কুমাৰ বৰুৱাক লগত দি বিলাতলৈ পঠোৱা হয।

১৯২০ চনত নাগপুৰ কংগ্ৰেছত নবীন চন্দ্ৰ বৰদলৈদেৱে মহাত্মা গান্ধীৰ আদেশ মতে বঙ্গস্বামী আযঙ্গাৰৰ সহকাৰী হৈ কংগ্ৰেছৰ নতুন নিযমাৱলীখন মছাবিদা কৰাত সহায কৰিছিল। ১৯২১ চনৰ এপ্ৰিল মাহত অসহযোগ আন্দোলনত প্ৰধান জননাযক হিচাপে অসমত উক্ত আন্দোলন জগাই তোলে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈযে। দুযোজনে ওকালতি ত্যাগ কৰি দেশসেৱাত ব্ৰতী হৈ আন্দোলন প্ৰচাৰ কৰে। পাছত তাৰ বাবে কাৰাবাস খাটিব লগা হয।

কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈদেৱে তেওঁৰ সাহিত্যিক প্ৰতিভা বিকাশ কৰিবলৈকো সুবিধা পায ৰাজনৈতিক ক্ষেত্ৰৰ ভিতৰতে। দীঘলীযা কাৰাবাসৰ ভিতৰতে তেওঁ সৰু-সুৰা ছখন গ্ৰন্থ লিখে। তাৰ ভিতৰত 'কৃষ্ণ-লীলা' খনেই প্ৰধান। নবীন চন্দ্ৰ বৰদলৈযে ছাত্ৰ অৱস্থাৰ পৰাই সাহিত্য সেৱা কৰি আহিছিল। জোনাকী বিজুলী, উষা যুগৰে পৰা তেওঁৰ শুৱলা সঙ্গীত কবিতা, প্ৰবন্ধ আৰু তাহানিৰ জোনাকী 'বিজুলী', 'উষা' 'বাহী , 'আলোচনী', 'আসাম বান্ধৱ' আদি অসমীযা কাকতত প্ৰকাশিত হৈছিল। তেওঁৰ জাতীয সঙ্গীত 'শ্যাম জেউতীযা অসম আই ধুনীযা', 'ডেকা-গাভৰুৰ দল' আদি প্ৰখ্যাত জাতীয সঙ্গীতে দেশৰ নৱ উদ্দীপনা জগাই তুলিছিল। গুৱাহাটীত ওকালতি কৰি থাকোতেও তেওঁ 'গৃহলক্ষ্মী' নামৰ এখন নাটক লিখে। তেওঁ নিজে সঙ্গীতজ্ঞ আৰু সুগাযক আছিল। তেওঁৰ কবিপ্ৰাণ আৰু সাহিত্যিক ভাৱত প্ৰবল হিযাৰ আৱেগ প্ৰত্যেক কথাত প্ৰত্যেক বস্তুতে ফুটি ওলাইছিল। তেওঁ বিশ্ৰামবিহীন ৰাজনৈতিক জীৱনৰ মাজতো আজৰিৰ সমযকণত সাহিত্য চৰ্চা, সঙ্গীত চৰ্চা আদিত কটাইছিল।

গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন হৈ নবীন চন্দ্ৰ বৰদলৈদেৱে কেইবা বছৰো হৈ নবীন চন্দ্ৰ বৰদলৈদেৱে কামৰূপৰ উন্নতি কৰিবলৈ সুবিধা পায।

যিযেই নহওঁক আজিৰ এই শুভক্ষণত আমাৰ অসমৰ ৰাইজে আৰু সমূহ কটন কলেজৰ পৰিযালে এনে এজন কৰ্মবীৰক শ্ৰদ্ধাৰে স্মৰণ কৰিলেহে শতবাৰ্ষিকীৰ মহান উদ্দেশ্য সফল হ'ব।□

## গ্ৰন্থকাৰে মূল গ্ৰন্থৰ ৰচনাত সহায় লোৱা গ্ৰন্থৰ তালিকা ঃ


১। অৰুনোদই।

২। *অসমৰ নৱ জাগৰণ— অনা অসমীয়া সকলৰ অৱদান* ° ড° হেৰম্ব কান্ত বৰপূজাৰী

৩। *সূৰ্য্যকুমাৰ ভূঞা (জীৱনী)* ° নন্দ তালুকদাৰ

৪। K K Bhattacharje North East India A study

৫। *'মাণিক চন্দ্ৰ বৰুৱা প্ৰথম প্ৰকাশ* ১৯৭৭ ° ড° প্ৰফুল্ল দত্ত গোস্বামী

৬। *'হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী'* প্ৰথম প্ৰকাশ ১৯৭২ ঃ˚ বেণুধৰ শৰ্মা সম্পাদিত

৭। *'জীৱনী-সংগ্ৰহ'* পৰিবৰ্দ্ধিত সস্কৰণ ১৯৬৯ ° পদ্মনাথ গোহাঁঞিবৰুৱা সম্পাদিত

৮। *মোৰ জীৱন সোঁৱৰণ"* ° লক্ষ্মীনাথ বেজবৰুৱা

৯। *An Introduction to the study of litrerature by* W H Hudson

১০। *"অসমীয়া উপন্যাস সা'হিত্যৰ ভূমিকা"* ° ড° সত্যেন্দ্ৰ নাথ শৰ্মা

১১। *A Book of Appreciations Vol I* (on Dr S K Bhuyan)

১২। *Rai Bahadur S K Bhuyan s diary*

১৩। সূৰ্য্যকুমাৰ ভূঞা পুথিভডালত সংৰক্ষিত নানান নথি পত্ৰ।

১৪। *অসমীয়া সাহিত্যৰ ৰূপৰেখা* ঃ ড° মহেশ্বৰ নেওগ।

১৫। *ভাষাবিদ বাণীকান্ত কাকতি* ° অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

১৬। ড° কাকতিৰ সাহিত্য ঃ ড° বিনোদ শৰ্মা

১৭। কটন কলেজৰ ভৱন স্মাৰক ঃ ব্যক্তি আৰু ব্যক্তিত্বৰ সুৰভি

১৮। *অসমীয়া বিজ্ঞানী* ঃ ক্ষীৰধৰ বৰুৱা।

১৯। *জনদিযেক অসমীয়া সাহিত্যিক* ঃ অশ্বিনী কুমাৰ শৰ্মা

২০। *অসম হিঁতৈষী ককা নীলমণি ফুকন* ° উপেন্দ্ৰ বৰকটকী

২১। পদ্মনাথ গোহাঁঞি বৰুৱাৰ পৰা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যলৈ।
২২। *অসম সাহিত্য সভা* ঃ অধ্যাপক বাণী কান্ত কাকতি
২৩। *অসম বুৰঞ্জী* ° পদ্মনাথ গোহাঁঞি বৰুৱা
২৪। *সাহিত্য দুটিমান আলোচনী*
২৫। অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি
২৬। লুইত পাৰৰ অগ্নিসুৰ।
২৭। অসম সাহিত্য সভাৰ ৰূপৰেখা।
২৮। *জীৱন আৰু কীৰ্তি* ° উপেন্দ্ৰ বৰকটকী
২৯। *লোকপ্ৰিয় গোপীনাথ বৰদলৈ (জীৱনী)* ° লোকপ্ৰিয় বৰদলৈ স্মৃতি ৰক্ষা কেন্দ্ৰীয় সমিতিৰ দ্বাৰা প্ৰকাশিত।
৩০। *ড° বাণী কান্ত কাকতি, ব্যক্তিত্ব আৰু কৃতিত্ব* ° সম্পাদনা- শ্ৰীঅক্ষয কুমাৰ মিশ্ৰ, শ্ৰীচিত্তৰঞ্জন চৌধুৰী।
৩১। *আধুনিক ভাৰতৰ নিৰ্মাতা সকল— গোপীনাথ বৰদলৈ* ঃ বীৰন্দ্ৰে কুমাৰ ভট্টাচাৰ্য্য
৩২। *আমেৰিকান মিছনেৰী সকল আৰু উনবিংশ শতিকাৰ অসম* ° হেৰম্ব কুমাৰ বৰপূজাৰী
৩৩। *জনকৃষ্টি সাধক* ° ড প্ৰফুল্ল দত্ত গোস্বামী।
৩৪। *মনৰ পখী উভতি উৰে* ঃ ড° প্ৰফুল্ল দত্ত গোস্বামী।
৩৫। *মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ* ° লক্ষ্মীনাথ ফুকন।
৩৬। *সাহিত্যাচাৰ্য্য চৈযদ আব্দুল মালিকৰ অভিনন্দন গ্ৰন্থ* ° গোলাঘাট জিলা সাহিত্য সভা
৩৭। *দেবেশ্বৰ শৰ্মা শতবৰ্ষ গ্ৰন্থ* ঃ জননাযক দেবেশ্বৰ শৰ্মা জন্ম শতবৰ্ষ উদ্‌যাপন সমিতি, অসম মুখ্য সম্পাদক- ড° নগেন শইকীযা।
৩৮। *মহান অসমীযা-চাৰ চৈযদ ছাদুল্লা আৰু সমসাময়িক অসম* ° ৰফিউল হুছেইন বৰুৱা।
৩৯। *সৈনিক শিল্পী-বিষ্ণুৰাভা* ঃ ড° হীৰেণ গোঁহাই।
৪০। *অসমীযা সংস্কৃতি* ° শ্ৰী অমল ৰাজখোৱা (অসম সাহিত্য সভা)
৪১। *কাৰাগাৰৰ চিঠি আৰু ১৫ আগষ্ট* ঃ তৈয়বউল্লা
৪২। *স্বদেশ হিতৈষী জগন্নাথ বৰুৱা* ঃ শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী
৪৩। *হেৰাই যোৱা দিনবোৰ* ঃ দেবেশ্বৰ শৰ্মা— দ্বিতীয প্ৰকাশ জন্মভূমি প্ৰেছ

প্ৰাইভেট লিমিটেড।
৪৪। *অসমীয়া জীৱনী অভিধান* ঃ শিৱনাথ বৰ্মন
৪৫। *অসমীয়া সাহিত্যৰ ৰূপৰেখা* ঃ মহেশ্বৰ নেওগ, চন্দ্ৰ প্ৰকাশ।
৪৬। *শৰৎ চন্দ্ৰ গোস্বামী—অসম সাহিত্য সভাঃ* শ্ৰীঅতুল চন্দ্ৰ বৰুৱা।
৪৭। *মহেন্দ্ৰ মোহন চৌধুৰী* ° অসম প্ৰকাশন পৰিষদ
৪৮। *London Memories* S K Bhuyan
৪৯। *শেৱালি সুবাস* ঃ ৰত্নকান্ত বৰকাকতী, জন্মশত বাৰ্ষিকী স্মৰণিকা।
৫০। *প্ৰসঙ্গ- বাণীকান্ত* ঃ ভবেন বৰুৱা।
৫১। *মাধৱ চন্দ্ৰ বেজবৰুৱা* ° এম ইব্ৰাহীম আলি।
৫২। *আনন্দৰাম বৰুৱা* ঃ শ্ৰীসূৰ্যকুমাৰ ভূঞা।
৫৩। *ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ উপন্যাস* ঃ ড মলযা খাউন্দ
৫৪। *অসমীযা ভাষা আৰু সংস্কৃতি* ° বিৰিঞ্চি কুমাৰ বৰুৱা।
৫৫। *অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী* ° যতীন্দ্ৰ নাথ গোস্বামী।
৫৬। *মৃত্যুঞ্জয* ° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য।
৫৭। *উপমা কালিদাসস্য* ঃ মুকুন্দ মাধব শৰ্মা
৫৮। *বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য* ৹ ৰাজপথে ৰিঙিযায
৫৯। *প্ৰাচ্যতত্ত্ববিদ সন্দিকৈ* ° অসম সাহিত্য সভা নামৰূপ শাখা।
৬০। *সঙ্গম* ঃ শ্ৰীতীৰ্থনাথ শৰ্মা।
৬১। *গুৱাহাটী বিশ্ববিদ্যালয়ৰ আদি কথা* ° হৰেন্দ্ৰ নাথ কলিতা।
৬২। *Golden Jubilee Volume,* Cotton College 1951 52

# শব্দ নিদৰ্শক (Index)

❖